**JUGALBANDI : Deepali-Neelpawan**
—An Anthology on life and works of Deepali Barthakur and Neelpawan Baruah, published by Srimati Lakhimi Borah (Hotel Ambarish Premises, Ganeshguri, Guwahati-781 005), on behalf of **Deepali-Neelpawan felicitation volume Publication Committee, Guwahati.**
Editor : **Padmapani** Price Rs. 150.00 (Rupees One Hundred Fifty) only.

---

প্ৰকাশ ঃ ডিচেম্বৰ, ২০০৩
প্ৰকাশিকা ঃ শ্ৰীমতী লখিমী বৰা, গণেশগুৰি, গুৱাহাটী-৫
মুদ্ৰণ ঃ ভাৰত অফছেট, পিনাকী পথ, জু-নাৰেঙ্গী তিনিআলি, গুৱাহাটী-৩
প্ৰচ্ছদ ঃ বেণু মিশ্ৰ, নৰকাসুৰ, গুৱাহাটী-১৯
প্ৰচ্ছদ মুদ্ৰণ ঃ ভৱানী অফছেট, ৰাজগড়, গুৱাহাটী-৮

**সম্পাদনা সমিতি ঃ পংকজ ঠাকুৰ, পুষ্পেন্দ্ৰ বৰা, প্ৰদীপজ্যোতি মহন্ত, দীপজ্যোতি গোস্বামী, পদ্মপাণি (সম্পাদক)**

অবিহণা ঃ ১৫০০০ ( ডেৰ শ টকা)

***দীপালি -নীলপৱন সম্বৰ্ধনা গ্ৰন্থ প্ৰণয়ন সমিতি ঃ গুৱাহাটী***

# সম্পাদকৰ কথা

কণ্ঠশিল্পী দীপালি বৰঠাকুৰ আৰু চিত্ৰশিল্পী নীলপৱন বৰুৱাক চিনি নোপোৱা বা তেওঁলোকৰ বিষয়ে নজনা মানুহ বোধহয় অসমত নাই। ১৯৫৬ চনৰ পৰা ১৯৬৮ চনলৈকে কেইটামান বছৰতে আৰু 'সোণৰ খাৰু নালাগে মোক বিয়াৰ বাবে আই', 'চেনাই মই যাওঁ দেই', 'বন্ধু সময় পালে আমাৰ ফালে এবাৰ আহি যাবা' আদি মাত্ৰ কেইটামান গীতৰ জৰিয়তেই দীপালি বৰঠাকুৰ অসমত অভাৱনীয়ভাৱে জনপ্ৰিয় আৰু বিখ্যাত হৈ পৰিল। অন্য হাতে, নীলপৱন বৰুৱাই তেখেতৰ সৃষ্টিত আধুনিক চিত্ৰকলাৰে সৈতে অসমৰ ঐতিহ্য তথা পাৰম্পৰ্যৰ সমঞ্জস সংযোগ ঘটাই নতুন মাত্ৰা আৰু ৰীতি-বৈচিত্ৰ্যৰে অসম তথা ভাৰতৰ শিল্পজগতলৈ অনবদ্য বৰঙণি আগবঢ়াই আহিছে।

মাত্ৰ ২৭ বছৰ বয়সতে দীপালি বৰঠাকুৰে ৰোগত আক্ৰান্ত হৈ চিৰদিনলৈ কণ্ঠ হেৰুৱালে। অসমৰ সংগীতজগতৰ ইতিহাসত ইয়াতকৈ কৰুণ বাতৰি আৰু একো নাই। এই নিষ্ঠুৰ বাতৰিয়ে প্ৰতিজন অসমবাসীকে ম্ৰিয়মান কৰি তুলিলে। কিন্তু তাৰ কিছু বছৰৰ পিছতেই নীলপৱন-দীপালিৰ বিবাহৰ সংবাদে আমাৰ মনলৈ আকৌ আশাৰ বতৰা কঢ়িয়াই আনিলে। তেওঁলোকক দেখি ভাবোঁ— আছেনে কোনোবা এনে ভাগ্যবান যুটি—যি ৰিক্ত হৈও সন্তুষ্ট, যি সকলো হেৰুৱাইও সকলো পালে। তেওঁলোকৰ জীৱনচৰ্যাই আমাক অভিভূত কৰে, ত্যাগে বিস্মিত কৰে। তেওঁলোকৰ সান্নিধ্যই আমাক এই হিংসা-সন্ত্ৰাস জৰ্জৰিত পৃথিৱীখনৰ পৰা আঁতৰাই লৈ যায় দূৰৰ এখন সুন্দৰ সংগীতময় পৃথিৱীলৈ। আমি পাহৰি যাওঁ আমাৰ সকলো

দুখ-শোক, পোৱা-নোপোৱাৰ বেদনা; লাভ কৰোঁ নতুন আশা, নতুন উদ্যম। কিবা এক অনিৰ্বচনীয় আনন্দই আমাৰ মন-প্ৰাণ ভৰাই তোলে। এনে মুহূৰ্তবিলাকতেই মনলৈ আহে—এই মহান শিল্পী দুজনাৰ প্ৰতি কিবা এটি কৰিব নোৱাৰিনে? এটি গীতৰ অনুষ্ঠান বা অনবদ্য এখনি চিত্ৰ-প্ৰদৰ্শনী? বা হিয়াভৰা এটি সম্বৰ্ধনা?

মনৰ ভাবখিনি বন্ধু পংকজ, প্ৰদীপজ্যোতি, পুষ্পেন্দ্ৰক ক'লো। আচৰিত হ'লো—তেওঁলোককো সততে সেই একে চিন্তায়েই আমনি দিয়া বুলি জানিব পাৰি। আমাৰ মাজত আলোচনা হ'ল। সিদ্ধান্ত হ'ল স্থায়ী কিবা এটা কৰাৰ। সেই চিন্তায়েই ৰূপ ল'লৈগে তেওঁলোকৰ বিষয়ে সম্বৰ্ধনা গ্ৰন্থ প্ৰকাশৰ এই আয়োজনৰ। দুদিনমানৰ পিছতে আমাৰ এই প্ৰচেষ্টাৰ সহযোগী হ'ল দীপজ্যোতি গোস্বামী। নীলপৱনদা দীপালিবাইদেৱে কিন্তু এই আয়োজনৰ কথা জানিব পাৰি আপত্তি কৰিলে। ইজনে সিজনৰ ফালে দেখুৱাই ক'লে—'এওঁৰ বিষয়ে কিবা কৰিব খুজিছা কৰা, খুব ভাল হৈছে। মই বিশেষ একো কৰা নাই। মোৰ বিষয়ে এইবোৰ একো নকৰিবা।'

দীপালি বৰঠাকুৰ, নীলপৱন বৰুৱাৰ জীৱন ইমান একাত্মভাৱে সম্পৃক্ত যে তেওঁলোকৰ কথা পৃথক-পৃথককৈ ভাবিবই নোৱাৰি। সেয়েহে তেওঁলোকৰ আপত্তি সত্ত্বেও আমি সিদ্ধান্ত ল'লো—গ্ৰন্থখনত দুয়োজনৰ কথাই থাকিব, একেলগেই।

আমাৰ প্ৰস্তুতি-পৰ্ব আৰম্ভ হ'ল। নীলপৱন-দীপালিৰ বিষয়ে প্ৰবন্ধ বিচাৰি বিভিন্নজনৰ কাষ চাপিলো। তেওঁলোকক ইমান বৃহৎ সংখ্যকে জানে আৰু ভাল পায় যে প্ৰাথমিক অৱস্থাত প্ৰবন্ধ বিচৰাটো আমাৰ বাবে এক গুৰুতৰ সমস্যাই হৈছিল। তাতোকৈ ডাঙৰ সমস্যা হৈছিল—প্ৰতিজনৰে লেখা এটি দিয়াৰ প্ৰতি থকা অদম্য আগ্ৰহ। তাৰ মাজতে চালি-জাৰি দীপালিবাইদেউ-নীলপৱনদাৰ জীৱনৰ বিভিন্ন দিশ জনা আৰু বিভিন্ন ধৰণে তেওঁলোকৰ সান্নিধ্যলৈ অহা ব্যক্তিসকলৰ লেখা সংগ্ৰহ কৰিবলৈ যত্নপৰ হ'লো। এনেদৰে ওচৰ চপা দুই-এজন বিশিষ্ট ব্যক্তিৰ লেখা বহুতো চেষ্টা কৰিও সংগ্ৰহ কৰিবলৈ সক্ষম নহ'লো। তাৰ বাবে আমাৰ দুখ আৰু ক্ষোভ দুয়োটাই থাকি গ'ল।

'শিল্পীৰ পৃথিৱী' নামৰ এসময়ৰ জনপ্ৰিয় আলোচনীখনৰ ১৯৮২ চনৰ ৰঙালী বিহু-সংখ্যাটি (এপ্ৰিল-মে' মাহৰ) দীপালি বৰঠাকুৰৰ বিশেষ সংখ্যা হিচাপে প্ৰকাশ পাইছিল। 'শিল্পীৰ পৃথিৱী'ৰ প্ৰকাশকৰ অনুমতি সাপেক্ষে সেই সংখ্যাটিত প্ৰকাশ পোৱা কেইটামান বিশেষ প্ৰবন্ধ আমাৰ এই সংকলনটিত প্ৰকাশ কৰা হ'ল। আমাক এনে অনুমতি প্ৰদান কৰাৰ বাবে আলোচনীখনৰ প্ৰকাশক শ্ৰীহেম বৰাৰ প্ৰতি আমি বিশেষভাৱে কৃতজ্ঞ। বিভিন্ন কাকত-আলোচনীত ইতিমধ্যে মুদ্ৰিত কেইবাটাও প্ৰবন্ধ আমাৰ এই সংকলনত সামৰিছোঁ। সময় আৰু সুবিধাৰ নাটনিত তেখেতসকলৰ লগত যোগাযোগ কৰিব পৰা নগ'ল। তাৰ বাবে আমি ক্ষমা বিচাৰিছোঁ আৰু তেখেতসকললৈও আমাৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ।

সংকলনটি প্ৰকাশৰ কাম হাতত লৈছিলো আজি প্ৰায় তিনি বছৰৰ আগতে। এই বিলম্বৰ অজুহাত উত্থাপন কৰিব খোজা নাই, বা কাৰোবাৰ ওপৰত দোষো জাপি দিব খোজা নাই। কায়িক, মানসিক, আৰ্থিক সকলো ফালৰ পৰা আন্তৰিকতাৰেই কামত আগবাঢ়িও এনে ব্যৰ্থতা আমাৰেই দুৰ্ভাগ্য।

নীলপৱন-দীপালিৰ জীৱন দুটি যেনেকৈ ওতপ্ৰোতভাৱে সনা-পোটকা হৈ আছে, আমাৰ সংকলনটিতো দুয়োৰে বিষয়ে লেখাখিনি তেনেদৰেই ৰাখিছোঁ। সেইদৰে, প্ৰবন্ধসমূহৰ ক্ৰম-নিৰ্ধাৰণৰ ক্ষেত্ৰতো বিশেষ কোনো কথা বিবেচনা কৰা হোৱা নাই।

সংকলনটিৰ বানানৰ ক্ষেত্ৰতো এটা কথা জনাই থওঁ। অভিধান অনুসৰি বানান বেলেগ বেলেগ। অসমীয়া অভিধানৰ এনে বেমেজালিয়ে লেখক আৰু পাঠক দুয়োকে বিমোৰত পেলায়। আমি ইয়াত সুমন্ত চলিহাৰ অভিধানখনকে অনুসৰণ কৰিছোঁ। সেইখনেই শুদ্ধ বুলি ভাবি নহয়, ধাৰাবাহিকতা এটা ৰক্ষাৰ বাবেহে।

কেইবাজনো শুভাকাংক্ষীয়ে সংকলনটিত দীপালি বৰঠাকুৰে গোৱা গীতখিনি সন্নিৱিষ্ট কৰি দিবৰ বাবে পৰামৰ্শ আগবঢ়াইছিল। তেখেতসকলৰ পৰামৰ্শৰ প্ৰতি সঁহাৰি জনায়েই পৰিশিষ্টত কেইটামান গীত সন্নিৱিষ্ট কৰা হ'ল। অৱশ্যে সকলোখিনি গীত সংগ্ৰহ কৰিব পৰা নগ'ল।

সংকলনটি প্ৰকাশ কৰিবলৈ লওঁতে আমাক বিভিন্নজনে বিভিন্ন প্ৰকাৰে সহায় কৰিছে। নীলপৱন বৰুৱাৰ এখন ছবিক ভিত্তি কৰি বেটুপাতটি যুগুত কৰি দিছে প্ৰখ্যাত শিল্পী শ্ৰীবেণু মিশ্ৰই। ড° গোবিন্দপ্ৰসাদ শৰ্মা, ড° গৌৰ গোপাল বণিক আৰু পুলকানন্দ কৌশিকৰ বিভিন্ন পৰামৰ্শৰ দ্বাৰা সম্পাদনা সমিতি বিশেষভাৱে উপকৃত। দীপালি বৰঠাকুৰে গোৱা গীতকেইটি সংগ্ৰহ কৰি দিছে ড° (শ্ৰীমতী) জয়জ্যোতি গোস্বামী আৰু শিখা মহন্তই। প্ৰবন্ধ আদি লিপি কৰি দিছে অম্লান শৰ্মাই (লাটুৱে)। এই সকলোটিৰে প্ৰতি আমাৰ আন্তৰিক কৃতজ্ঞতা জনালো।

ভাৰত অফছেটৰ জাহেদুল ইছলামৰ (দীপৰ) পৰা আৰম্ভ কৰি সমূহ কৰ্মীৰ সহায়-সহযোগিতা বহুত দিনলৈ মনত থাকিব। প্ৰেছৰ স্বত্বাধিকাৰী, বন্ধুবৰ শ্ৰীপৱিত্ৰজীৱন বৰুৱাৰ প্ৰতি বেলেগে কৃতজ্ঞতা জনোৱাৰ প্ৰয়োজন নাই; কিন্তু তেওঁৰ সহায়-সহযোগিতাৰ অবিহনে যে এই সংকলনটি প্ৰকাশ নেপালেহেঁতেন, সুধী পাঠকসমাজক জনাই থ'লো।

নীলপৱনদা, দীপালিবাইদেউক সময়ে-অসময়ে ইটো-সিটো সুধি আমনি দি আছিলো। বহুত শ্ৰদ্ধাভাজন ব্যক্তিকো প্ৰবন্ধ বিচাৰি বিচাৰি কেতিয়াবা বিৰক্ত কৰি দিছিলো। আমাৰ উদ্দেশ্যৰ সততাৰ প্ৰতি দৃষ্টি ৰাখি এইসকলে আমাক মাৰ্জনা কৰে যেন। অনস্বীকাৰ্য যে পৰম শ্ৰদ্ধাভাজন এইসকল লেখক-লেখিকাৰ সহযোগিতাৰ অবিহনে আমাৰ এই আগ্ৰহ বিফল হ'লহেঁতেন।

সম্পাদনা সমিতিৰ সদস্যসকলৰ প্ৰতি কৃতজ্ঞতা জনোৱাৰ ধৃষ্টতা আমাৰ নাই। এই গোটেই প্ৰকল্পটোৰ মূল ভেটিয়েই হ'ল তেওঁলোক। দীপালি বৰঠাকুৰৰ দৰে নাৰীৰ প্ৰতি সহমৰ্মিতা প্ৰকাশ কৰিয়েই মাতৃস্বৰূপা শ্ৰীযুতা লখিমী বৰা এই গ্ৰন্থ প্ৰকাশ কৰিবলৈ আগবাঢ়ি অহাত আমি ধন্য মানিছোঁ।

সংকলনটি ৰাইজৰ আগলৈ আগবঢ়াই দিয়াৰ শুভ-মুহূৰ্তত কেইটামান কথাই মনটো ভাৰাক্ৰান্ত কৰি তুলিছে।

এই গ্ৰন্থখনি প্ৰকাশ কৰিবলৈ লোৱা বুলি জানিব পাৰি পৰম শ্ৰদ্ধাভাজন মাধৱ বৈশ্যদেৱে অসুখীয়া শৰীৰেই এটি শুভেচ্ছাবাণী

পঠাই দিছিল। নৰকান্ত বৰুৱাছাৰেও সংকলনটিৰ প্ৰতি যথেষ্ট আগ্ৰহ প্ৰকাশ কৰিছিল আৰু আমাক বিভিন্ন ধৰণৰে বুদ্ধি-পৰামৰ্শ আগ-বঢ়াইছিল। দীপালিবাইদেউ, নীলপৱনদাৰ জীৱন আৰু কৃতিৰ লগত ওতপ্ৰোতভাৱে জড়িত থকা বিনন্দ বৰুৱা, পৰাগধৰ চলিহা, ফণী তালুকদাৰৰ লেখনিৰে আমাৰ এই সংকলন সমৃদ্ধ। অতি দুখৰ কথা, এইসকল ব্যক্তি আজি আমাৰ মাজত নাই। সেইদৰে নাই— দীপালি বৰঠাকুৰৰ কণ্ঠত অমৰ হৈ পৰা গীত 'বন্ধু সময় পালে.....,' 'ডালে ডালে গায় কুলি....' আদিৰ গীতিকাৰ/সুৰকাৰ কন্দ্ৰ বৰুৱা, জিতেন দেৱ, বীৰেন ফুকন, মুকুল বৰুৱা, মুক্তি বৰদলৈ, জয়ন্ত বৰুৱা, হেমেন হাজৰিকা, দেবেন শৰ্মা, পুৰুষোত্তম দাস আৰু নীলপৱন বৰুৱাৰ জীৱনৰ গতিতো প্ৰভাৱ পেলোৱা শান্তিনিকেতনৰ ৰামকিংকৰ, অসমৰ সুভাষ সাহাৰ পৰা আৰম্ভ কৰি ত্ৰিবেণী ঝা নামৰ আৰ্ট স্কুলৰ মহানুভৱী সেই চকীদাৰজন। এইসকলৰ উপস্থিতিয়ে আমাক এই মুহূৰ্তত অধিক আনন্দিত কৰিলেহেঁতেন। আমি আজি এইসকলৰ পবিত্ৰ স্মৃতিত শ্ৰদ্ধাৰে মূৰ দোৱাইছোঁ।

দীপালি বৰঠাকুৰৰ কণ্ঠৰ সেই অমৰ গীতবিলাকে আজিও অসমৰ আবাল-বৃদ্ধ-বনিতাক অনাবিল আনন্দৰ মাজত বুৰাই ৰাখিছে। অন্য হাতে, নীলপৱন বৰুৱাৰ নিৰলস সাধনা আৰু অদম্য কৰ্মস্পৃহা আমাৰ সকলোৰে বাবে আদৰ্শনীয়। তেওঁলোকৰ ত্যাগ, কষ্ট আৰু পাৰস্পৰিক প্ৰেৰণা—এয়া গল্প-উপন্যাসতহে সম্ভৱ, বাস্তৱ জীৱনত নহয়।

বৰেণ্য লেখক-লেখিকাসকলৰ দ্বাৰা উদ্ভাসিত তেওঁলোকৰ জীৱনৰ সৰু-বৰ ঘটনাৰাজিয়ে সকলোকে প্ৰেৰণা যোগাওক—নতুন আশা আৰু উদ্যমেৰে সুৰ আৰু সুন্দৰৰ আৰাধনা কৰি যাবলৈ। এই আশাৰেই সংকলনটি ৰাইজলৈ আগবঢ়ালো। ৰাইজে আদৰি ল'লেই আমাৰ শ্ৰম সাৰ্থক। সেৱাৰে—

২১ নৱেম্বৰ, ২০০৩
গুৱাহাটী-১৯

সম্পাদক,
দীপালি-নীলপৱন সম্বৰ্দ্ধনা গ্ৰন্থ প্ৰণয়ন সমিতি ঃ গুৱাহাটী

# সূচী

## পৰিশিষ্ট



দীপালি-নীলপৱনৰ কেইটামান স্মৰণীয় মুহূৰ্ত : আলোকচিত্ৰ

আৰু

নীলপৱন বৰুৱাৰ কেইখনমান ছবি ।



শুভেচ্ছাবাণী

# এজন সাধক শিল্পীলৈ

নীলপবন বৰুৱা এজন সাধক শিল্পী। তেওঁৰ গুণ-গৰিমা অসম তথা ভাৰত বিয়পা। মহানগৰীৰ বৃহৎ শিল্পক্ষেত্ৰত আনন্দ আৰু ৰংমনেৰে শিল্পৰ কাম কৰিবলৈ তেওঁ যি সুবিধা পাইছে, আৰু বহুতো শিল্পীয়ে হয়তো তেনে সুবিধা পোৱা নাই। নিজৰ যত্নতেই চিত্ৰশিল্পৰ বিদ্যালয় স্থাপন কৰি দেশৰ উঠি অহা ল'ৰা-ছোৱালীৰ মাজত শিল্প-চৰ্চাৰ সুস্থ বাতাৱৰণ গঢ়ি তুলি তেওঁ যি মহান আদৰ্শ দাঙি ধৰিছে, তাৰ বাবে নীলপবন বৰুৱা সকলোৰে ধন্যবাদৰ পাত্ৰ। তেওঁৰ একাগ্ৰতা আৰু সাধনা নতুন পুৰুষৰ বাবে আদৰণীয়।

তেওঁৰ জ্যোতিৰ্ময় আৰু কৰ্মময় জীৱনে দীৰ্ঘায়ু লাভ কৰক— তাকেই ভগৱন্তৰ ওচৰত কামনা কৰিছোঁ।

নতুন পাৰা, দৰজীচুক
যোৰহাট-৭৮৫ ০০১।

মাধব বৈশ্য
৩১. ১০. ২০০০

# শিল্পৰ টান জীৱনৰ গান

নলিনীধৰ ভট্টাচাৰ্য

শিল্পীৰ ব্যক্তিত্ব পৰ্বতৰ দৰে ধ্যান-গম্ভীৰনে ভাগিৰথীৰ দৰে স্ৰোতস্বিনী? হয়তো দুয়োটাই, শিল্পৰসিকসকলে কোনো কোনো শিল্পীৰ ক্ষেত্ৰত ধ্যান-গম্ভীৰ ৰূপৰ আৱিষ্কাৰ কৰিব পাৰে, আকৌ আন কোনো শিল্পীৰ ৰচনাত স্ৰোতস্বিনীৰ চঞ্চলতাও বিচাৰি পাব পাৰে। মই নিজে চিত্ৰ-ভাস্কৰ্যৰ সমজদাৰ নহওঁ, তথাপি ক'ব পাৰোঁ, নীলপৱনৰ নিৰ্মাণত যেন নদীৰ চৰিত্ৰ আছে। কেতিয়াবা বান আছে, গৰাখহনীয়া হয়; কেতিয়াবা ৰুক্ষ, খৰাং। কবি আৰু শিল্পৰসিক নীলমণি ফুকনৰ মতে 'দীৰ্ঘকাল জোৰা সাধনা-সাপেক্ষ বৰুৱাৰ সৰহভাগ ছবিয়েই দৃশ্যবস্তুৰ আঁতৰত থাকি স্মৃতিৰ আধাৰত অঁকা।' ইয়াৰ অৰ্থ হয়তো ছবিবোৰ নীলপৱনৰ মনৰেই বিচিত্ৰ লীলা। সহানুভূতিৰে চালে, তাত হয়তো আমাৰো মুখ বা মুখা দেখা যাব পাৰে। তেওঁৰ 'Pensive mood' আৰু 'Time unrest' শীৰ্ষক ছবি দুখনত বিপৰ্যস্ত যন্ত্ৰণাৰ আভাস আছে যেন লাগে। সি যদি সঁচা হয়, তেন্তে ক'ব পাৰি সেই ৰূপ আমাৰো, আমাৰ সকলোৰে। মই কেতিয়াবা ভাবোঁ, কোনো শিল্পীকে আমি শ্ৰেষ্ঠ বুলি দাবী কৰিব নোৱাৰোঁ। নিজৰ ধৰণেৰে, স্বকীয়তাৰে, তেওঁ নিজেই 'স্বে মহিম্নি' প্ৰতিষ্ঠিত হয়। নীলপৱনৰ ৰচনাৰ সৌকুমাৰ্য সময়ে এদিন বিচাৰ কৰিব আৰু মোৰ বিশ্বাস, সময়ে তেওঁক প্ৰৱঞ্চনা নকৰে ; তেওঁৰ স্বপ্ন, সাধনা কেতিয়াও অথলে নেযায়।

নীলপৱনে জীৱনৰ অৰ্থ বিচাৰিবলৈ, তেওঁৰ ভাষাত, জীৱনক সুন্দৰ কৰিবলৈ যি পথ বাছি ললে, আমাৰ দেশত সি কাঁইটীয়া, যন্ত্ৰণাময়। প্ৰতিকূল পৰিৱেশৰ বিৰুদ্ধে যুঁজ দিবৰ বাবে যি অসাধাৰণ মনোবল লাগে, তেওঁ সেই মনোবলৰ অধিকাৰী হৈছিল। সাম্প্ৰতিক কালৰ সংস্কৃতি ক্ৰমান্বয়ে বেপাৰী হোৱাৰ লক্ষণে দেখা দিছে। এইটো শুভ লক্ষণ নহয়। নীলপৱনহঁতৰ যৌৱনত 'বিজিনেচ কালচাৰ'ৰ নাম-গোন্ধ নাছিল। অসমত চিত্ৰ-ভাস্কৰ্যৰ ক্ষেত্ৰখন তেতিয়া তেনেই সীমিত আছিল। এই সীমিত ক্ষেত্ৰত যিসকল শ্ৰদ্ধেয় শিল্পীয়ে কাম কৰি আছিল, তেওঁবিলাক সদায় স্মৰণীয় হৈ ৰ'ব। জীৱেশ্বৰ বৰুৱা, আগু দেবৰ পৰা শোভা ব্ৰহ্মা, বেণু মিশ্ৰলৈকে – এই আটাইবোৰেই শিল্পৰ সাধনাত গুৰুত্ব দিছিল বেছি ; ধন তেওঁবিলাকে বিচাৰিছিল সঁচা, কিন্তু সেইটো আছিল গৌণ। নীলপৱনেও এই পথ লৈছিল। ইচ্ছা কৰা হ'লে তেওঁ বইনাৰে ধন চপাব পাৰিলেহেঁতেন, কিন্তু সেইটো নকৰি তেওঁ শিল্পৰ ময়ূৰপংখী বিচাৰি ফুৰিলে ; নিত্য নতুন চিন্তা-অনুভূতি আৰু পৰ্যবেক্ষণেৰে, গুৰু ৰামকিংকৰ বেইজৰ আৰ্হিৰে সৃষ্টিৰ গতি অব্যাহত ৰাখিলে। তথাপি, এই প্ৰৌঢ় কালতো তেওঁ ক্লান্ত হোৱা নাই। গতি স্তব্ধ হোৱা নাই, কাৰণ তেওঁৰ কাণত অহৰহ

বাজি আছে ৰামকিংকৰৰ সেই অপূৰ্ব প্ৰশংসা বাণী ঃ 'ছেলেটা পাগল আছে।' নীলপৱন সৃষ্টিৰ উন্মাদনাত যে অস্থিৰ, সেই কথা তেওঁৰ 'নন-ফৰ্মেল' জীৱন-চৰিতেই কয়।

সংসাৰৰ ধামখুমীয়াৰ মাজত নৌ সোমাওঁতেই শৈশৱতে নীলপৱনে প্ৰকৃতি আৰু মানুহৰ মাজত, মানুহে তৈয়াৰ কৰা ব্যৱহাৰিক আৰু অন্যান্য সুকুমাৰ কলাৰ মাজত কিবা এটা বিচাৰি ফুৰিছিল, হয়তো নিজৰ অজ্ঞাতেই। কি বিচাৰিছিল তেওঁ? আৰি মিৰিৰ ম'হবোৰৰ শিঙৰ পৰা ৰবি বৰ্মাৰ ছবিলৈকে, ব্ৰহ্মপুত্ৰ নদী, তাৰ পাৰত চৰি ফুৰা অজস্ৰ চৰাই-চিৰিকতিৰ পৰা ঘৰৰ গোসাঁইঘৰৰ সিংহ, গৰুড়লৈকে — এই আটাইবোৰতে তেওঁ পাইছিল নিষ্পাপ আনন্দ। যি তেওঁৰ স্মৃতিৰ সঁফুৰাত জীপ লৈছিল আৰু পৰৱৰ্তী জীৱনত তেওঁৰ উদ্দাম সৃষ্টি-স্পৃহাৰ সহায়ক হৈছিল। তেওঁৰ ছবিৰ উৎস হয়তো ফুকনে কোৱাৰ দৰে স্মৃতিয়েই। চৰাই, শিঙাল জন্তুৰ ছবি দেখিছোঁ। তাৰ মৰ্মৰস আস্বাদন কৰোঁতাই কৰিব, মই মাত্ৰ ইয়াত আঙুলিয়াইছোঁহে। দৃশ্যচিত্ৰও তেওঁৰ আছে — তাত নিসৰ্গৰ প্ৰতি তেওঁৰ আসক্তি ফুটি উঠিছে। শান্তিনিকেতনত গঢ়া বাউলৰ মাটিৰ মূৰ্তিটোও উপেক্ষনীয় নহয়। মোৰ কেতিয়াবা অনুমান হয়, বহিৰ্জগতৰ ঘটনাৱলীয়েও তেওঁৰ মনক আলোড়িত কৰিছে। তাৰ চিন-মোকাম কোনো কোনো ছবিত হয়তো আছে। নৱকান্ত বৰুৱাৰ মতে তেওঁ মুখাৰ জৰিয়তেহে ভাস্কৰ্যৰ কাষ চাপিছে। মুখা-শিল্পৰ প্ৰতি নীলপৱনৰ এই আগ্ৰহ মন কৰিবলগীয়া। অসমৰ এই মৃতপ্ৰায় শিল্পক পুনৰ্জীৱন দিয়া আৰু তাৰ সহায়ত নতুন সৃষ্টি কৰাৰ জোখাৰে তেওঁৰ প্ৰতিভা আৰু জ্ঞান নিশ্চয় আছে। তাৰবাবে তেওঁ. অকলে নহয়— সহকৰ্মীক লগত লৈ, বহুতো চেষ্টা কৰিছে বুলি আমি জানো। আমাৰ ইয়াত এনেবোৰ উদ্যমৰ স্বীকৃতি নাই বুলিবই পাৰি। তথাপি তেওঁ ইটোৰ পিছত সিটোকৈ নানা কাম হাতত লৈছে, আনকি বৃন্দাবনী বস্ত্ৰ সম্পৰ্কেও গৱেষণা আৰু পৰিকল্পনা কৰিছে। প্ৰবল মনোবল থকা সত্বেও তেওঁ কেতিয়াবা থমকি ৰয় — পাৰিমনে, সময় দেখোন গ'লেই। আমি কওঁ, নাই, দিৱসৰ শেষ সূৰ্য মাৰ যাবলৈ এতিয়াও বহুত বাকী। তেওঁ কাম কৰি যক। এদিন সফল হ'বই। শান্তিনিকেতনৰ পৰা বুটলি অনা আত্মিক সমলে তেওঁৰ নদীক প্ৰৱাহিনী কৰি ৰাখক — এই আশা কৰাৰ আমাৰ অধিকাৰ আছে। তেওঁৰ ছবি বিমূৰ্তনে? সেই কথা শিল্পৰ সমীক্ষাকৰোঁতাসকলে ক'ব। কিন্তু মই ভাবোঁ—তেওঁৰ ছবিত ক'ৰবাত ক'ৰবাত বিকৃতি থাকিলেও, প্ৰসংগহীন নহয়। তেওঁ জীৱনক ভাল পায়। জীৱনত তেওঁ টানত পৰিছে, কিন্তু শিল্পৰ টানে তেওঁক সদায় ব্যস্ত ৰাখিছে। শিল্পৰ আকৰ্ষণেই তেওঁক এটা গতি দিছে। এই গতিত কেঁকুৰি থাকিবই, কাৰণ অন্তৰৰ প্ৰচ্ছন্ন ফল্গুধাৰাই শিল্পীৰ সৃষ্টিৰ পৰিৱৰ্তন ঘটায়। নীলপৱনৰ ক্ষেত্ৰতো এনে হোৱা নাই বুলিব নোৱাৰি। মুখা-শিল্পক জীয়াই তোলাৰ উদ্যম, অথবা বৃন্দাবনী প্ৰাচীৰ চিত্ৰ নিৰ্মাণৰ প্ৰচেষ্টাই সেই কথা প্ৰমাণ কৰে। এইবোৰত উৎস-সন্ধানৰ ইংগিত আছে, তদুপৰি আছে অসমৰ মাটি আৰু মানুহৰ প্ৰতি গভীৰ মমতা। 'বসুন্ধৰা উদ্যান'ৰ স্বপ্নতো এনে লক্ষণ ফুটি উঠিছে।

নীলপৱনৰ শিল্প জীৱন দুখ-কষ্ট আৰু নানা সংঘাতেৰে ভৰপূৰ। শান্তিনিকেতনৰ পৰা আহি তেওঁ জীৱেশ্বৰ বৰুৱাই পতা আৰ্ট স্কুলত শিক্ষকতা কৰিছিল। আৰ্ট স্কুলৰ

শিক্ষকৰ অৱস্থা কি কৰুণ, সেই কথা নীলপৱনৰ নিজৰ লেখাতে প্ৰকাশ পাইছে। মোৰ আটাইতকৈ ভাল লাগিছে তেওঁ উল্লেখ কৰা ত্ৰিবেণী ঝাৰ কথা পঢ়ি। কোন এই ত্ৰিবেণী ঝা? তেওঁ আছিল আৰ্ট স্কুলৰ চকীদাৰ। এই মানুহটোৱে আৰ্ট স্কুলকে ধ্যান-প্ৰাণ বুলি ভাবিছিল। সুদূৰ বিহাৰৰ পৰা অহা এই নিৰীহ হোজা মানুহটোৱেই নীলপৱনহঁতক নিজৰ গাঁঠিৰ ধন ভাঙি খুওৱা কথাষাৰে তেতিয়াৰ দিনৰ সৰু-সৰু মানুহৰ মানৱতাবোধলৈ আঙুলিয়ায়। নীলপৱনে তেওঁৰ কথা কৃতজ্ঞতাৰে সুঁৱৰিছে। এই মানুহটোৰ শেষত মগজুৰ দোষ হ'লগৈ। সংবেদনশীল শিল্পীৰ অন্তৰৰ কোনোবা চুকত সেই মানুহটো চাগৈ এতিয়াও জীয়াই আছে। শিক্ষকতাৰ মৰুময় বালিত নীলপৱনৰ জীৱিকাও নহ'ল, চিত্ৰ-ভাস্কৰ্য ৰচনাৰ স্বপ্নও মৰহি যোৱাৰ দৰে গ'ল। তাৰ পাছত আকৌ নতুন যাত্ৰা আৰম্ভ হ'ল। তেওঁৰ ভাষাত 'লতা-কটা ৰণ'। তেওঁ মনত পেলায় টীয়কৰ চাপৰিৰ সেই বিহুৱলিয়া ল'ৰাটোলৈ—যি পেটত গামোচা বান্ধিও বিহুনাম গায় ঃ 'কেতিয়াবা মইনাজান এনেনো লাগে যেন, ডিঙি কাটি মৰিবৰ মন।' এই বিহুনাম ফাকিত বেদনা থাকিলেও তাৰ মূৰ্ছনাই সবল গ্ৰাম্য-যুৱকক জীৱনী-শক্তি দান কৰিছে। নীলপৱন চিন্তাশীল লোক। তেওঁ ভাবেও। কলা-সংস্কৃতি সমাজৰ জীৱনী-শক্তি, তেওঁৰ ভাষাত সি 'অতিৰিক্ত প্ৰাণ।' শিল্পী ৰদাৰ 'Thinker' নামৰ সেই মূৰ্তিটো কাগজে-পত্ৰই ক'ৰবাত দেখিছোঁ। শিল্পী নিশ্চয় ভাবুক, চিন্তক। নীলপৱনে সমাজৰ কথা, জাতিৰ কথা ভাবিয়েই কাম কৰিবলৈ ল'লে। ছবি আঁকিলে, নানা ঠাইত প্ৰদৰ্শনী পাতিলে, শেষত বহুজনক লগত লৈ চাৰুকলা পৰিষদ গঠন কৰিলে। এই পৰিষদৰ ফালৰ পৰা শিল্পী-শিবিৰো অনুষ্ঠিত হ'ল। এনেবোৰ কামৰ মাজেদি তেওঁ লাহে লাহে বাইজৰ মৰম পালে। চাৰুকলা পৰিষদ দীৰ্ঘ দিন চলি আছে, নীলপৱন কিন্তু তাৰ পৰা শেহত আঁতৰি আহিল। তেওঁৰ কিবা হয়তো অভিযোগো আছে, কিন্তু তেওঁ সেইবোৰ ধৰি থকা নাই। তেওঁ তেওঁৰ নিজা ধৰণে কাম কৰি গৈছে, কাৰণ তেওঁ জানে 'আয়ুৰ্যাতি দিনে দিনে'। বয়স হৈ আহিলে জীৱনটো চুটি চুটি যেন লাগে, কিন্তু জ্ঞানীজনে ভয় নকৰে, সাহসেৰে কাম কৰি যায়। পিকাছোৰ দৰে শিল্পীয়ে নব্বৈ বছৰ বয়সলৈকে কাম কৰিছিল, সৃষ্টি কৰিছিল 'গুৱেৰ্ণিকা'ৰ দৰে ছবি। নীলপৱনে এতিয়া তিনি কুৰিৰ দেওনা পাৰ কৰিছেহে, তেওঁৰ হাতত অনন্ত সময়। পৰিকল্পনা তেওঁ কৰি আছে আৰু সেই অনুযায়ী তেওঁ আগুৱাই গৈ থাকিব। যতীন বৰগোহাঞিয়ে তেওঁক সুধিছিল, 'বৰ্তমান আপুনি কি কাম কৰি আছে?' উত্তৰত তেওঁ কৈছিল, 'পাৰ হৈ যোৱা দিনবোৰৰ কাগজ-পত্ৰ, চিঠি-কিতাপ, আধৰুৱা লিখা আদি জুকিয়াই সজাইছোঁ। জুকিয়াই যাওঁতে ইমান দিনে কি কাম কৰিলো, তাকো ঘূৰি চাইছোঁ নতুন কামৰ প্ৰস্তুতিৰ কাৰণে।' আমিও কওঁ, তথাস্তু। এই প্ৰতিশ্ৰুতি আমাৰ বাবে আশাপ্ৰদ। তেওঁ ৰাজহুৱা স্থানত ছবি অঁকাৰ কথাও কৈছে, সেইটো আৰু ভাল কথা। তেতিয়া ৰাইজৰ লগত পোনপটীয়া সম্পৰ্ক স্থাপন হ'ব।

নীলপৱনে ভাবে, আমাৰ ইয়াত শিল্পীৰ আদৰ নাই। সেইদৰে চিত্ৰ-সমালোচকৰো অভাৱ বুলি তেওঁ ধাৰণা কৰে। এই দুয়োটা কথাই সঁচা যেন লাগে। বৰ্তমান চিত্ৰকৰ বা ভাস্কৰৰ সংখ্যা আগতকৈ বাঢ়িছে, তেওঁবিলাকে হয়তো সীমিতভাৱে আদৰো পাইছে, কিন্তু

সৰ্বসাধাৰণ ৰাইজৰ মৰম আটায়ে পোৱা নাই। আমাৰ দেশত সাধাৰণ ৰাইজ কলা সচেতন বুলিব নোৱাৰি। ইয়াৰ কাৰণ হ'ল— এটা শ্ৰেণী ভোগবাদৰ মায়াজালত বন্দী, আনটো শ্ৰেণী জীৱিকা-জৰ্জৰ। জীৱনক সুন্দৰ কৰাৰ বাবে চিন্তা কৰিবলৈ তেওঁবিলাকৰ আহৰি নাই। গাঁৱে-ভূঞে যিবোৰ হস্ত-শিল্প আছে, সেইবোৰো পৃষ্ঠপোষকতাৰ অভাৱত মৰহি গৈছে। নীলপৱন আমাৰ এই হস্ত-শিল্পবোৰ সম্পৰ্কে সজাগ হোৱা দেখি আমি ভাল পাইছোঁ আৰু আশা কৰিছোঁ, এইবোৰৰ সহায়তে তেওঁ নতুন যুগোপযোগী ছবি বা ভাস্কৰ্য সৃষ্টি কৰিবলৈ সমৰ্থ হ'ব। সৰ্বসাধাৰণক আকৃষ্ট কৰিবলৈ তেওঁবিলাকৰ হৃদয়ৰ ভাষাক চিত্ৰ-কলাত ৰূপ দিব পাৰিলে কাম হ'ব বুলি মই ভাবোঁ। আমাৰ ইয়াত কাঠৰ ভাস্কৰ্যৰো (Wood-cuts) সম্ভাৱনা আছে। এই বিষয়ে নীলপৱনে চিন্তা-চৰ্চা কৰিলে ভাল হ'ব। সমালোচনাৰ প্ৰশ্নটোও জৰুৰী। স্ৰষ্টা আৰু দৰ্শকৰ মাজত সম্পৰ্ক ৰক্ষা কৰিবলৈকে সমালোচকৰ প্ৰয়োজন। সম্প্ৰতি দেখা গৈছে, অকল চিত্ৰকলা বিষয়তে নহয়, সাহিত্যৰ ক্ষেত্ৰতো প্ৰকৃত সমালোচকৰ অভাৱ চকুত লগা হৈ পৰিছে। ইয়াৰ কাৰণ, বোধহয় আমাৰ যুৱক-যুৱতীসকলৰ বৌদ্ধিক বিকাশৰ উৎস টেলিভিছনহে, অধ্যয়ন আৰু অভিজ্ঞতা নহয়। আমাৰ চৰকাৰী শিক্ষা-নীতিত ছাত্ৰ-ছাত্ৰীৰ সৰ্বাংগীন বিকাশৰ কোনো আঁচনি বা পৰিকল্পনা নাই। আমাৰ দেশ বৰ দুৰ্ভগীয়া, কিয়নো ৰজাঘৰীয়াসকলে 'Miles to go, promises to keep'— এই কথাষাৰ শুনিও নুশুনে, বুজিও নুবুজে। চিত্ৰশিল্পীসকলৰ সমস্যা বহুত, সেইদৰে ভাস্কৰৰো। চীন দেশৰ গাওঁবিলাকত ক্লাব আছে। এই ক্লাববিলাকত সকলো ধৰণৰ কলা-চৰ্চা কৰিবলৈ চৰকাৰে তাত উদগনি দিয়ে। এনে কাম আমাৰ দেশত অকল্পনীয় ; কিয়নো, ইয়াত ৰজাঘৰৰ কোনো অন্তৰ্দৃষ্টি নাই। এনে অৱস্থাত চিত্ৰ-ভাস্কৰ্যৰ সৃষ্টি, প্ৰচাৰ, প্ৰসাৰৰ বিস্তৃত ক্ষেত্ৰ অনায়াসে প্ৰস্তুত হৈ উঠিব বুলি ধৰা টান। তথাপি চিত্ৰ প্ৰদৰ্শনী হৈছে, সংগ্ৰাহকৰ সংখ্যাও আগতকৈ বাঢ়িছে, এইটো আশাৰ কথা। আমাৰ বাতৰি কাকত, আলোচনী আদিত এই বিষয়ে চৰ্চা হোৱা উচিত। উচ্চশিক্ষাৰ কেন্দ্ৰবোৰতো ইয়াৰ বাবে গৱেষণা হোৱাটো দৰকাৰ। সাহিত্য সভায়ো এই দিশত কিবা কৰিব পাৰে। কলা-ক্ষেত্ৰই শিল্পীসকলক প্ৰত্যক্ষ আৰু পৰোক্ষভাৱে উদগনি দিব লাগে। নীলপৱনে এইবোৰ কথা তেওঁৰ লেখাত উল্লেখ কৰিছে, কিন্তু কাণ দিয়ে কোনে?

নীলপৱন যিটো পৰিয়ালৰ পৰা আহিছে, সেই পৰিয়ালটো সংস্কৃতিৱান আৰু ৰুচিশীল। ধ্বনিকবি বিনন্দ চন্দ্ৰ বৰুৱাৰ পুত্ৰ হিচাপে নীলপৱনে সৰুৰে পৰাই শিল্প-সংস্কৃতিৰ পৰিৱেশ এটাৰ মাজতে ডাঙৰ-দীঘল হৈছে। ধ্বনিকবিৰ মোমাই বংশৰ হৰেশ্বৰ শৰ্মা বৰুৱা, লক্ষেশ্বৰ শৰ্মা বৰুৱা আদিয়ে উপন্যাস আৰু কবিতাৰ চৰ্চা কৰিছিল। টীয়কৰ অচ্যুত ভৱনেই নীলপৱনহঁতৰ ঘৰ, তাতেই ডাঙৰ-দীঘল হৈছিল কমল চন্দ্ৰ বৰুৱা, বিষ্ণু চন্দ্ৰ বৰুৱা। এওঁবিলাকেই মৰিয়নিৰ 'বন্তি সাহিত্য মন্দিৰ'ৰ পৰা অধুনালুপ্ত আলোচনী 'বৰদৈচিলা' উলিয়াইছিল। এই আলোচনী চেমনীয়া কালত আমিও বৰ আগ্ৰহেৰে পঢ়িছিলো। অসমীয়া সাহিত্যলৈ নানাভাৱে বৰঙণি যোগোৱা এই পৰিয়ালটোৱে নীলপৱনৰ শিল্পী মনটো তৈয়াৰ কৰিছিল বুলি ক'ব পাৰি। টীয়কৰ প্ৰকৃতি আছিল নীলপৱনৰ বাবে ছবিৰ দৰে। সেইবোৰ

চাই তেওঁ মুগ্ধ আৰু অনুপ্ৰাণিত হৈছিল। কৈশোৰৰ জয়-হিন্দ ক্লাবত অংকুৰিত হৈছিল তেওঁৰ শিল্পী মনৰ মাধুৰী। পৰৱৰ্তী কালত সেই মাধুৰীয়েই চৌদিশ আমোলমোল কৰি তুলিব পৰা সুগন্ধী চন্দনত পৰিণত হৈছিল। চিত্ৰ-ভাস্কৰ্যৰ শিক্ষা, পৰ্যটন, পৰ্যবেক্ষণ, সংঘাত , অভিজ্ঞতাৰ হেঙুল-হাইতালেৰে চিত্ৰ-ক্ষেত্ৰ ৰহনাই তুলিলে নীলপৱনে। ব্যক্তিগত নিৰলস সাধনা আৰু সমাজ-চিন্তাৰ মাজত সাঁকো নিৰ্মাণৰ চেষ্টাও তেওঁ কৰিছিল। তাত তেওঁক সহায় কৰিছিল অকালতে আমাৰ মাজৰ পৰা আঁতৰি যোৱা সুভাষ সাহাই। নীলপৱনে তেওঁক পাহৰা নাই। নীলপৱনৰ ৰঙৰ বলয়ত আছে বেদনা , এই বেদনাৰ উৎসও হয়তো জীৱনেই —য'ত মুক্তভাৱে উশাহ লোৱাৰ কোনো সুৰুঙা নাই । কিন্তু শিল্পীমন বেদনাৰ মাজতো প্ৰাণ-চঞ্চল হ'ব পাৰে। শিল্পীৰ প্ৰাত্যহিক জীৱনলৈ সি আনে সুগন্ধী পখিলা। শিল্পৰ জয় হয়। নীলপৱনে তেনেকৈয়ে জীয়াই আছে। তেওঁৰ সহধৰ্মিণী সুকণ্ঠী গায়িকা দীপালিৰ মাজতো দেখিছোঁ শিল্পৰ মূৰ্ত ৰূপ। দীপালিৰ কণ্ঠ আজি ভাগৰি পৰিছে সঁচা, কিন্তু সেই অপূৰ্ব সংগীতৰ ৰেশ, অনুৰণন আমাৰ মনৰ মাজত আজিও ধ্বনিত হৈ আছে। গানৰ সেই মুহূৰ্তবোৰ যেন অনন্ত—সিয়েই তেওঁৰ জীৱনক ধৰি ৰাখিছে। এনে এগৰাকী জীৱনসংগিনীয়েও নীলপৱনৰ শিল্প-যাত্ৰা মধুৰ কৰি তুলিছে। হয়তো এনেও হ'ব পাৰে, এইগৰাকী নাৰীৰ সাহচৰ্যতে নীলপৱনে জীৱনৰ কুৰুক্ষেত্ৰত অভিযাত্ৰী হ'বলৈও প্ৰেৰণা পাইছে। নীলপৱনৰ ত্যাগ আৰু সাহসী প্ৰচেষ্টাৰ মৰ্ম দীপালিয়ে বুজিছে বাবেই নীলপৱন আজিও ৰামকিংকৰৰ সেই 'পাগলা ছেলে' হৈয়ে থাকিব পাৰিছে। নীলপৱনেও শেষ পৰ্যায়ত স্থানীয় শিল্পৰ প্ৰতি আকৃষ্ট হোৱাৰ কথা কৈছে। স্থানীয় শিল্প বুলিলে বোধকৰো ব্যৱহাৰিক কলাকে বুজায়। আন ভাষাত কাৰুকৃতি বুলিও ক'ব পাৰি। সেইবোৰৰ বেছিভাগেই চাৰুশিল্পৰ পৰ্যায়লৈ উঠা নাই। আমাৰ তাঁত শিল্পই হওক, বৃন্দাবনী বস্ত্ৰই হওক, নাইবা পুথি-চিত্ৰ বা মুখা-শিল্পই হওক, এইবোৰ নানা কাৰণত নিষ্প্ৰভ হৈ আহিছে। আহোম ৰজাৰ দিনত এইবোৰৰ উন্নতি হৈছিল। কিয়নো, এহাতে ৰজাঘৰৰ উদগনি আছিল আৰু আনহাতে শিল্পীৰো স্বাধীনতা আছিল। পৰৱৰ্তী কালৰ ধনতান্ত্ৰিক গাঁথনিত এই শিল্প উপেক্ষিত হ'ল আৰু শিল্পীসকলেও স্বাধীনতা হেৰুৱালে। লোকশিল্পৰ মূল্যায়নত এই প্ৰশ্নবোৰ আহিব। গাঁৱৰ মানুহ নিৰক্ষৰ হোজা হ'ব পাৰে, কিন্তু প্ৰকৃতি, জলবায়ু, সামাজিক নিষ্পেষণ, মাটি সম্পৰ্কীয় আইন-কানুন—এইবোৰ সম্পৰ্কে যথেষ্ট জ্ঞান তেওঁবিলাকৰ আছে। লোকশিল্প দৰাচলতে সেই জ্ঞানৰে প্ৰকাশ। তেওঁবিলাকৰ মুক্তিৰ আকাংক্ষাও আছে। দৰাচলতে লোকশিল্প (জনজাতীয় আৰু গ্ৰামীণ) ব্যক্তিকেন্দ্ৰিক নহয়, তাৰ সামাজিক চৰিত্ৰই আমাক মুগ্ধ কৰে। প্ৰাচীন মন্দিৰ, মছজিদৰ পৰা আৰম্ভ কৰি কাঠ-বাঁহ, বেতৰ সঁজুলিলৈকে —সকলো অনামী লোকশিল্পী বা লোক-ভাস্কৰৰ সৃষ্টি। এইবিলাকৰ অৱদান সম্প্ৰতি উপেক্ষিত হৈছে। নীলপৱনৰ লোকশিল্পৰ পুনৰুদ্ধাৰৰ চেষ্টা আৰু তাৰ আংগিকেৰে নতুন চিত্ৰ-ভাস্কৰ্যৰ নিৰ্মাণৰ পৰিকল্পনা নিশ্চয় আদৰণীয়। কিন্তু তাৰ বাবে সংগ্ৰহ, গৱেষণা, অনুকূল ৰাজনৈতিক আৰু অৰ্থনৈতিক গাঁথনি ক'ত? এই বিষয়ে এটা সাংস্কৃতিক আন্দোলন অত্যন্ত প্ৰয়োজনীয়। নীলপৱনে অকলে সেই কাম কৰিব নোৱাৰে, সচেতন সকলো

শিল্পীয়েই একগোট হৈ এই বিষয়ে সৰ্বসাধাৰণৰ দৃষ্টি আকৰ্ষণ কৰিব পাৰিলে কাম হ'ব পাৰে। আৰু এটা কথা। শিল্প সমালোচনাৰ ক্ষেত্ৰত আমি সদায় পশ্চিমৰ মুখাপেক্ষী হৈয়ে থাকিমনে? আমি আমাৰ দৰে চিন্তা বা অনুভৱ কৰিব নেলাগে জানো?

আমাৰ দেশ আজি ৰক্তাক্ত, প্ৰতি দিনেই দেখিছোঁ মাটিত তেজৰ দাগ। মানুহেই মানুহক হত্যা কৰিছে। ৰাজনৈতিক সন্ত্ৰাসৰ বাবে মানুহ ব্যৱহৃত হৈছে। মানুহ আজি ঘাতক। বাটে-ঘাটে, ৰেলে-বাছে, ঘৰে-পৰে, অফিচে-দপ্তৰে, পথাৰে-সমাৰে, মেলে-মিটিঙে আমি যিবোৰ সদায় একেলগে ঘূৰোঁ, ফুৰোঁ, একেলগে চাহ খাওঁ, আজি তেওঁবিলাকৰ মাজতো ঈৰ্ষাই দেখা দিছে। ঐক্য-মঞ্চ ভাগি পৰিছে। নিৰীহ সাধাৰণ মানুহৰ নামত যি ৰক্তপাত হৈছে, যি গৃহযুদ্ধ হৈছে, তাৰ সন্মুখত শিল্পৰ আয়োজন ব্যৰ্থ হোৱাৰ আশংকাই দেখা দিছে। এটা কবিতা, এখন চিত্ৰ, এটা ভাস্কৰ্যই আমাক আশ্ৰয় দিবনে? কথাটো চিন্তনীয়। কেউফালে জুই জ্বলিছে, তাৰ মাজত নীৰোৰ বীণা-বাদন চলি আছে। সভ্যতাৰ গতি এতিয়া অন্ধ। লোভ আৰু ঈৰ্ষাৰ পতাকা হাতত লৈ মানুহ গৈ আছে। এই মানুহবোৰে শিল্প-ভাস্কৰ্য, সংগীত, কবিতাৰ ফালে দৃষ্টি দিবনে? তথাপি ধূপ আমি জ্বলাব লাগিব, ফুল আমি ৰুব লাগিব। নীলপৱনে বাটৰ দাঁতিত সকলোৰে দেখাকৈ ধূপ জ্বলাই, ফুল ৰুই বিপথগামী আত্মাক দেশ, জাতি সম্পৰ্কে সচেতন কৰি তোলক। এই কাম নীৰৱ হৈও সৰৱ হ'ব। ক্ৰমে ক্ৰমে জীৱনৰ গানে, শিল্পৰ টানে নতুন সমাজৰ স্বপ্ন সফল কৰিব। নীলপৱন আপোঁচকামী নহয়, তেওঁৰ মানুহৰ ওপৰত বিশ্বাস আছে, তেওঁৰ হাতত শিল্প লাৱণ্য যোজনাৰে মংগলদ্যুতি হৈ দেখা দিব। তেওঁ স্বদেশৰ যাত্ৰী হৈও বিশ্বপথিক হোৱাৰ সাধনা কৰিছে। নীলপৱন শতায়ু হওক। ❐

**(সহায়ক গ্ৰন্থ : 'অন্য এক গতি' — নীলপৱন বৰুৱা)**

# বরুবা শ্রীমান নীলপবন




বরুবা শ্রীমান নীলপবন
বড্ড খেলাতে বড় মগন
[illegible]
[illegible]
[illegible]

[illegible]

# গীতৰ অন্তৰা

ড° নিৰ্মলপ্ৰভা বৰদলৈ

সংগীত চৰ্চা কৰাসকলে জানিব — 'অন্তৰা' শব্দটোৰে মই কি বুজাব খুজিছোঁ। সংগীতত অস্থায়ী, অন্তৰা, সঞ্চাৰী এনে শব্দবোৰৰ ব্যৱহাৰ কৰা হয়। অন্তৰাত থাকে গভীৰ ব্যঞ্জনা। আৰম্ভণিৰ চৰণ (stanza) হ'ল অস্থায়ী । ইয়াক বহুতে স্থায়ী বুলি কয়। ইয়াকে আকৌ বহুতে কয় 'মুখ' বা 'মোখৰা' বুলি। তাৰ পাছৰ চৰণ হ'ল অন্তৰা, য'ত থাকে গীতটোৰ অন্তৰ্নিহিত ভাবখিনি। এই কথাখিনিকে এটা উদাহৰণ দি বুজালে ভাল হ'ব—

ধুমুহাত মই
থৈ যাওঁ মোৰ গতি
এই পৃথিবীৰ ধূলি উৰুৱাওঁ
বৰ বৰ গছ উভালি পেলাওঁ
সৃষ্টিৰ ন সঁহাৰি বিলাওঁ
পুৰণিক দিওঁ যতি।

এইখিনি হ'ল স্থায়ী বা অস্থায়ী, মুখ বা মোখৰা। অন্তৰাখিনি কেনে? প্ৰথম অন্তৰা হ'ল—

মোৰ দুৰন্ত বিশাল প্ৰেমে
অনন্ত আকাশ চুমে
যেন হাজাৰ শ্ৰাৱণে
প্ৰাণলে প্লাৱন আনে
এই জোৱাৰত সৰু-বৰ আদি
যাওক উটি ভাহি
মই দুৰ্বাৰ বেগে যাওঁ আগবাঢ়ি
সীমাৰ পৰিধি ভাঙি।।

দ্বিতীয় অন্তৰা হ'ল —

মই মৃত্যু নকৰোঁ ভয়
পাছলৈ নেচাওঁ মই
নতুন দিনৰ সৃষ্টি বিচাৰি
কৰোঁ নৱ প্ৰস্তুতি।।

'গীতৰ অন্তৰা' শব্দটোৰে মই বুজাব বিচাৰিছোঁ গীত একোটাৰ নেপথ্যৰ, আনে নেদেখা বুকুৰ মাজৰ কথাখিনিকে।

দীপালি বৰঠাকুৰ — এটা নাম, এটা অনন্য কণ্ঠ। দীপালিৰ কণ্ঠস্বৰ মানুহে জানে, আদৰ কৰে, কিন্তু নেপথ্যৰ কথাবোৰ? এইবিলাকো মানুহে জনা দৰ্কাৰ। এইবিলাক জানিলেহে এগৰাকী ব্যক্তিক জনাটো সম্পূৰ্ণ হয়।

১৯৫৭-৫৮ চনৰ পৰা ১৯৬৭-৬৮ চনলৈ — এই সময়খিনিয়েই দীপালিৰ গানৰ সময়। ১৯৬৮ চনৰ পৰা তেওঁৰ কণ্ঠ অসুস্থ হৈ পৰে। বহুত নামী-দামী চিকিৎসকৰ দ্বাৰা চিকিৎসাও কৰালে, বিদেশলৈও গ'ল। কিন্তু দীপালিৰ সেই সুৰীয়া কণ্ঠ ঘূৰি নাহিল। সেই সুৰীয়া কণ্ঠৰ মাজেৰে প্ৰাণ পাই উঠা সুন্দৰ গানখিনি বৈ গ'ল দীপালিক অমৰ কৰি ৰাখিবলৈ।

শিৱসাগৰৰ ম'হখুঁটিত জন্মগ্ৰহণ কৰা দীপালিৰ স্কুলীয়া দিনৰ পৰাই আৰম্ভ হৈছিল সংগীতৰ জীৱন। শিৱসাগৰৰ অ'ৰ-ত'ৰ মঞ্চত আত্মপ্ৰকাশ কৰা দীপালিক গুৱাহাটী আকাশবাণীৰ তেতিয়াৰ কেন্দ্ৰ-সঞ্চালক ড° নাটেশে থলুৱা শিল্পীৰ সন্ধান কৰোঁতে বুটলি লয় আৰু 'অডিচন' নিদিয়াকৈয়ে অনাতাঁৰ শিল্পী হোৱাৰ সুযোগ দিয়ে।

সেই সময়ত চিনেমা আৰু মঞ্চৰ কাৰণে গীত লিখি মোৰ খ্যাতি হৈছিল যদিও ৰেডিঅ'ৰ কাৰণে গীত লিখাই নাছিলো। শ্ৰদ্ধেয় দাদা পুৰুষোত্তম দাস আৰু বীৰেন ফুকনে ৰেডিঅ'ৰ স্বীকৃতিৰ বাবে মোক গান লিখিবলৈ কৈ কৈ হায়ৰাণ হৈ গৈছিল। ৰেডিঅ'ৰ গীতিকাৰৰ স্বীকৃতি পাবলৈ পঁচিশটা গান একেলগে লিখি দিয়াটো ৰেডিঅ'ৰ নিয়ম। মই একেলগে পঁচিশটা গান লিখাৰ এলাহত সদায়ে তেওঁলোকৰ পৰা পলাই ফুৰোঁ। ইতিমধ্যে মই ৰেডিঅ'ৰ বিভিন্ন প্ৰগ্ৰেম (আইদেউৰ বুলনি, অকণিৰ মেল, ন-খুৰীৰ চ'ৰা আদি) পৰিচালনা কৰিব লগা হোৱা বাবে ৰেডিঅ'ৰ লগত জড়িত হৈ পৰিছিলো। গতিকে ৰেডিঅ'লৈ মোৰ প্ৰায়ে যোৱা হয়। ৰেডিঅ' ষ্টেচনত মোক দেখিলেই দুয়ো তাগিদা দিয়ে—'গান ক'তা? হ'লনে নাই লিখা?' মই 'হ'ব, দি আছোঁ' বুলি কৈ সেই প্ৰসংগৰ পৰা এৰাই চলিবলৈ বিচাৰোঁ। এনেদৰে থাকোঁতেই ১৯৫৯ কি ৬০ চনত মোলৈ ৰেডিঅ'ৰ পৰা 'ভোগালী' নামৰ সংগীতালেখ্য এখন ভোগালী বিহু উপলক্ষে লিখিবলৈ দি চুক্তিপত্ৰ পঠাই দিলে। সংগীতালেখ্যখনৰ সুৰ দিব মুকুল ককাইদেৱে (মুকুল বৰুৱা)। তেখেত আহি আমাৰ ঘৰ ওলাল। তেখেতে আলেখ্যখনত কম পক্ষেও পাঁচটা গীত দিবলৈ ক'লে। শুনি মোৰ জীৱ গ'ল। পাঁচটা গীত একেলগে! নিৰ্ধাৰিত সময়ৰ ভিতৰতেই পাঁচটা গীতসহ আলেখ্যখন লিখি দিলো। মুকুল ককাইদেউৰ অপূৰ্ব সুৰত কণ্ঠ দিলে শ্ৰদ্ধেয় বীৰেন ফুকনদাদা, বীৰেন দত্ত আৰু দীপালিয়ে। লগত আৰু কেবাজনো শিল্পীয়ে কণ্ঠ দিছিল যদিও সেইসকলৰ নাম এতিয়া মোৰ মনত নাই। আলেখ্যখনে প্ৰচুৰ জনপ্ৰিয়তা অৰ্জন কৰিলে। সেই সময়ত 'ভোগালী'ক সকলোৱে উচ্চ প্ৰশংসা কৰা শুনি মই অভিভূত হৈ পৰিছিলো। 'ভোগালী'ৰ সাফল্যৰ বাবেই দুমাহৰ পিছতেই আন এখন সংগীতালেখ্য 'ৰঙালী' লিখি দিবৰ বাবে ৰেডিঅ'ৰ পৰা আকৌ তাগিদা আহিল। এইবাৰো সুৰ দিব মুকুল বৰুৱাই আৰু গীত গাব আগৰবাৰৰ দৰেই বীৰেন ফুকন, বীৰেন দত্ত, দীপালি আৰু বহুতো কণ্ঠশিল্পীয়ে। মই দহ বন কাতি কৰি আলেখ্যখন লিখি দিলো।

'ভোগালী'ৰ দৰে 'ৰঙালী'কো ৰাইজে আদৰিলে। শ্ৰোতাসকল প্ৰশংসাত পঞ্চমুখ হ'ল। দুয়োখন আলেখ্যতে দীপালিয়ে তেওঁৰ নিজস্ব কণ্ঠ-প্ৰতিভাৰ স্বাক্ষৰ ৰাখিলে। দীপালিৰ কণ্ঠৰ লগত মোৰ ওচৰৰ পৰা পৰিচয় হ'ল। এই দুখন আলেখ্য প্ৰচাৰ হোৱাৰ এবছৰমানৰ পিছত মোৰ ৰেডিঅ' যোগে প্ৰচাৰিত আৰু মুকুল বৰুৱাৰ সুৰাৰোপিত আন এখন আলেখ্য 'বেউলা'ৰ দীপালিয়ে অন্তৰ ঢালি গোৱা সেই 'গুঞ্জৰি সাগৰৰ মাজে আছোঁ মই ভ্ৰমি, কত দূৰ আৰু কত দূৰ, ক'ত আছে সেই দেৱপুৰী' গীতটো আজিও কাণত বাজি আছে।

ইয়াৰ পিছত দীপালি আমাৰ চান্দমাৰিৰ সেই সৰু ঘৰটোলৈ ৰেডিঅ'ৰ বাবে, মঞ্চৰ বাবে, গ্ৰামোফোন ৰেকৰ্ড কৰিবৰ বাবে গান বিচাৰি প্ৰায়ে অহা হ'ল। কেতিয়াবা লগত আহে দীপালিৰ সৰু ককায়েক, সুৰকাৰ ভবেন বৰঠাকুৰ, কেতিয়াবা সুৰকাৰ জিতেন দেৱ, কেতিয়াবা সুৰকাৰ মুকুল বৰুৱা, সুৰকাৰ হেমেন হাজৰিকা, সুৰকাৰ দেবেন শৰ্মা, সুৰকাৰ ৰুদ্ৰ বৰুৱা, ইত্যাদি ইত্যাদি।

আমাৰ সেই চান্দমাৰিৰ ঘৰতেই দীপালিৰ কণ্ঠত ভবেন বৰঠাকুৰৰ সুৰত অভাৱনীয়ভাৱে জনপ্ৰিয়তা অৰ্জন কৰা মই লিখা সেই গীতটিৰ সৃষ্টিৰ কেইটামান মুহূৰ্তৰ কথা স্মৰণ কৰিছোঁ । এদিনৰ কথা। মই নিশাৰ বাবে আবেলিতে ৰান্ধি-বাঢ়ি অঁতাই হাত-পা ধুই সন্ধিয়াৰ পাঠদানৰ বাবে কলেজলৈ যাবলৈ সাজু হ'ব খুজিছোঁ। গৰম দিন। দিনটোত তিনিবাৰ গা নুধুলে থাকিব নোৱাৰি। গা-ধোৱা ঘৰত সোমাবলৈ লৈছোঁহে, এনেতে ওলালহি দীপালি আৰু ককায়েক ভবেন বৰঠাকুৰ। ভবেনে এটা সুৰ কৰি লৈ আহিছে। সুৰৰ ওপৰত কথা লিখি দিব লাগে। পিচদিনা পুৱাতে গ্ৰামোফোন ৰেকৰ্ড কৰিবলৈ কলিকতালৈ (বৰ্তমান কলকাতা) যাবগৈ। সময় বৰ কম।

ইতিমধ্যে জয়ন্ত হাজৰিকাই গোৱা 'আগলি বতাহে কপালে কলৰে পাত', ডঃ ভূপেন হাজৰিকাই গোৱা 'সীমাৰ সিপাৰে তৃপ্তি আমাৰ', 'মই এই মাটিৰে ল'ৰা', 'ধুমুহাত মই থৈ যাওঁ মোৰ গতি' আদি গীতবোৰ খুব জনপ্ৰিয় হোৱাত গীতিকাৰৰূপে মোৰ আসন ক্ৰমাৎ ওপৰলৈ উঠিছিল। দীপালি আগতেও আমাৰ চান্দমাৰিৰ ঘৰলৈ আহে, ৰেডিঅ'ৰ 'সুৰৰ শৰাই'ত গীত গায়। তেতিয়া দীপালিয়ে শ্ৰদ্ধেয় পুৰুষোত্তম দাসদাদা, ৰুদ্ৰ বৰুৱা, কেশৱ মহন্ত, লক্ষহীৰা দাসবাইদেউ আদিৰ গীতহে গাইছিল। মই লিখা গীত গোৱা আৰম্ভ হোৱাই নাছিল। এইবাৰ হঠাতে ভবেনে গানৰ বাবে অনুৰোধ লৈ আহিল। আহিলো আহিল এটা সংকট ক্ষণত। তেওঁলোকৰো সময় নাই, মোৰো সময় নাই। মই ক্লাছ কৰি কলেজৰ পৰা ঘূৰি আহোঁতে দহমান বাজিবগৈ। তেতিয়াৰ দিনত ক্লাছ ক্ষতি কৰাটো বৰ ডাঙৰ কথা আছিল। তেনেহলে এতিয়া কি কৰা যায়!

আমি একে ঠাইৰে অৰ্থাৎ শিৱসাগৰৰ মানুহ। দীপালিৰ কণ্ঠৰ প্ৰতিভাৰ বিষয়ে মই মোৰ ৰেডিঅ'ৰ সংগীতালেখ্যকেইখনতে অৱগত হৈছিলো। সাজ-সজ্জাত তেনেই সাধাৰণ ছোৱালী দীপালি। কিন্তু জন্মগত প্ৰতিভাৰে সু-উচ্চ কণ্ঠৰ অধিকাৰিণী। কৃত্ৰিমতা, সংকোচন কণ্ঠত নাই। কণ্ঠত আছে লোক জীৱনৰ সৰলতা আৰু মাধুৰ্য, উজনি অসমৰ গতানুগতিক পৰম্পৰাগত সুৰৰ বাবে যিটো বৰ প্ৰয়োজনীয়।

মই তেওঁলোকক বিমুখ কৰিবলৈ বেয়া পালো। ক'লো — 'মই এতিয়া গা ধুই কলেজলৈ ওলাব লাগে। তোমালোকে এটা কাম কৰা । মোৰ হাৰমনিযামটো আনি সুৰটো বজাই থাকা। মই গাও ধুম আৰু কথাও দি থাকিম।' ড্ৰেচিংৰুম আৰু বাথৰুমৰ মাজত এখন বেৰৰহে ব্যৱধান। চিলিঙৰ ওচৰত বেৰখন খোলা। গতিকে হাৰমনিয়ামৰ সুৰ শুনাত মোৰ, বা মোৰ কথা শুনাত দীপালিহঁতৰ কোনো অসুবিধা নহয। ভবেনে বজাই থকা হাৰমনিযামৰ সুৰত মই গা-ধোৱা ঘৰৰ পৰা গীতৰ কথাবোৰ দি থাকিলো বৰ খৰধৰকৈ। মোৰ গা ধোৱাও শেষ হ'ল, গানটোও সম্পূৰ্ণ হ'ল। বাথৰুমৰ পৰা ওলাই আহি দীপালিৰ কণ্ঠত গানটো শুনিলো। সুৰৰ লগত কথা হুবহু মিলি গৈছে। ক'তো এটা শব্দও সলাবৰ প্ৰযোজন নহ'ল। দীপালিৰ কণ্ঠত গানটো অপৰূপ হৈ উঠিল। মই আনন্দ মনে কলেজলৈ গ'লোগৈ। পিছদিনা পুৱাই তেওঁলোক কলকাতালৈ গ'ল। আৰু তাতেই সেই গীতটোৰ গ্ৰামোফোন ৰেকৰ্ডিং হ'ল। আজিও অসাধাৰণ জনপ্ৰিয় হৈ থকা এই গীতটোৱেই হ'ল—

সোণৰ খাৰু নেলাগে মোক
বিয়াৰ বাবে আই,
চেনেহজৰী তই দিযা মোক
হাততে শুৱায়।।

গীতটোত মই বিৱাহোপযুক্তা ছোৱালীৰ মনৰ কথা লিখিছিলো যদিও তাত এটা গভীৰ বাণী দিছিলো। এগৰাকী সৎ আদৰ্শৰ ছোৱালীয়ে যেন বিয়াৰ প্ৰকৃত তাৎপৰ্য বুজিব পাৰিছে, শৰীৰ-সজ্জাৰ কাৰণে অনা দামী-দামী প্ৰসাধনৰ অসাৰ্থকতা বুজিছে, ছোৱালী একোজনীৰ বিযাত পিতৃ-মাতৃৰ কিমান অৰ্থ ক্ষয় হয়, সেয়া বুজিছে। নিজকে এটা পৰিয়ালৰ সেৱাত উৎসৰ্গা কৰিবলৈহে যে বিৱাহৰ যাত্ৰা আৰম্ভ হয়, এই উচ্চ ভাবনাৰ কথাৰে নাৰীয়ে যেন নিজৰ মহত্ত্বৰ কথা প্ৰকাশ কৰিছে। আধুনিক গীতৰ কথা পোনপটীয়া অথচ অৰ্থবহ হ'ব লাগে। গীতে কাঁড়ৰ দৰে অন্তৰ স্পৰ্শ কৰিব পাৰে।

এই গীতটোৰ সুন্দৰ পৰিৱেশনৰ পিছত দীপালিৰ কণ্ঠৰ মৰ্যাদা সংগীত জগতখনত বহুত ওপৰলৈ উঠিল। ইয়াৰ পিছত দীপালিয়ে মোৰ যিমানখিনি গীত গাইছে, আটাইবোৰেই জনপ্ৰিয়তা লাভ কৰিছে। আন হাতে ভবেন বৰঠাকুৰ আৰু মোৰ এটি যুটি হ'ল। ভবেনে সুৰ কৰি আনে, মই তাৰ ওপৰত গীত লিখোঁ। দীপালিৰ কণ্ঠত প্ৰচুৰ জনপ্ৰিয়তা অৰ্জন কৰা মোৰ গীতসমূহৰ কেইটামান হ'ল— 'কোন সেই ৰূপৱতী যায়', 'সোণোৱালী বুটা বছা অসমীয়া পাট', 'অ মোৰে লাজ লাগে', 'জোনবাই এ বেজী এটি দে', 'সোণটিৰ শুৱনী লাৱনী মুখখনি', ইত্যাদি। অজস্ৰ গান দীপালিৰ কণ্ঠৰ বাবেই ৰচনা কৰি গ'লো।

পিছলৈ দীপালিয়ে কেৱল মোৰ গানহে গোৱা হ'ল। ৰেডিঅ', মঞ্চ, গ্ৰামোফোন ৰেকৰ্ডৰ বাবে হেঁপাহেৰে লিখা অজস্ৰ গীতে দীপালিৰ কণ্ঠত প্ৰাণ পাই উঠিল। সুৰ আৰু গীতৰ, গীতৰ আৰু কণ্ঠৰ যেন এটা বেলেগ অধ্যায়েই আৰম্ভ হ'ল।

আকৌ এবাৰ খুব কম সময়ৰ ভিতৰতে খৰধৰকৈ সুন্দৰ গান এটা সৃষ্টি কৰাৰ কথা মনলৈ আহিছে। সেইবাৰো কলকাতাত পূজাৰ বাবে গান ৰেকৰ্ড কৰিবলৈ দীপালি

আৰু ভবেন যাব। তেওঁলোক দুয়ো মোৰ ওচৰলৈ আহি ক'লে যে কলকাতাৰ এইছ্.এম. ভি.-এ্ ৰেকৰ্ডিঙৰ বাবে চুক্তিপত্ৰ পঠাইছে — পূজাৰ বাবে গান লাগে। সেয়ে ভবেনে পূজাৰ বতৰৰ বাবে ভাবি-গুণি মাদলৰ সুৰৰ আমেজ থকা সুৰ এটা কৰি লৈয়ে আহিছে। মই এতিয়া গানটো লিখি দিব লাগে। চান্দমাৰিৰ ঘৰত সেই এটা আবেলি। দীপালিক মাজতে লৈ মই আৰু ভবেন দুফালে বহিলো। ভবেনৰ হাতত হাৰমনিয়াম, মোৰ হাতত নোটবুক আৰু কলম। মাদলৰ সুৰে চাহ বাগিচালৈকে মনত পেলায়। খুব কম সময়ৰ ভিতৰতে গানটো হৈ গ'ল। কলকাতাত দীপালিয়ে পূজাৰ আগে আগে ৰেকৰ্ড কৰি আহিল। গানটো আছিল—

আহিলে পূজাৰে বেলা
মিনি তই কৰিছ কি
সাজি-কাচি মেলালৈ ওলা।

গানটো সেই সময়ত ভীষণ জনপ্ৰিয় হৈছিল।

আন এদিনৰ কথা। আমাৰ চান্দমাৰিৰ ঘৰতে দুপৰীয়াৰ ভাতৰ টেবুলত কথা প্ৰসংগত দীপালিয়ে ক'লে যে আৰু কেইদিনমানৰ পিছতে দীপালিৰ ডাঙৰ ককায়েক ভূপেন বৰঠাকুৰৰ ল'ৰা মণ্টুৰ জন্মদিন পৰিছে। তাক কি উপহাৰ দিলে ভাল হ'ব বাৰু? মই তৎমুহূৰ্ততে ভাবিলো— মইনো কি উপহাৰ দিম! গান এটাকে উপহাৰ হিচাপে দিলে কেনে হয় ? গান এটা লিখি পেলালো সেইদিনাই। এইটো পিছে সুৰৰ ওপৰত লিখা গান নাছিল। পিছত ভবেনে কথাৰ ওপৰতহে সুৰ দিছিল। গীতটো ইমান মিঠা আৰু মন পৰশা হৈছিল যে ই সকলোকে আকৰ্ষণ কৰিবলৈ সক্ষম হৈছিল। গানটো আছিল—

জোনবাই এ
বেজী এটি দে
সোণে মোৰ গায়নে নেগায়,
ধুনীয়া ঘোঁৰাতে
পৰীৰে দেশলৈ
সোণে মোৰ যায়নে নেযায়।

মোৰ কথাৰ ওপৰত ভবেনে সুৰ দিয়া আৰু দীপালিৰ কণ্ঠত অতি জনপ্ৰিয় হৈ উঠা আন এটি গীত হ'ল—

আগলি কলাপাত
লৰে কি চৰে
বাওঁ এই চকুটো মোৰ
ঘনে ঘনে লৰে।

এই প্ৰবন্ধৰ পাঠকসকলে বা এই গীতবোৰৰ শ্ৰোতাসকলে অলপ মন কৰিলে বুজিব পাৰিব যে দীপালি বৰঠাকুৰ নামৰ সুকণ্ঠী ছোৱালীজনীৰ হতুৱাই নাৰী মনৰ বিভিন্ন বয়সৰ বিভিন্ন অনুভূতিৰ কথা প্ৰকাশ কৰা হৈছিল আৰু তেনেকৈয়ে নাৰীৰ বিভিন্ন বয়সৰ

বিভিন্ন অনুভূতিৰ ধাৰা এটি অসমীয়া আধুনিক গীতৰ ইতিহাসত সৃষ্টি কৰা হৈছিল। ঠিক এনে ধৰণৰে আন এটা ছোৱালীৰ মনৰ গীত হ'ল—

আই মই শুনিছোঁ
আঘোণতে বোলে
পাতিছ তই মোৰ বিয়া
শুনি মোৰ চকুলো
সৰিছে দুধাৰি
বেজাৰত ভাগিছে হিয়া ... ।

এই গীতটোৰ লিখাৰ নেপথ্যৰ কথাবোৰ বৰ ভালকৈয়ে মনত আছে। মোৰ ছোৱালীজনীৰ বিয়া ঠিক হৈছে। এদিন ৰাতি আইজনীৰ ( মোৰ ছোৱালীজনীৰ) পিনে পিঠি দি বিছনাত শুই আছোঁ। তায়ো পিঠি দি শুইছে। বিয়া সমাগত। মাক-জীয়েকৰ মন ভাৰাক্ৰান্ত। ছোৱালীবোৰে কইনা হোৱাৰ আগতে কেনেকৈ ভাবে? এইদৰেনে? মনলৈ গীতটোৰ কথাবোৰ অহাৰ লগে লগে মোৰ সৰুভাই মুনুক কথাবোৰ টুকি থবলৈ ক'লো। সিয়ো লগে লগে টেবুলত থকা কাগজ-কলমেৰে গীতটো লিখি পেলালে। তেতিয়া ৰাতি বাৰ বাজি গৈছিল। গানটো এনেকৈয়ে হ'ল। প্ৰাণস্পৰ্শী অসমীয়া ঠাচৰ সুৰ দিলে প্ৰখ্যাত শিল্পী ৰুদ্ৰ বৰুৱাই, প্ৰাণ ঢালি ৰেডিঅ'ত গালে দীপালিয়ে।

দীপালিৰ এটা ডাঙৰ গুণ আছিল যে শিকোৱাৰ লগে লগেই সুৰটো হুবহু ধৰি ৰাখিব পাৰে। এবাৰৰ কথা এটা মনত পৰিলে এতিয়াও হাঁহি উঠে। 'কোন সেই ৰূপৱতী যায়' গানটোত ভবেনে সুৰ দিছে। দীপালি ওচৰত নাথাকিলে ভবেনে সুৰটো সোনকালেই পাহৰি যায়। দীপালি ইফালে ইলিচ মাছ ভজাত ব্যস্ত। আলহীও আছিল নেকি! ভবেনে সুৰ পাহৰিছে, দীপালিক মাতি আছে। দীপালি মাছত লাগি আছে। ভবেনে ইটো সুৰৰ পৰা সিটো সুৰলৈ যাব পৰা নাই। একেটা সুৰকে গাই আছে। কথাটো ধৰিব পাৰি কোঠাটোত থকা সকলোৰে হাঁহি উঠিল। অৱশেষত যেনিবা মাছৰ কেৰাহী জুইৰ পৰা নমাই দীপালিয়ে সুৰটো ধৰি ৰাখিলে।

আৰু সেই 'তেজীমলা' নামৰ গীতটো ?

হাতো নেমেলিবি ফুলো নিছিঙিবি
ক'ৰে নাৱৰীয়া তই
পাট কাপোৰৰ লগতে
মাহী আয়ে খুন্দিলে
তেজীমলাহে মই................।

মুকুল ককাইদেৱে সদায় ধূপ এডাল জ্বলাই হাৰমনিয়ামটো সোঁ হাতেৰে চুই মূৰত লগাই প্ৰণাম কৰে। তাৰ পিছত এক মিনিটমান ধ্যান কৰি সুৰত বহে। আমাৰ চান্দমাৰিৰ ঘৰটো চাবলৈ গ'লে ঐতিহাসিক ঘৰেই—শিল্পজগতৰ কিমানবোৰ ইতিহাস যে আছে সেই ঘৰটোত! পৰম্পৰাগত সুৰৰ যেন ভড়ালহে আছিল মুকুল ককাইদেউ।

ঐশ্বৰ্যময় সেই সুৰবোৰৰ পৰা ইটোৰ লগত সিটো বঢ়িয়াকৈ ব্লেণ্ড কৰি মুকুল ককাইদেৱে অভিনৱ সুৰবোৰ দিছিল। 'তেজীমলা' গানটোৰ সুৰ মুকুল ককাইদেৱে দি আছে, একেবাৰে শেষৰ দুশাৰীত লাগিল লেঠা। সুৰটো নোলায়হে নোলায়। গানটো সুৰ দি থাকোঁতে ভবেন আৰু দীপালিও আছিল। শেষৰ দুশাৰীৰ সুৰ দিওঁতে যেনিবা ভবেনে সহায় কৰি দিলে। দীপালিয়ে গানটো সুন্দৰকৈ তুলিলে। এটা সৰ্বাংগসুন্দৰ আৰু অতি জনপ্ৰিয় গীত আছিল সেইটো। গীতটো আকাশবাণীত এতিয়া আছেনে নাই নাজানো। যদি মচা গৈছে, সেইটো বৰ দুৰ্ভাগ্যৰ বিষয় হ'ব।

ভাষা আন্দোলনৰ সময়ত অসম সাহিত্য সভাৰ নলবাৰী অধিৱেশনৰ সাংস্কৃতিক সন্ধিয়াত গাবলৈ এটি বিশেষ গান ৰচিছিলো—

ৰাইজ মোৰ ঐ
কথা দে
গুৰি বঠা ধৰি দে —।

গীতটো সম্পূৰ্ণকৈ মনত নাই, হাততো নাই। সুৰ দিছিল দৰদী শিল্পী দেবেন শৰ্মাই। গাইছিল উদাত্ত কণ্ঠেৰে দীপালিয়ে। প্ৰথম তানটো কাণত এতিয়াও বাজি আছে।

অতি কম সময়ৰ ভিতৰত দীপালিয়ে নিজৰ প্ৰতিভাৰে যিখিনি যশস্যা অৰ্জন কৰিলে, সেয়া নতুন শিল্পীচামৰ বাবে প্ৰেৰণা হৈ ৰ'ব। দীপালিলৈ অভিনন্দন জনালো। ❒

# মৰমৰ দীপালিলৈ

কমল হাজৰিকা

মৰমৰ দীপালি,

ঠিক বিলাতলৈ যোৱাৰ আগে আগে এদিন ৰেডিঅ'ত শুনিলো—

'টোপনিএ তোৰ কলৰ তলত ঘৰ
সকলো ৰজাৰ টোপনি আহি
আমাৰ মইনাৰ চকুতে ধৰ....... ।'

এই গীতটি শুনি তোমাক তেতিয়া লগ পাবৰ বৰ মন গৈছিল। ক'ব নোৱাৰো কিহৰ কাৰণে— গানটো বৰ ভাল লাগিছিল। স্বৰ্গীয় লীলা গগৈৰ কথা আৰু তোমাৰ কণ্ঠই মোক পগলা কৰিছিল। সেই অসমীয়া সুৰ যে কিমান মধুৰ হ'ব পাৰে, আজি ভাবি নেপাওঁ।

মই অসম এৰি বিদেশলৈ গুচি গৈছিলো আৰু তুমি তেতিয়া অসমত জনপ্ৰিয়তাৰ শীৰ্ষস্থান অধিকাৰ কৰি অসমীয়া ৰাইজক অসমীয়া গানৰ মাধুৰ্য কিমান, তাক বুজাই দিছিলা। অসমৰ প্ৰতিজনৰ মুখে মুখে কেৱল দীপালি বৰঠাকুৰ, দীপালি বৰঠাকুৰ।

স্বৰ্গীয় পৰাগধৰ চলিহাই তোমাৰ কথা এদিন সন্ধিয়া মোক কৈছিল, 'শিৱসাগৰত অকণমানি এগৰাকী গায়িকা ওলাইছে—আমি তেওঁক উৎসাহ দিব লাগে আৰু অসমীয়া ৰাইজ ওলাই আহি উঠি অহা সকলো শিল্পীক উদগনি দিব লাগে। তুমি তেওঁৰ গান নিশ্চয় শুনিছা।'

বিলাত, মানে লণ্ডন পালোগৈ। যোৱাৰ আগতে মোৰ 'চেনাই মই যাওঁ দেই' গীতটো এইছ.এম.ভিত বাণীবদ্ধ কৰিছিলো, কিন্তু কিবা যান্ত্ৰিক আসোঁৱাহৰ বাবে ওলোটা ফালে গোৱা 'পাহাৰ বগাই যাওঁ' গীতটি পুনৰ বাণীবদ্ধ কৰিবলৈ মাতিছিল। বিলাতলৈ যোৱাৰ কাৰণে ব্যস্ত থকাত ৰেকৰ্ড কৰিবলৈ সময় উলিয়াব নোৱাৰিলো। ভূপেন হাজৰিকাক কৈছিলো—মোৰে 'গাওঁবুঢ়াৰ জীয়াৰী' গানটো 'চেনাই মই যাওঁ দেই'ৰ পিঠিফালে গাবলৈ। তেওঁ ধুনীয়াকৈ শিকি ল'লে—কিন্তু পিছত কি হ'ল গম নেপালো।

ইমানবোৰ মোৰ কথা লিখি তোমাক আমনি নকৰোঁ আৰু দেই ।

তোমাৰ মনত পৰেনে—সেই ১৯৬৩ চনত বিলাতৰ পৰা যেতিয়া অসমলৈ আহিছিলো—তুমি মোক লগ পাবলৈ তেতিয়া ধীৰাইতৰ ঘৰলৈ আহিছিলা আৰু 'চেনাই মই যাওঁ দেই' গীতটি গাবলৈ মোৰ অনুমতি বিচাৰিছিলা ? আকৌ মনত পৰিছেনে—

তোমালোকৰ গাড়ীত ধীৰা আৰু মোক তোমালোকৰ ঘৰলৈ লৈ গৈছিলা ? তোমাৰ কণ্ঠত 'চেনাই মই যাওঁ দেই' শুনাৰ পিছত তোমাক অনুমতি নিদিয়াৰ কিবা প্ৰশ্ন উঠিব পাৰে জানো ? কোনে ভাবিছিল— সেই গীতটিয়ে যে অমৰত্ব লাভ কৰি অমৰ সংগীত হৈ থাকিব। ১৯৬৪ চনৰ পৰা এতিয়ালৈকে সকলোৱে গীতটি অন্তৰেৰে ভাল পাই আহিছে। তোমাৰ কণ্ঠ কোনে পাহৰিব ?

বিদেশত থাকোঁতে অসমৰ পৰা বহুত চিঠি পাইছিলো— তাৰে এখন চিঠিত এজনে লিখিছিল —"হাজৰিকাদেউ— দীপালিৰ কণ্ঠত আপোনাৰ 'চেনাই মই যাওঁ দেই'-এ অসমৰ সকলো ডেকা-গাভৰুক বলিয়া কৰি তুলিছে।" জানি ভাল লাগিল। দীপালি, তুমিয়েই মোৰ গীতটি অমৰ কৰিলা। তোমাক আৰু মোৰ বহুতো গীত শিকোৱাৰ মন কৰিছিলো । কিন্তু কি হ'ব— মোৰ কপালত সেইবোৰ নহ'ল। ঈশ্বৰে এটা গানতেই মোক শান্ত হ'বলৈ ক'লে। মোৰ বাকী গানবোৰ এতিয়া কোনে গাব ?

তোমাক লণ্ডনৰ হিথ্ৰ' এয়াৰ পৰ্টত লগ পাই আয়াৰলেণ্ডৰ এয়াৰ লিংগাছ উৰাজাহাজত উঠাই দিছিলো। মনত পৰিছেনে বাৰু ?

আৰু বহুত লিখিবলৈ আছে। এইমাত্ৰ তোমাৰ লগত ফোনত কথা পাতিবৰ মন গ'ল। ফোনটো নীলপৱনে ধৰিলে। তেওঁ ছবি আঁকিবলৈ এৰি ৰান্ধনি ঘৰৰ পৰা ওলাই আহি ফোনটো ধৰিছিল। শুনিবলৈ পাইছোঁ— তেওঁ ছবি অঁকাৰ উপৰিও ধুনীয়া সোৱাদ লগা ৰন্ধা-বঢ়াও কৰিব পাৰে। পাৰিবতো। তেওঁতো সঁচাই এজন মহান শিল্পী।

অ', এটা কথা আজিহে গম পালো— মই প্ৰথমতে উনুকিওৱা গীতটো হেনো তোমাৰ ৰেডিঅ'ত গোৱা প্ৰথম গীত আছিল।

আজিলৈ ইমানতে থওঁ দেই । তোমালোক দুয়োলৈ আমাৰ বহুতো মৰম আৰু শুভেচ্ছাৰে —

*'অৰণ্যম', গুৱাহাটী* **তোমাৰ**

*১৪/০১/০৩* **দাদা**

*মাঘ বিহু* **কমল হাজৰিকা।** ❑

# যাদুকৰী স্বৰমাধুৰী

ড° বীৰেন্দ্ৰনাথ দত্ত

সম্ভৱতঃ সেয়া পঞ্চাশৰ দশকৰ দ্বিতীয়াৰ্ধৰ কথা। শিৱসাগৰৰ পৰা গীত পৰিৱেশন কৰিবলৈ অহা এক কিশোৰীয়ে গুৱাহাটীৰ লতাশিল বিহুতলীত তেওঁৰ কণ্ঠেৰে সমবেত শ্ৰোতাক চমক খুৱাই দিলে। কিবা এক যাদুকৰী আকৰ্ষণ আছিল সেই কণ্ঠত। সেই মোহময় কণ্ঠৰ অধিকাৰিণী দীপালি বৰঠাকুৰ তাৰ কিছু পিছতে গুৱাহাটীবাসী হৈ তেওঁৰ গীতেৰে হৃদয় জয় কৰিলে—অকল গুৱাহাটীৰ নহয়, সমগ্ৰ অসমৰ। দীৰ্ঘদিন ধৰি তেওঁ সংগীতৰ ইন্দ্ৰজালেৰে সকলোকে সম্মোহিত কৰি ৰাখিলে।

কনিষ্ঠা শিল্পী হিচাপে তেওঁৰ স্বভাৱসুলভ বিনয় আৰু আন্তৰিকতাৰ বাবে দীপালি আমাৰ দৰে জ্যেষ্ঠ শিল্পীসকলৰ স্নেহৰ পাত্ৰী হৈছিল। কেতিয়াবা আমাৰ ওচৰ চাপি এটি-দুটি গীত আয়ত্ত কৰি লৈছিল পৰম আগ্ৰহ আৰু নিষ্ঠাৰে। ষাঠিৰ দশকৰ মাজভাগত দীপালিয়ে কলকাতাত ৰেকৰ্ড কৰিবলৈ বুলি মই সুৰ দিয়া দুটি গীত তুলি লৈছিল। তাৰে এটা আছিল 'এঠেঙীয়া বগলী হৈ নাচে তামোলৰে পুলি'—নৱকান্ত বৰুৱাৰ ৰচনা। আনটো আছিল 'কণমান বৰশিৰে চিপ'— জয়ন্ত বৰুৱাৰ ৰচনা। প্ৰথমটো কিবা কাৰণত সেই সময়ত ৰেকৰ্ড নহ'ল। পিছৰটো দীপালিৰ কণ্ঠত ৰেকৰ্ডত জীৱন্ত হৈ উঠিছিল আৰু অত্যন্ত জনপ্ৰিয়ও হৈছিল।

জনপ্ৰিয়তাৰ উচ্চতম শিখৰত থকা অৱস্থাতেই দীপালি বৰঠাকুৰৰ সেই অনন্য সংগীতময় কণ্ঠ নীৰৱ হৈ গ'ল। অসমৰ সংগীত জগতৰ কাৰণে সি যে কি এক অপূৰণীয় ক্ষতি!

তথাপি আমাৰ এটা সান্ত্বনা আছে। দীপালি বৰঠাকুৰক অসমে পাহৰি পেলোৱা নাই। তেওঁৰ কণ্ঠসুষমাৰে সমৃদ্ধ অৱদানক অকুণ্ঠ স্বীকৃতি দি অসমৰ আবাল-বৃদ্ধ-বণিতাই দেখুৱাই আহিছে — তেওঁলোকৰ হৃদয়ৰ কিমানখনি ঠাই অধিকাৰ কৰি আছে দীপালি বৰঠাকুৰৰ শিল্পীসত্তাই।□

# এক দুৰ্লভ যুগলবন্দী

ড° লক্ষহীৰা দাস

জীৱন পৰিক্ৰমাত আমি বহু ব্যক্তি আৰু পৰিস্থিতিৰ মুখামুখি হ'বলগীয়াত পৰোঁ। জীৱনে আহৰণ কৰা বহুৰঙী সেই অভিজ্ঞতাৰ বেছি ভাগেই অৱধাৰিতভাৱে কালৰ গৰ্ভত লীন যায়। কিন্তু তাৰেই মাজৰ বিশেষ কোনো ব্যক্তিৰ সান্নিধ্য আৰু পৰিস্থিতিৰ অভিজ্ঞতাই হৃদয়ত গভীৰভাৱে ৰেখাপাত কৰে। তেনে ব্যক্তিৰ সৈতে হোৱা গভীৰ আত্মিক সম্পৰ্কই জীৱন অকল বাখৰুৱাই নকৰে, সমগ্ৰ জীৱন জুৰি প্ৰদান কৰে মধুৰতম সুখানুভূতিৰ সুবাস। মোৰ জীৱনত তেনেদৰে দীৰ্ঘদিন ধৰি এক স্নিগ্ধ প্ৰশান্তিৰে হিয়া জুৰাই থকা দুগৰাকী ব্যক্তি হ'ল ভগ্নীসমা দীপালি বৰঠাকুৰ আৰু ভাতৃপ্ৰতিম নীলপৱন বৰুৱা। কোকিলকণ্ঠী দীপালিয়ে নিজৰ অনবদ্য কণ্ঠেৰে কালজয়ী অৱদান দি অসমীয়া সংগীতৰ ক্ষেত্ৰত সম্প্ৰতি কিংবদন্তি হৈ পৰিছে। আনজনে উগ্ৰ সাধনা, আপোচহীন সংগ্ৰাম আৰু নিৰৱচ্ছিন্ন একাগ্ৰতা—এই তিনি গুণৰ সমন্বয়ত চিত্ৰশিল্পৰ জগতত বহুতকেই পিছত পেলাই থৈ ধ্যানীৰ দৰে এতিয়াও নিমগ্ন হৈ আছে ৰং আৰু তুলিৰ মাজত।

ৰবীন্দ্ৰনাথে এঠাইত কৈছে—'ৰূপ ৰাজ্যৰ কলা হ'ল ছবি আৰু অৰূপ ৰাজ্যৰ কলা হ'ল সংগীত।' ৰবীন্দ্ৰনাথে এই কথা ক'লেও তেওঁৰ নিজৰ সৃষ্টিৰ মাজতেই আপাত বৈষম্য অতিক্ৰমি সংগীত আৰু চিত্ৰশিল্প একীভূত হৈ পৰিছে। কাৰণ, যদিও সংগীত সৰৱ শিল্প আৰু চিত্ৰ হ'ল নীৰৱ শিল্প, উভয়ৰে কিন্তু লক্ষ্য একেটাই। চিত্ৰশিল্পীয়ে ৰং ৰেখাৰ প্ৰতীকী ব্যৱহাৰেৰে দেহে-বৰ্ণে-লাস্যে-ছন্দে সৃষ্টি কৰে এক নয়ন সুখকৰ অনুভূতিৰ। সংগীত শিল্পীয়েও প্ৰাণৰ আৱেগ-অনুভূতি ঢালি কণ্ঠৰ সুৰেৰে সৃষ্টি কৰে অনুপম আনন্দানুভৱ। সংগীত, চিত্ৰ—এই দুয়ো বিধ শিল্পই মানৱ জীৱনক দান কৰে গভীৰ প্ৰশান্তি, চিত্তাকৰ্ষক আৰু প্ৰেৰণাদায়ক অনুভৱ। একেটি সুৰতে বন্ধা এই শিল্পী-দম্পতীৰ জীৱনৰ মাজতো শিল্প ধৰ্ম আৰু সংগীত ধৰ্মৰ মণিকাঞ্চন সংযোগ ঘটিছে, একাত্ম হৈ পৰিছে কলাৰ দুটি ৰূপ। ই সঁচাকৈয়ে যেন এক দুৰ্লভ যুগলবন্দী। অসমৰ গৌৰৱ এই গুণী শিল্পী-দম্পতী জনগণৰ কিমান মৰম আৰু শ্ৰদ্ধাৰ পাত্ৰ তাক বুজাবৰ প্ৰয়োজন নাই। অতি সন্তোষৰ কথা যে পলমকৈ হ'লেও গুণীজনৰ গুণৰ মোল বুজি তেওঁলোকৰ জীৱনৰ বিষয়ে বিভিন্ন জনৰ লেখনি সন্নিবিষ্ট কৰি এখনি গ্ৰন্থ যুগুত কৰিবলৈ উদ্যোগ হাতত লোৱা হৈছে। ই সঁচাকৈয়ে অতি প্ৰশংসনীয় আৰু অভিনন্দনীয়।

## দীপালি বৰঠাকুৰ

দীপালি বৰঠাকুৰৰ বিষয়ে লিখিবলৈ লৈ তেওঁৰ সান্নিধ্যত কটোৱা সুদীৰ্ঘ প্ৰায় চল্লিছ বছৰৰ নানাৰঙী ছবিবোৰ মনৰ পটত বাৰে বাৰে অগা-ডেৱা কৰিছে। এক নিৰ্ভেজাল

সাংগীতিক স্বকীয়তাৰে তেওঁ অসমীয়া আধুনিক গীতৰ ক্ষেত্ৰত যি বিপুল অভিনৱত্ব দেখুৱাইছিল, সেয়া আমাৰ সাংস্কৃতিক বুৰঞ্জীৰ এক উজ্জ্বল অধ্যায় বুলি ভাবোঁ।

দীপালিক মই প্ৰথম লগ পাইছিলো ১৯৫৯ চনৰ আগভাগত। সেই বছৰতে স্বনামধন্য শিল্পীদ্বয় লক্ষ্যধৰ চৌধুৰী আৰু প্ৰবীণ ফুকনৰ পৰিচালনাত 'প্ৰাগজ্যোতি কলা পৰিষদ'ৰ বেনাৰত 'লাচিত বৰফুকন' কথাছবিখনৰ প্ৰস্তুতি চলিছিল। ইয়াৰ গুৰিধৰোঁতা আছিল অসমৰ ৰাজনীতি জগতৰ এগৰাকী বৰেণ্য ব্যক্তি মহেন্দ্ৰ মোহন চৌধুৰী। সেই ছবিৰ বাবে গীত ৰচনা কৰাৰ উপৰিও নেপথ্য কণ্ঠশিল্পী ৰূপে গীত গাবৰ বাবে মোলৈ নিমন্ত্ৰণ আহিল। ব্ৰজেন বৰুৱা আৰু ক্ষীৰদা কান্ত বিষয়া আছিল কথাছবিখনৰ সংগীত পৰিচালক। কলা নিৰ্দেশনাৰ দায়িত্ব বহন কৰিছিল নিপ বৰুৱাই আৰু চিত্ৰগ্ৰহণ কৰিছিল নলিন দুৱৰাই। এদিন চৌধুৰী খুড়া আৰু ব্ৰজেন দাদাই মোক লগ ধৰি কি চিকোৱেন্সৰ বাবে কেনে গীত লাগিব সকলো ক'লে। অসমৰ এজন বীৰ পুৰুষৰ জীৱন ভিত্তিত নিৰ্মাণ হ'বলগীয়া এই ঐতিহাসিক কথাছবিৰ বাবে গান লিখা আৰু কণ্ঠদান কৰাৰ সৌভাগ্য উদয় হোৱাত উৎফুল্লিত হৈ পৰিছিলো। কেনেকৈ সেই ঐতিহাসিক পটভূমিৰ বাবে সাৰ্থকভাৱে গীত ৰচনা কৰিব লাগিব, তাৰেই চিন্তাত নিমগ্ন হৈছিলো। সেই প্ৰসংগতে ব্ৰজেনদাই কৈছিল যে কথাছবিখনত দীপালিয়েও গীত গাব। কথাটো শুনি খুব ভাল লাগিছিল। এক স্পৰ্শকাতৰ দৰদী কণ্ঠৰ অধিকাৰী দীপালিৰ গীতে সেই সময়ত অসমৰ শ্ৰোতাৰ মাজত এক আলোড়নৰ সৃষ্টি কৰিছিল। অন্তৰস্পৰ্শী আৰু স্বকীয় বৈশিষ্ট্যপূৰ্ণ কণ্ঠৰ এই নতুন প্ৰতিভাৰ ময়ো আছিলো এগৰাকী গুণমুগ্ধ শ্ৰোতা। তেতিয়ালৈ মই কিন্তু তেওঁক লগ পোৱা নাছিলো । তেওঁৰ কণ্ঠৰ স'তেহে মোৰ পৰিচয় ঘটিছিল ৰেডিঅ'ৰ যোগেদি। কেতিয়াবা ইমান ওচৰতে লগ পাম বুলিও ভবা নাছিলো। যিহওক, 'লাচিত বৰফুকন'ত কণ্ঠদান কৰিবৰ বাবে এটি নিৰ্দিষ্ট দিনত মই দুই শিশুপুত্ৰক ঘৰত গৃহস্থৰ তত্বাৱধানত থৈ কলকাতালৈ বুলি ওলালো। সেই সময়ত ব্ৰহ্মপুত্ৰৰ ওপৰত দলং নথকা বাবে আমি পাণ্ডুৰ ঘাটত ফেৰীৰে নৈ পাৰ হৈ আমিনগাঁৱত ৰেল ধৰিবলগীয়া হৈছিল। ফেৰীত উঠিয়েই দেখা হ'ল সাধাৰণ সাজ-পোছাক পিন্ধা এজনী লাজকুৰীয়া মৰমলগা ছোৱালীৰ লগত। দুডলীয়া বেণী গোঁঠা সেই ১৬/১৭ বছৰীয়া ছোৱালীজনীয়ে সহজ-সৰল গ্ৰামীণ লাৱণ্য ওপচা মিঠা হাঁহিটিৰে আগবাঢ়ি আহি নিজেই চিনাকী দি ক'লে— 'বাইদেউ, মই দীপালি, দীপালি বৰঠাকুৰ।' প্ৰথম দেখাতেই তেওঁক বৰ আপোন আপোন লাগিল।

সেই ট্ৰেইন যাত্ৰাত দলৰ সৰ্বকনিষ্ঠ শিল্পী দীপালিৰ মনপৰশা গীত আৰু অমায়িক আচৰণে সকলোকে আপ্লুত কৰি ৰাখিলে। গান-বাজনা হাঁহি-স্ফূৰ্তিৰে ৰেলযাত্ৰা গুলজাৰ হৈ পৰিছিল। শিৱসাগৰৰ পৰা দীপালিয়ে বাটত খাবলৈ অনা লাৰু-পিঠাৰো ভাগ দলৰ সকলোৱে পালে। দীপালিৰ লগত যোৱা আৰু তেওঁৰ শিল্পী প্ৰতিভাৰ বিকাশৰ ক্ষেত্ৰত বিশেষ অৰিহণা থকা ককায়েক ভূপেন বৰঠাকুৰৰ লগতো আমাৰ পৰিচয় হ'ল। কলকাতা পাই আমি টালিগঞ্জৰ এটা ভাড়াঘৰত অভিনেতা-অভিনেত্ৰী, গায়ক-গায়িকা, অন্যান্য কলা-কুশলীৰ লগতে দুই পৰিচালক চৌধুৰী আৰু ফুকন, সংগীত পৰিচালক ব্ৰজেন বৰুৱা আৰু ক্ষীৰদা কান্ত বিষয়া এটা পৰিয়ালৰ দৰে থাকিবলৈ ল'লো। প্ৰথম লগ পোৱাৰে পৰা দীপালিৰ মৰমলগা, নিৰহংকাৰ কথা-বতৰা আৰু শিল্পীসুলভ আচৰণৰ কাৰণে তেওঁক আপোন ভনীৰ দৰে লাগিছিল। সৰুতে পিতৃক হেৰুৱাই চেনেহী মাতৃৰ আঁচল-আঁৰত

ডাঙৰ-দীঘল হোৱা দীপালিয়ে প্ৰথমবাৰৰ বাবে অসম এৰি আহি আচহুৱা কলকাতা মহানগৰীত কিছু অসুবিধা পোৱা বুলি মোক কৈছিল। কিন্তু নিজৰ স্বাভাৱিক সৰলতা, সাংগীতিক প্ৰতিভাৰ গুণেৰে দীপালিয়ে আমাৰ সকলোৰে হৃদয় জয় কৰিব পাৰিছিল। কলকাতাত তেওঁ সকলোৰে ভনটী হৈ পৰিছিল, সকলোৰে মৰমৰ আলপৈচান ধৰিছিল আৰু আমি হৈ পৰিছিলো তেওঁৰ দাদা আৰু বাইদেউ। সেইবাবেই কলকাতাত থকা কেইদিন দীপালিৰ ছাঁৰ দৰে থাকি প্ৰয়োজন মতে দিহা-পৰামৰ্শ আৰু উৎসাহ দিছিলো। আপোন বাই-ভনীৰ দৰে আমি দুয়ো হাঁহি-তামাচা, ফুৰা-চকা, খোৱা-বোৱা, বজাৰ-সমাৰ কৰিছিলো আৰু আমাৰ লগত একে ঘৰতে থকা ইউনিটৰ অন্যান্য শিল্পী, অভিনেতা-অভিনেত্ৰী, কলাকুশলী, পৰিচালক লক্ষ্যধৰ চৌধুৰী খুড়া আৰু প্ৰবীণ ফুকনৰ লগতে বিষয়া খুড়া আৰু ব্ৰজেনদাৰ লগত দুয়ো সৌহাৰ্দপূৰ্ণ সম্পৰ্ক গঢ়ি তুলিবলৈ সক্ষম হৈছিলো।

কেইদিনমানৰ পিছতে কলকাতাৰ মুভিটোন ষ্টুডিওত 'লাচিত বৰফুকন' বোলছবিৰ পাঁচোটা গীত বাণীবদ্ধ কৰা হ'ল। দীপালিয়ে বিষয়া খুড়াই লিখা আৰু সুৰ দিয়া 'যৌৱনে আমনি কৰে' শীৰ্ষক গীতটি একক কণ্ঠত গালে। প্ৰসংগক্ৰমে একক কণ্ঠত মই গোৱা গীতটি আছিল—'জোনোৱালী ৰাতি জোনৰ ৰূপকে দেখি'। 'এই মাটিতে মৰোঁ যদি দেশৰ হকে যুঁজোতে' (মই লিখা) আৰু 'ওপজা সোণৰ মাটি অ' (আনন্দিৰাম দাস ৰচিত) গীতত আমি অৰ্থাৎ দীপালি, মই, ৰমেন বৰুৱা, ৰেণু বৰঠাকুৰ আৰু দুজনমানে (নাম পাহৰিলো) কণ্ঠদান কৰিলো। কলকাতাত কটোৱা দিনবোৰত দীপালিৰ ঐকান্তিকতা আৰু সংগীত-প্ৰতিভা দেখি-শুনি তেওঁৰ এক উজ্জ্বল ভৱিষ্যত সম্পৰ্কে তেতিয়াই মনত এক দৃঢ় ধাৰণা জন্মিছিল। এটা সময়ত 'লাচিত বৰফুকনে' মুক্তিলাভ কৰিলে আৰু দীপালিৰ কণ্ঠৰ 'যৌৱনে আমনি কৰে' শীৰ্ষক গীতটিয়ে সমগ্ৰ অসমতে খলকনি তুলিলে।

ইয়াৰ অলপ দিনৰ পিছতে দীপালিয়ে প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ কটন কলেজত নাম লেখিলে। মই সেই সময়ত কটন কলেজৰ শিক্ষা বিভাগৰ অধ্যাপিকা হৈ থকা বাবে দীপালিৰ লগত মোৰ ঘনিষ্ঠতা আৰু অন্তৰংগতা আৰু বাঢ়িল। গ্ৰামোফোন ৰেকৰ্ড যোগে দীপালিয়ে কেইটিমান কালজয়ী মৰ্মস্পৰ্শী গীত শ্ৰোতাক দি অতি কম দিনৰ ভিতৰতে ৰাইজৰ দ্বাৰা বিপুলভাৱে সমাদৃতা হৈছিল সেই সময়ত। 'চেনাই মই যাওঁ দেই', 'কণমান বৰশীৰে চিপ', 'সোণৰ খাৰু নেলাগে মোক' আদি গীতবোৰে সেই সময়ত অভাৱনীয় জনপ্ৰিয়তা লাভ কৰিছিল। শ্ৰোতাক আপ্লুত কৰা দীপালিৰ স্বকীয় ষ্টাইলৰ আধুনিক গীতবোৰৰ উপৰিও আছে বৰগীত আৰু অসমৰ পৰম্পৰাগত কিছু লোকগীত। দীপালিৰ সমস্ত গীতৰ ঠাঁচ বা ষ্টাইল এনে সুষমামণ্ডিত যে এবাৰ শুনিলে পুনৰ শুনিবৰ হেঁপাহ জাগে। কিয়নো, তাৰ মাজত যে চিনাকী মাটিৰ গোন্ধ আৰু উম নিহিত হৈ আছে। আৰু আছে লোক জীৱনৰ নিৰাড়ম্বৰ আবেদন আৰু সংবাদ। সেইবাবেই অগণন গুণমুগ্ধ শ্ৰোতাৰ আহ্বানত দীপালিয়ে অসমৰ মঞ্চই মঞ্চই এসময়ত গীত পৰিৱেশন কৰিবলগীয়া হৈছিল, ৰেডিঅ' আৰু অন্যান্য প্ৰচাৰ মাধ্যমৰ বিশেষ বিশেষ সুৰৰ সভা তেওঁৰ অনন্য কণ্ঠেৰে সজাই তুলিবলগীয়া হৈছিল বিৰামবিহীনভাৱে। সেই সময়ত দীপালি মোৰ কাষলৈও আহিছিল গীত বিচাৰি। তেওঁ বিচৰা ধৰণে গীত ৰচি দিবলৈ ময়ো সদায় উৎসুক আছিলো। মই ৰচনা কৰা কিছু গীত তেওঁৰ কণ্ঠত ৰূপায়িত হোৱাত মই পৰম সন্তুষ্টি লাভ কৰিছিলো। সেইবোৰ গীতৰ কথা ভালেখিনি পাহৰিলো। মনত থকা গীতৰ ভিতৰত প্ৰয়াত

জিতেন দেৱৰ সুৰাৰোপিত গীত 'কাজলী পাহাৰে জানে কিনো যাদু ঐ', মুকুল বৰুৱাৰ সুৰ-সংযোজিত গীত 'অ' আই মোক নগৰত নিদিবি বিয়া' আৰু হেমেন হাজৰিকা সুৰাৰোপিত গীত 'কেঁচা হালধিৰে গা ধুই আইদেউ' ইত্যাদি বেছ জনপ্ৰিয় হৈছিল।

কটন কলেজৰ ছাত্ৰী হিচাপে একাধিকবাৰ দীপালিহঁতক মই আন্তঃকলেজ সাংস্কৃতিক প্ৰতিযোগিতালৈ নিয়াৰ সুযোগ পোৱাৰ কথা গৌৰৱেৰে সোঁৱৰো। তেনে প্ৰতিযোগিতাত সংগীতৰ শাখাত শ্ৰেষ্ঠা প্ৰতিযোগী দীপালিক লৈ মই জানো কম গৌৰৱ অনুভৱ কৰিছিলো! দীপালিৰ যোগেদিয়ে তেওঁৰ পৰিয়ালৰ লগতো আমাৰ পৰিয়ালৰ এক মধুৰ সম্পৰ্ক স্থাপিত হৈছিল।

লুইতৰ বুকুৰে বহু পানী বৈ গ'ল। বহুতো পৰিৱৰ্তনে আৰু ঘটনা প্ৰৱাহে আমাৰ জীৱন কোবাই গ'ল। বিনা মেঘে বজ্ৰপাত হোৱাৰ দৰেই সমগ্ৰ অসমৰ অগণন গুণমুগ্ধ শ্ৰোতাৰ লগতে আমাকো হতবাক কৰি সেই দুঃসংবাদ বিয়পি পৰিল। নিষ্ঠুৰ নিয়তিৰ নিৰ্দেশত দীপালিৰ অনন্য কণ্ঠস্বৰ হেনো স্তব্ধ হ'ল। কোনো চিকিৎসা আৰু পৰিচৰ্যাই তেওঁক নিৰাময় কৰিব নোৱাৰিলে।

দীপালিৰ সেই ৰোগাক্ৰান্ত দিনবোৰতো নীৰৱে তেওঁৰ কাষত থিয় দিছিলো। দীপালিৰ লগত থকা সেই সুন্দৰ নিৰ্মল আৰু আত্মিক সম্পৰ্ক এতিয়াও অটুট আছে, যিদৰে এতিয়াও অক্ষত অৱস্থাতে আছে দীপালিয়ে এসময়ত মৰমতে নিজ হাতে এম্ব্ৰইদাৰি কৰি উপহাৰ দিয়া সেউজীয়া বে'ডকভাৰখন, ৰুমালকেইখন আৰু বিছনাখন। মাজে মাজে উলিয়াই চাই উভতি যাওঁ সেই সংগীতমুখৰ দিনবোৰলৈ। নগৰীয়া জীৱনৰ নানা সমস্যা আৰু প্ৰাত্যহিক ব্যস্ততাৰ বাবে এতিয়া আৰু আগৰ দৰে সঘনে আমাৰ দেখা নহয়। কিন্তু সময় পালেই তেওঁলোকৰ সৌৰভনগৰৰ গছ-লতাৰে ভৰা আশ্ৰমসদৃশ ঘৰখনলৈ গৈ দুয়োৰে লগত কিছু সময় কটাই আহোঁ। উভতি আহোঁতে বুকু ভৰাই লৈ আনো প্ৰাণৰ উমাল সৌৰভ।

দীপালিৰ চকুৰে-মুখে লাগি থকা সেই মিঠা হাঁহিটো এতিয়াও আগৰ দৰেই অম্লান হৈ আছে। জীৱনৰ কোনো দুখ-যন্ত্ৰণা আৰু হতাশাই কাঢ়ি নিব পৰা নাই তেওঁৰ সেই অকৃত্ৰিম হাঁহি। কাৰো ওপৰত কোনো অভিযোগ নাই। প্ৰগাঢ় প্ৰেম আৰু গভীৰ বিশ্বাসেৰে তেওঁক আঁকোৱালি ৰখা শিল্পী স্বামী নীলপৱনৰ হাতত ধৰি বাস্তৱৰ খলা-বমা পথেদি আগবাঢ়ি গৈ আছে দীপালি বৰঠাকুৰ নামৰ এই অবিস্মৰণীয় শিল্পীগৰাকী।

শেষত ভগৱানৰ ওচৰত মোৰ একান্ত প্ৰাৰ্থনা—দীপালি পুনৰ সুস্থ হৈ উঠক, দীৰ্ঘ জীৱন লাভ কৰক আৰু আজিৰ হিংসা-সন্ত্ৰাস জৰ্জৰিত সমাজৰ যন্ত্ৰনা তেওঁৰ সুৰৰ নিছিগা ধাৰাৰে নিৰাময় কৰিবলৈ শক্তি লাভ কৰক।

## নীলপৱন বৰুৱা

হিউমেনিষ্ট ৰোমা ৰোঁলাই কৈছিল, 'মই শিল্পক ভাল পাওঁ, কাৰণ শিল্পই মোক মোৰ ব্যক্তি-সীমাৰ পৰা মুক্ত কৰে। শিল্পত মই কেৱল ধ্বনি আৰু বৰ্ণৰ অন্তহীন ঐক্যতান শুনো— যি মৃত্যুকো ৰোধ কৰে।' ৰোমা ৰোঁলাৰ এই উক্তিয়ে মনত পেলায় এনে এগৰাকী প্ৰচাৰবিমুখ, নীৰৱ শিল্পীৰ কথা—যি নিৰলসভাৱে ৰং, তুলি আৰু ভাস্কৰ্যৰ মাজত বিচাৰি পাইছে এক অন্তহীন জীৱনানন্দ। এই অনুপম আনন্দই ভোগসৰ্বস্ব জীৱন-দৰ্শন ধূলিস্যাৎ

কৰি তেওঁক অহৰহ দান কৰিছে এক তুলনাবিহীন অমৃত অনুভৱ। গভীৰ জীৱনবোধত অবিচল, আত্মবিশ্বাসত অটল আৰু শিল্পৰ প্ৰতি আপোচহীন আনুগত্যৰে চিহ্নিত যি গৰাকী শিল্পীৰ কথা কবলৈ ওলাইছোঁ— তেওঁ হ'ল আমাৰ সকলোৰে পৰিচিত শিল্পী শ্ৰীনীলপৱন বৰুৱা।

নীলপৱনক মই প্ৰথম লগ পাওঁ কটন কলেজত চাকৰি কৰাৰ সময়ত। তেতিয়া তেওঁ জজ খেলপথাৰৰ এমূৰে থকা ঘৰ এটাত থাকি শিল্পৰ কাম আৰম্ভ কৰিছিল। সেই সময়ত মই কটন প্ৰথম ছাত্ৰী নিৱাসৰ (বৰ্তমান নলিনীবালা দেৱী ছাত্ৰী নিৱাসৰ) অধীক্ষিকা আছিলো। কলেজলৈ যাওঁতে বাট চমুৱাই খেলপথাৰখনত থকা নীলপৱনৰ ঘৰৰ আগেদি মই সদায় অহা-যোৱা কৰোঁ। তেতিয়াই অতি একান্ত মনেৰে আপোনভোলা শিল্পীজনক ছবি আৰু মূৰ্তিৰ মাজত কৰ্মৰত অৱস্থাত ডুব গৈ থকা দেখা পাওঁ। কেতিয়াবা দেখা পাওঁ দুখনমান আধৰুৱা ছবি আৰু ৰং-তুলি লৈ ছাঁ পৰা ঠাইত বহি গভীৰভাৱে এবাৰ ওচৰৰ পৰা, এবাৰ দূৰৈৰ পৰা ছবিবোৰ নিৰীক্ষণ কৰিছে, কেতিয়াবা তুলি লৈ ছবিৰ অ'ত ত'ত ৰং বুলাইছে। কাৰো প্ৰতি কোনো ভ্ৰূক্ষেপ নাই। কৌতূহল হ'ল—এই চিত্ৰকৰ গৰাকী বাৰু কোন? কলেজত কোনোবাই ক'লে তেওঁৰ নাম নীলপৱন বৰুৱা; শান্তিনিকেতনত চিত্ৰশিল্প আৰু ভাস্কৰ্যৰ শিক্ষা সুখ্যাতিৰে সাং কৰি অসমলৈ উভতি আহিছে। এদিন কলেজৰ পৰা ওভতাৰ পথত তেওঁৰ ঘৰৰ খোলা দুৱাৰেদি সোমাই ভিতৰলৈ ভুমুকি মাৰিলো। দেখিলো— তেওঁ দুজনমান যুৱকক কেনভাচৰ আগত কিবা বুজাই আছে। কোঠাৰ ভিতৰত অ'ত ত'ত ছবি, মূৰ্তি সিঁচৰতি হৈ আছে। মোক দেখি আথে-বেথে নীলপৱনে মূঢ়াটো আগবঢ়াই দি বহিবলৈ ক'লে আৰু নিজৰ চিনাকী দিলে। মোক অবাক কৰি এইটোও ক'লে যে তেওঁ হেনো মোক জানে। নীলপৱনৰ বিনম্ৰ শিল্পীসুলভ কথা-বতৰা আৰু আঁৰ-বেৰ নোহোৱা সহজ-সৰল আচৰণত কিবা এটা নিমজ আকৰ্ষণীয় গুণ আছিল—যি সহজে সকলো মানুহৰ মন জয় কৰিব পাৰে। এই স্বভাৱসুলভ মধুৰতা আৰু হৃদ্যতাৰে মোকো তেওঁ প্ৰথম দিনাই মুগ্ধ কৰিছিল। সি যি কি নহওক, এইবাৰ মই তেওঁৰ তালৈ যোৱাৰ উদ্দেশ্যৰ কথা ক'লো। সেই সময়ত মোৰ ৯/১০ বছৰীয়া পুত্ৰ অনিৰ্বাণে ছবি আঁকা আৰু মূৰ্তি সজা কামত খুব ৰুচি দেখুৱাইছিল। আৰ্টৰ শিক্ষক গৰাকীয়ে এদিন স্কুললৈ মোক মাতি নি কৈছিল যে ভালদৰে গাইডেন্স দিব পাৰিলে সি ভৱিষ্যতে ভাল চিত্ৰকৰ হোৱাৰ সম্ভাৱনা আছে। গতিকে এতিয়া নীলপৱনৰ দৰে শিল্পীৰ দিহা-পৰামৰ্শ আৰু উপদেশৰ খুব প্ৰয়োজন। ঘৰটো ওচৰতে যেতিয়া নীলপৱন এদিন গৈ তাৰ ছবিখিনি চাই আমাক মন্তব্য দি কৰণীয়খিনিৰ বিষয়ে দিহা দিব লাগে। নীলপৱনে মোৰ সেই অনুৰোধ ৰক্ষা কৰিছিল।

ইয়াৰ পিছত কেইবা বছৰো অতিবাহিত হ'ল। মই অধীক্ষিকাৰ কাৰ্যকালৰ অন্তত নিজ গৃহলৈ উভতি আহিলো, নীলপৱনেও অলপ দিনৰ পিছতে তেওঁৰ প্ৰকাণ্ড চোতাল থকা ঘৰটো এৰি অন্য ঠাইলৈ গ'লগৈ। সময়ে-সময়ে নীলপৱনৰ চিত্ৰকলা আৰু ভাস্কৰ্যৰ প্ৰদৰ্শনীৰ খবৰ পাওঁ—সেই সম্পৰ্কে অতি উচ্চ প্ৰশংসা আৰু উৎসাহব্যঞ্জক মন্তব্য মোৰ কাণত পৰে। শিল্পৰসিকসকলৰ আলোচনা আৰু কাগজ-পত্ৰৰ যোগেদি তেওঁৰ খবৰ পাওঁ। সাম্প্ৰতিক পণ্য-সংস্কৃতিৰ যুগত, এক ব্যতিক্ৰমী কলাকাৰ হিচাপে মোৰ মনত থকা তেওঁৰ ইমেজ আৰু বেছি উজ্বল হয়। এক শ্ৰদ্ধামিহলি মৰমৰ ভাব জাগি ৰয় ভাতৃপ্ৰতিম নীলপৱনৰ প্ৰতি।

ইয়াৰ কিছুদিনৰ পিছত যিটো খবৰে মোক অতিশয় আনন্দিত কৰিছিল সেইটো হ'ল দীপালি আৰু নীলপৱনৰ বিৱাহৰ খবৰ। মনে মনে মই দুয়োকো হিয়া উবুৰিয়াই আশীৰ্বাদ দিছিলো। বিয়াৰ পিছত দুয়োৰো লগত পুনৰ দেখা হ'ল। তেওঁলোকৰ বৈৱাহিক জীৱনৰ সূচনাকালৰ কঠোৰ জীৱন-সংগ্ৰামৰ বিষয়েও কিছু অৱগত হ'লো। সেই সংগ্ৰামৰ দিনবোৰতো কিন্তু দুয়োৰো একাগ্ৰতা আৰু উৎসৰ্গীকৃত জীৱন-দৰ্শন অটুট থাকিল। শান্ত সমাহিত যুগ্ম জীৱনত অক্ষয় প্ৰলেপ সনা ৰ'ল প্ৰেম আৰু শান্তিৰ।

নীলপৱনৰ যিবোৰ কথাই মোক বৰকৈ মোহিত কৰে, সেইবোৰ হ'ল — তেওঁৰ সূক্ষ্ম সংস্কৃতিসম্পন্ন মন, বুদ্ধিদীপ্ত ৰসাল কথা-বতৰা আৰু আদৰ্শত অচল-অটল মনোভাব। সংসাৰ ধৰ্মৰ লগত তাল মিলাই শিল্পধৰ্ম পালন কৰাত তেওঁ নিশ্চয় বহু সমস্যাৰ সম্মুখীন হৈছে। কিন্তু তাৰ বাবে কোনো আক্ষেপ নাই, কাৰো প্ৰতি ঈৰ্ষা বা বিদ্বেষ নাই। নিৰ্লিপ্তভাৱে নিজৰ কৰ্তব্য কৰি গৈছে। লগ পালেও কোনোদিনে তেওঁলোক দুয়ো হতাশাৰ কথা নকয়। নিচেই আপোনজনৰ দৰে অত্যন্ত আন্তৰিকতাৰে আশাব্যঞ্জক কথাবহে অৱতাৰণা কৰে।

মই শিল্প-সমালোচক নহওঁ, শিল্প সম্পৰ্কীয় জ্ঞানো নিচেই সামান্য। নীলপৱনৰ সৃষ্টিক সেইবাবে সমালোচকৰ দৃষ্টিৰে ফঁহিয়াই চোৱাৰ যোগ্যতা মোৰ নাই। কিন্তু এইটোও সঁচা যে এজন সাধাৰণ কলাপ্ৰেমীৰ দৃষ্টিৰে তেওঁৰ চিত্ৰ-ভাস্কৰ্য চাই দেহে-মনে-বৰ্ণে-ছন্দে অনুভৱ কৰোঁ — চিন্তন, মনন আৰু হৃদয় আলোড়িত কৰা এক সুকীয়া মুগ্ধবোধ। তেওঁৰ অধিকাংশ ছবিয়েই মোৰ বাবে কেৱল ৰং, ৰেখা আৰু আয়তনৰ বিন্যাস নহয় — কেৱল বিমূৰ্ত নহয় — তাত অৱয়ব আৰু কাহিনী মূৰ্তমান। ছবিৰ ৰং আৰু ৰেখাই প্ৰতীকী ব্যঞ্জনাৰে এক প্ৰচ্ছন্ন বাৰ্তা বহন কৰে। সেয়েহে নীলপৱনৰ শৈল্পিক ধ্যান-ধাৰণা, অংকনশৈলী আৰু বিষয় নিৰ্বাচনৰ স্বতন্ত্ৰ দৃষ্টিভংগীৰ কথা ৰসিক মহলত সম্ভ্ৰম সহকাৰে সঘনে আলোচিত হৈ আহিছে। যি জীৱন আৰু পৰিবেশত শিল্পী নিমজ্জিত, সেই জীৱনৰ আশা-আকাংক্ষা, দুখ, বেদনা, সংঘাত, সংগ্ৰাম, বিদ্ৰূপৰ বহু ৰঙী ছবি তেওঁ সৃষ্টি কৰি আহিছে। ইয়াৰ মাজত প্ৰকাশ পাইছে প্ৰবল ব্যক্তিত্বৰ প্ৰাণস্পন্দন, ব্যক্তি জীৱনৰ নিৰন্তৰ টনা-আজোৰাৰ বৈপৰীত্য, অপৰিসীম মানৱতাবোধ, ৰুচিশীলতা আৰু খাটিখোৱা মানুহৰ নিভাঁজ ৰূপ। পৰিশ্ৰমী শিল্পীগৰাকীৰ নিষ্ঠা আৰু অকৃত্ৰিম শিল্প প্ৰেমে সেয়েহে সহজেই দৰ্শকৰ সম্ভ্ৰম আদায় কৰি আহিছে দীৰ্ঘদিন ধৰি।

যি চিত্ৰ অথবা ভাস্কৰ্য গভীৰ বোধ, পৰ্যবেক্ষণ আৰু পৰিশ্ৰমৰ পৰা সৃষ্ট, যি নেকি এখোন সমাজ আৰু কালৰ বাস্তৱ সমস্যাসমূহ কলাত্মক ৰূপত প্ৰকাশ কৰি সেই সমাজৰ শিল্পকলাক সমৃদ্ধ কৰিছে, সেইবোৰ নিসন্দেহে অৱদানমূলক আৰু তাৎপৰ্যপূৰ্ণও। এই দৃষ্টিকোণৰ পৰা নীলপৱন বৰুৱাৰ সৃষ্টিসমূহ অতিশয় গুৰুত্বপূৰ্ণ আৰু স্মৰণীয় বুলি ভাবোঁ।

সদৌ শেষত, সুন্দৰৰ আৰাধনাত নিয়ত ব্যস্ত এই গৰাকী নিষ্ঠাবান শিল্পীৰ সাৰস্বত যাত্ৰাৰে থাকিল মোৰ অপৰিসীম শুভকামনা। তেওঁৰ সোণ-ৰূপৰ তুলিকা চিৰকাল গতিশীল হৈ থাকক, জীৱনজোৰা শিল্পসাধনা সাৰ্থকতাৰ গৌৰৱেৰে সমুজ্জ্বল হওক আৰু তেওঁৰ অনাগত দিনৰ সৃষ্টিৰ মাজত প্ৰকাশিত হওক আনন্দময় নবীনতা। ☐

# আমাৰ ল'ৰালিৰ সোঁৱৰণ

ভবেন বৰঠাকুৰ

দেউতা ঢুকাইছিল ১৯৪৪ চনৰ ছেপ্তেম্বৰ মাহত। মোৰ বয়স তেতিয়া ৮ বছৰ আৰু দীপালিৰ আঢ়ৈ বছৰমান। মৃত্যুৰ ছমাহমানৰ আগত দেউতাই পিত্তৰ অসুখৰ কাৰণে তিনিচুকীয়াৰ ওচৰৰ জলপনীয়া চাহ বাগিচাৰ মেনেজাৰ পদ ইস্তফা দি চিকিৎসাৰ কাৰণে শিৱসাগৰৰ মামাহঁতৰ ঘৰলৈ আহিছিল। লগত আহিছিলো  মা, দীপালি, বাপাইমামা (দেৱানন্দ বৰুৱা) আৰু মই । আহোঁতে কোনোবা এটা সৰু ষ্টেচনৰ পৰা ৰেলত উঠা মনত আছে। কিছুদিনৰ পিছত দেউতা ঢুকাল।

দেউতা ঢুকুৱাৰ ৩/৪ দিনৰ আগৰপৰা মাৰ চকুলো টোকা, আইতাৰ উচুপনি, ককাদেউতাৰ গম্ভীৰতা আৰু সকলোৰে সৰু স্বৰত কথা-পতা, ইত্যাদিবিলাকৰ বাবে গম পাইছিলো দেউতাৰ অসুখ বৰ গম্ভীৰ। দেউতাই সঘনাই মোক আৰু দীপালিক চাব খুজিছিল আৰু আমাক দেউতাৰ কাষত থিয় কৰি দি মা ওচৰতে থিয় দি থাকিছিল। দেউতাৰ শৰীৰ দুৰ্বল হৈ পৰিছিল আৰু চকুৰ চাৱনিটোও বৰ করুণ হৈ উঠিছিল। আমাৰ চুলি আৰু মুখ স্পৰ্শ কৰি দেউতাই কি ভাবিছিল নেজানো। দাদা (ভূপেন বৰঠাকুৰ) ব্যস্ত থাকে ঔষধ আদি গোটোৱাত। দাদাৰ বয়স তেতিয়া ১৪/১৫ বছৰমান হ'ব। কিবা এটা অজানিত শংকাৰ বাবে মই শেষৰ তিনি-চাৰিদিন দেউতাৰ কাষ চাপিবলৈ ইতস্ততঃ কৰিছিলো। দেউতাৰ চিকিৎসাখিনি কৰিছিল আমাৰ ককাদেউতাৰ (আনন্দৰাম বৰুৱাৰ) ককায়েক দুলাল চন্দ্ৰ বৰুৱাই। তেখেত আয়ুৰ্বেদ চিকিৎসা পদ্ধতিৰ ওজা আছিল। মৃত্যুৰ এদিনৰ আগতে সৰু ভিনদেৱে (যোগেন ভাগৱতীয়ে) ডাক্তৰ এজন আনি সকলোৰে অন্তৰত আশাৰ সঞ্চাৰ কৰাইছিল। ডাক্তৰে এটা ডাঙৰ বেজী দেউতাক দিয়া মনত আছে। পিছে পিছৰ দিনাই সকলোকে শোকৰ সাগৰত পেলাই দেউতাই চিৰদিনলৈ চকু মুদিলে। ভিনদেউৰ লগতে আহিছিল সৰু বাইদেউ (পুতলী ভাগৱতী)। বাইদেউ আৰু ভিনদেৱে সেইখিনি সময়তে কিবাকিবি কথা নীৰৱে পাতি থকা শুনিছিলো। পিছত গম পাইছিলো যে দেউতাই মোৰ দায়িত্ব পুতলীকে ন্যস্ত কৰিছে। দাদা, মা আৰু দীপালি মামাহঁতৰ ঘৰতে থাকিল। মা আৰু দীপালি অৱশ্যে ম'হখুঁটিৰ ঘৰত বেছ কিছুদিন আছিল। আমাৰ বৰদেউতাৰ ল'ৰা প্ৰসাদদা, বাপাইদা আৰু বাছাদায়ে দীপালিক বৰ মৰম কৰিছিল আৰু পিছলৈ পঢ়িবৰ কাৰণে এখন স্কুলো খুলিছিল। সেই স্কুলখনতে দীপালিৰ বিদ্যাৰম্ভ। পিছে স্কুলখন বৰ বেছি দিন নচলিল আৰু দীপালিৰ পঢ়া-শুনাৰ কাৰণে মা শিৱসাগৰলৈ আহিবলগা হ'ল। দেউতা ঢুকাবৰ সময়ত মোক শিৱসাগৰৰ দুখীয়া স্কুলত নাম লগাই দিয়া হৈছিল।

মৰাণ আৰু বামুণবাৰীৰ মুক্ত পৰিৱেশত মই ডাঙৰ হ'বলৈ ধৰিলোঁ। মাজে মাজে দীপালিক লৈ মা বামুণবাৰী বাগিচালৈ আহি মোক আৰু স্ত্ৰী-জোঁৱাইক চাই ঘুৰি যায়গৈ। মাইঁত যাওঁতে মনটো সেমেকি উঠে। মৰাণ আৰু বামুণবাৰীৰ বাতাবৰণত আমাৰ আদৰ্শনীয় অগ্ৰজ তিনিজন আছিল—উপেনদা, খগেনদা আৰু ইন্দ্ৰদা। খগেনদা সৰু ভিনদেউৰ ভায়েক, উপেনদা আৰু ইন্দ্ৰদা ভাগিনিয়েক। অৱশ্যে তেওঁলোক তেতিয়া স্কুলৰ দেওনা পাৰ হৈ গৈছিল। উপেনদা ঘোৰ আৰ.চি.পি.আই. আছিল। পিছে বৰ সুমধুৰ গীত গাব পাৰিছিল। উপেনদাই গোৱা সেই গীতটো আজিও মনত আছে :

সোণোৱালী লুইতৰ
পাৰতেনো কোনোৱাই
ভৰদুপৰীয়া নাও বায়
চুলিটাৰি মেলি লৈ
গীত গাই করুণ সুৰেৰে.......।

উপেনদাই কৈছিল—এই গানটোৰ বোলে ৰচনা আৰু সুৰ তেওঁৰেই। গান এটা ৰচনা কৰি যে সুৰ দিব পাৰি, এই কথা তেওঁৰ পৰাই জানিব পাৰিছিলোঁ আৰু তাৰ চেষ্টা তেতিয়াৰ পৰাই আৰম্ভ হৈছিল। উপেনদাই বঙলা গীতো সুন্দৰকৈ গাইছিল। বিশেষকৈ গাইছিল জগন্ময় মিত্ৰৰ গান। ইয়াৰ বাহিৰেও বিষ্ণু ৰাভাৰ দুই-এটা গীত তেওঁৰ মুখত শুনা মনত আছে। খগেনদা আৰু উপেনদা দুয়ো আৰ.চি.পি.আইৰ সভ্য। বিষ্ণু ৰাভা আৰু খগেন বৰবৰা আদি ব্যক্তিৰ লগত অতি ওচৰ সম্বন্ধ। তেওঁলোক মৰাণলৈ আহিলে খগেনদা, উপেনদাৰ গাত গোসাঁই নাথাকে। তেওঁলোকে পতা মিটিংবিলাকত আমিও মনে মনে যোগদান কৰিছিলোঁ। সেই সময়ত বেছ ভাল গীত গোৱাৰ বাবে বিষ্ণু ৰাভাদেৱে শিকাই দিয়া কোৰাছ কেবাটাতো মই আগ-ভাগ লৈছিলোঁ, পিছে মোৰ উচ্চতা কম হোৱা বাবে বিষ্ণু ৰাভাদেৱে মোক দুচপৰা ইটাৰ ওপৰত উঠি গান গাবলৈ দিহা দিছিল।

ইন্দ্ৰদা কিন্তু আছিল সম্পূৰ্ণ বেলেগ। তেওঁৰ ৰুচিবোধো খগেনদা, উপেনদাৰ লগত নিমিলে। মোৰ বাবে তেওঁৰ তিনি বিধ সামগ্ৰী বহুমূলীয়া আছিল। প্ৰথম তেওঁৰ চাইকেলখন—য'ত মই হাফ্-পেদেল মাৰি চাইকেল চলাবলৈ শিকিছিলোঁ। দ্বিতীয়তে তেওঁৰ হাৰমনিয়ামটো—যিটো তেওঁ গধূলি অলপ বজাই সযতনে বিছনাৰ তলত থৈ দিছিল। ইন্দ্ৰদা অফিচলৈ যোৱা সময়টো মই লক্ষ্য কৰি থাকোঁ আৰু যোৱাৰ পিছতে হাৰমনিয়ামটো উলিয়াই ধুমধাম বজাবলৈ আৰম্ভ কৰোঁ। বেছিকৈ বজাওঁ 'বৈ বৈ কেতেকী বিনা ঐ অমাতৰ মাত।' মই ভাবোঁ, এতিয়াও এই গীতটো প্ৰথম হাৰমনিয়াম শিকিবৰ বাবে অতি উপযুক্ত গীত। দুই-তিনি ঘণ্টা একে লেখাৰিয়ে মই হাৰমনিয়াম বজাওঁ আৰু ইন্দ্ৰদা অহাৰ আগে-আগে সুন্দৰকৈ হাৰমনিয়ামটো আগৰ ঠাইত থৈ ভাত খাবলৈ যাওঁ। প্ৰায়ে পিছবেলাও ইয়াৰ পুনৰাবৃত্তি ঘটিছিল। তৃতীয় সামগ্ৰীটো আছিল চাবি দিয়া হৰ্ণযুক্ত গ্ৰামোফোনটো আৰু ৭৮ আৰ-পি-এমৰ ৰেকৰ্ডবিলাক। সেই ৰেকৰ্ডবিলাক আছিল

অসমীয়া, হিন্দী, বঙলা ভাষাৰ গীত, নাটকৰ পাল্লা, খুহতীয়া গীত আদিৰ ভঁৰাল। নতুন গীত ওলোৱা শুনিলেই ইন্দ্রদাই মৰাণ, নহ'লে ডিব্রুগড় চলাথ কৰি ৰেকৰ্ড আনিবই। একেটা পিনেৰে দহখনকৈ ৰেকৰ্ড বজাব পৰা সত্ত্বেও পিনটো কিন্তু ইন্দ্রদাই আছুতীয়া কৰি ৰাখে যাতে আমি ল'ৰাইতে সহজে বিচাৰি নেপাওঁ। মাজে মাজে তেনেকুৱা পিনেৰে নিজেই আমাক পাল্লাবিলাক শুনাইছিল। অৱশ্যে পিছলৈ ভিনদেৱেও এটা এইছ. এম. ভিৰ গ্রামোফোন কিনে আৰু মই আৰু দীপালি তাতে ব্যস্ত থাকোঁ। ৰেকৰ্ডৰ গায়কৰ লগত আমি দুয়ো সমস্বৰে গাওঁ আৰু গানবিলাক লিখি ৰাখোঁ। অসমীয়া গানৰ ভিতৰত জ্যোতি প্রসাদৰ গীতৰ উপৰি অমিয় মোহন দাস, ভূপেন হাজৰিকা, আনন্দিৰাম দাস, শিৱ ভট্টাচাৰ্য, অনুকূল নাথ, ৰাৱণ নাথ আদিৰ গীত আমি বৰ ভাল পাইছিলো। এইবিলাক গীতেই আমি শিকি কোনোবাই গাবলৈ ক'লে গাই দিওঁ। বাহিৰলৈ ওলাই গ'লে 'আজি ৰাতিকৈ গান গাব লাগিব' বুলি কৈ আনকি হাৰমনিয়াম এটাও যোগাৰ কৰি ৰাখে। দীপালিৰ যে কণ্ঠটো মিঠা, প্রথমে তেনেকৈ ওচৰ-পাঁজৰৰ আৰু সম্বন্ধৰ মানুহৰ পৰাই গম পাওঁ। নীলি, দীপালি আৰু অলিয়ে ভক্তিমূলক গীতবিলাক শিকি আৰু মোৰ পৰামৰ্শমতে শিৱসাগৰৰ ঘৰৰ গোসাঁইঘৰত নিয়মিতভাৱে গাবলৈ আৰম্ভ কৰে। লগত অৱশ্যে দুই-চাৰিটা বৰগীত আৰু ভজনো গাইছিল।

লাহে লাহে দীপালিৰ কণ্ঠ যেতিয়া বেছ মধুৰ বুলি কিছু জনা-জনি হ'ল, মায়ে দীপালিক 'সেউজীয়া সমাজ সংগীত বিদ্যালয়'ত নাম লগাই দিলে। ফিজ মাহে ২ টকা, শিক্ষক স্বৰ্গীয় অতুল শৰ্মাছাৰ। ছাৰেই অলপ-অচৰপ শাস্ত্রীয় সংগীত প্রথমে আৰম্ভ কৰি দিছিল। সেই আপাহতে দীপালি পৰাগধৰ চলিহাৰ সংস্পৰ্শলৈ আহে আৰু চলিহাদেৱে লোকগীত, বিহুগীতবিলাকৰ কাৰণে দীপালিৰ কণ্ঠ সুন্দৰভাৱে ব্যৱহাৰ কৰিছিল। আমি দুয়ো একেলগে গৈ পৰাগ চলিহাৰ পৰা বিহুগীতৰ সূক্ষ্ম কাজ আদি আহৰণ কৰা বেছ মনত আছে। আমি ইয়াৰ দ্বাৰা বেছ উপকৃত হৈছিলো। শিৱসাগৰত সেউজীয়া সমাজ গঠন হোৱাৰে পৰা সংগীতৰ ক্ষেত্রত এটা নতুন, সমৃদ্ধ বাতাৱৰণৰ সৃষ্টি হৈছিল আৰু দীপালি, স্থিতিমণি, ভৱেশ ঠাকুৰৰ কণ্ঠ তাত অপৰিহাৰ্য আছিল। আমি সকলোৱে এই সহযোগিতাত প্রেৰণা পাইছিলো। তাৰ পিছত 'জ্যোতি-সংঘ'ৰ গঠনে এই কাৰ্য বিশেষভাৱে বহলাই দিছিল আৰু ইয়াৰ দ্বাৰা দীপালিয়ে বহু নতুন গীত গাবলৈ আৰু ময়ো নতুন-নতুন গীত লিখা আৰু সুৰ দিবলৈ এখন পথাৰ বিচাৰি পাইছিলো। নতুন-নতুন গীতৰ আখৰা চলিছিল আৰু ইপ্‌টা(IPTA)ৰ সেই সময়ত যি প্রভাৱ পৰিছিল, তাৰ উদ্দীপনাত প্রভাৱিত হৈ লোকগীত, বিহুগীতবিলাকৰ লাহে লাহে আধুনিক গীততো প্রৱেশৰ পথ মুকলি হৈ পৰিছিল। যদিও উপস্থাপনত আছিল মাত্র এটা হাৰমনিয়াম আৰু এযোৰ তবলা, মানুহে সেই গীতবিলাক ভাল পাইছিল। দীপালিক সাধাৰণতে তবলা-সংগত কৰিছিল মুকুট দত্ত, নিৰঞ্জন, পিছলৈ বিভূতি বৰুৱাই আৰু নগাঁৱলৈ আহিলে বিবেকানন্দ ভট্টাচাৰ্যদেৱে। গুৱাহাটীত দীপালিৰ লগত তবলা বজাইছিল সোণাৰাম দাস আৰু বৰ্তমান ৰাজ্যসভাৰ সদস্য ইন্দ্রমণি বৰাই। মই মৰাণত থকা সত্ত্বেও মৰাণ আৰু শিৱসাগৰ এই দুয়োখন ঠায়েই

মোৰ আপোন আছিল। শিৱসাগৰত নতুনকৈ গঠন হোৱা আমোলাপট্টিৰ মইনা-মেলত পৰিৱেশন কৰিবৰ কাৰণে নীলিৰ অনুৰোধত ময়েই গীত-মাত ৰচনা কৰি দিছিলো— যিবিলাক গাই দীপালিয়ে বেছ প্ৰশংসা অৰ্জন কৰিছিল। মই নৱম শ্ৰেণীত থাকোঁতেই খগেনদাই গীত এটি লিখি মোক সুৰ সংযোজনা কৰিবলৈ কৈছিল। এই গীতটিয়েই মই সুৰ দিয়া প্ৰথম গীত। মোৰ আজিও প্ৰথম কলিটি মনত আছে ঃ

মোৰ কল্পনা-সৌধ ভাঙি ছিঙি
গুচি গ'লা কিয় তুমি
নিৰঞ্জন অতি প্ৰিয় তুমি
তোমাৰ স্মৃতিকে ৰ'ম চুমি
কল্পনাৰ আঁৰে জুমি জুমি
চুমি চুমি........।

ইয়াৰ পিছৰ পৰাই মই নিজে গীত লিখি, সুৰ দি দীপালিক গোৱাবলৈ আৰম্ভ কৰিলো। গুৱাহাটীৰ পৰা আকাশবাণী যোগে প্ৰথম প্ৰচাৰিত হোৱা লক্ষ্মীনাম, মণিৰাম দেৱানৰ গীত, নিচুকনি গীত আদি মই ঠিক-ঠাক কৰি দিছিলো। তদুপৰি, সেই সময়তে 'আমাৰে মইনাৰে শুবৰে পৰতে', 'অ' ভদীয়া অ' কলিয়া, কেনিবা ওলালি তই', 'নিশাৰে তৰালি দেখোঁ' আদি গীতবোৰ লিখোঁ আৰু দীপালিয়ে এইবোৰ গীত পৰিৱেশন কৰে। তাৰ লগে লগে কেৱল শিৱসাগৰতে আবদ্ধ নাথাকি ডিব্ৰুগড়, যোৰহাট, নগাঁও, গুৱাহাটী আদি ঠাইলৈ গীত পৰিৱেশনৰ আমন্ত্ৰণ পোৱা গৈছিল। লাহে লাহে আমাৰ উভয়ৰে এই গঠনমূলক কামে দীপালিক এখন উচ্চ আসনত বহুৱাবলৈ সক্ষম হ'ল।

মই ভাবোঁ, দীপালিৰ সংগীত জগতৰ প্ৰৱেশদ্বাৰ আমাৰ ল'ৰালি কালৰ সেই বাতাৱৰণেই সৃষ্টি কৰিছিল, য'ত আছিল ভৰপূৰ মানসিক আনন্দ, বিভিন্নজনৰ অকৃত্ৰিম সহায়-সহযোগিতা, অফুৰন্ত মৰম-চেনেহ আৰু দীপালিৰ এটি নিপুণ কণ্ঠৰ বাবে নিৰলস সাধনা। ❒

# তুমিয়ে আঁকানে ছবি

তুমিয়ে আঁকানে ছবি
নে ছবিয়ে তোমাক আঁকে

নীলপৱন
তুলিকাৰ দাক্ষিণ্যত
অশ্ৰুৰ ভাস্কৰ্য
ঈশানী ধৰাৰ নীপবন

ছবিনে সময়
প্ৰেমনে প্ৰাণাবেগ
আত্মা নিদ্ৰা চৈতন্য মুদ্ৰা
প্ৰতীক্ষা প্ৰাৰ্থনা

আকাশৰ কেনভাছ
জীৱনৰ জটিল জ্যামিতি
কংক্ৰীটত নিমজ্জিত পদ
প্ৰাচীন আঁহত

নিৰুদ্ধ বতাহ
বিবৰ্ণ পৃথিৱী
শিৰস্ত্ৰাণহীন অনিবাৰ্য দুখ

তুমিয়ে আঁকানে ছবি

শীতৰ ভিক্ষাৰী
ইটাৰ অৰণ্য
সীৰলুৰ সীতা
অভিমন্যু উভতি অহাৰ সিংহদ্বাৰ

সংবেদনশীল
ৰ'দৰ আঙুলি
ফৰিংফুটা জোনাকৰ গীত

কুকুৰাৰ প্ৰথমটো ডাক
কলৰৱ
ফেঁচাৰ উৰুলিৰ
নিষ্প্ৰদীপ নিৰ্জনতা

তুমিয়ে আঁকানে ছবি

বয়স-বসন্ত লৈ
সংগোপনে গুচি যোৱা
স্থিতপ্ৰজ্ঞ সময়ে ক'লে
ছবিয়ে তোমাক আঁকে

—বিৰিঞ্চি কুমাৰ মেধি

# দীপালিৰ দীপ্তি

**বিবেকানন্দ ভট্টাচাৰ্য**

বহুতো সুন্দৰ গীতৰ লগতে 'সোণৰ খাৰু নেলাগে মোক বিয়াৰ বাবে আই'— এই সুৰদি-সুৰীয়া যুগান্তকাৰী গীতটি গাই অলেখ শ্ৰোতাৰ অন্তৰ জয় কৰা সুকণ্ঠী গায়িকা শ্ৰীমতী দীপালি বৰঠাকুৰৰ নাম নজনা অসমীয়া বিৰল। তেওঁৰ গীত এসময়ত অসমৰ ইমূৰৰ পৰা সিমূৰলৈ প্ৰচলন হৈছিল। এতিয়াও ৰসিক শ্ৰোতাই তেওঁৰ গীত শুনি বৰ ভাল পায়। সংগীত গুৰুমুখী বিদ্যা। শিষ্যই শিকে, অনুকৰণ কৰে—এনেকৈয়ে ভাৰতীয় সংগীতৰ প্ৰসাৰ হৈছে। সাধনা নহ'লে সংগীতৰ প্ৰসাৰ নহয়। সাধনাই শিল্পীক পটু কৰি তোলে। যি সংগীতে মনলৈ বিমল আনন্দ আনে—সেয়ে প্ৰকৃত সংগীত। সহজভাৱে আমি এনেকৈয়ো ক'ব পাৰোঁ— গান দুবিধ। এবিধ কাণেৰে, আন বিধ প্ৰাণেৰে শুনা হয়। প্ৰাণেৰে যি সংগীত শুনা হয়, সেই সংগীতৰ সুৰৰ গুণ-গুণনি মানুহে কেতিয়াও নাপাহৰে। সেই সংগীতৰ সোৱাদ গোটেই জীৱন-জুৰি অকণ অকণকৈ ঠিক পাহাৰী নিজৰাৰ কুলু কুলু ধ্বনিৰ দৰে মনলৈ আহি থাকে। এই আনন্দ সীমাহীন। শৰতৰ শেৱালিৰ মিঠা সুবাসে কত যে স্মৃতি কঢ়িয়াই আনে। বৰ ভাল লাগে ভাবিলে। এটাৰ পিছত এটাকৈ কথাবোৰ মনত পৰে—যেন এধাৰ মালাকে গুঠিছোঁ। স্মৃতিৰ মালা বৰ মোহনীয়।

১৯৪৭ চনৰ কথা। স্থান শিৱসাগৰ চহৰ। অক্টোবৰ মাহৰ ৩১আৰু নবেম্বৰ মাহৰ ১ আৰু ২ তাৰিখে সদৌ অসম সুকুমাৰ শিল্পকলা প্ৰদৰ্শনী আৰু প্ৰতিযোগিতা এই চহৰতে অনুষ্ঠিত হৈছিল। ইয়াতেই সদৌ অসম শিল্পী সংঘ গঠনৰ ব্যৱস্থা কৰা হৈছিল। সেউজীয়া সমাজৰ জৰিয়তে মৌ মেলাও অনুষ্ঠিত হৈছিল। অভ্যৰ্থনা সমিতিৰ সভাপতি আৰু সম্পাদক আছিল ক্ৰমে প্ৰয়াত শৈলধৰ ৰাজখোৱাদেৱ আৰু প্ৰয়াত পুষ্পধৰ চলিহাদেৱ। ইয়ালৈ মোৰ পিতৃদেৱ কমলানন্দ ভট্টাচাৰ্যকো আমন্ত্ৰণ জনাইছিল। এনে ধৰণৰ সুন্দৰ অনুষ্ঠানৰ জৰিয়তে সংগীত শিক্ষাৰ্থীসকলে উৎসাহ-অনুপ্ৰেৰণা লাভ কৰে। ইয়াতে শিৱসাগৰৰ সুগায়ক প্ৰয়াত পৰাগধৰ চলিহাদেৱৰ গীত পৰিৱেশন দেখি, শুনি মোহিত হৈছিলো। কি সুন্দৰ মাত, কি সুমধুৰ সুৰ! শিৱসাগৰ নগৰৰ সংগীতাচাৰ্য লক্ষ্মীৰাম বৰুৱাদেৱৰ সংগীত সাধনাৰ কথাও জানিছিলো। তেখেতৰ স্বনামধন্য দুই পুত্ৰ প্ৰফুল্লচন্দ্ৰ বৰুৱা আৰু পৰশুৰাম বৰুৱা (ফুনু বৰুৱা) অসমৰ গৌৰৱ। অতুল চন্দ্ৰ শৰ্মা এজন সংগীত সেৱক, সেউজীয়া সমাজৰ কৰ্ণধাৰ আছিল। এই চহৰৰে সুকণ্ঠী গায়িকা দীপালি বৰঠাকুৰ এই সংগীতময় পৰিৱেশত ঠন ধৰি উঠিছিল। দীপালি বৰঠাকুৰ অসমৰ সংগীত জগতৰ এটি উল্লেখযোগ্য নাম। শ্ৰীমতী বৰঠাকুৰে সুৰৰ সূক্ষ্ম কাৰুকাৰ্য কণ্ঠ-সাধনাৰ দ্বাৰা আয়ত্ত কৰি শ্ৰোতা-দৰ্শকৰ সমুখত সুন্দৰভাৱে প্ৰদৰ্শন কৰি খ্যাতি অৰ্জন কৰিছিল। এগৰাকী কণ্ঠশিল্পীৰ বাবে ইয়াতকৈ ডাঙৰ কীৰ্তি একো নাই। দীপালিৰ গানৰ মাত শংখৰ দৰে শক্তিশালী, কিন্তু বাঁহীৰ দৰে মিঠা।

সংগীতশিল্পীৰ বাবে চাৰিটা কথা বৰ আৱশ্যকীয় বুলি গুৰুসকলৰ পৰা শুনিছিলো। (১) নিজস্ব স্বাভাৱিক সাংগীতিক গুণাৱলী (কণ্ঠস্বৰ, সুৰৰ স্বাভাৱিক জ্ঞান, তাল আৰু লয় জ্ঞান, পিতৃ-মাতৃ পৰা পোৱা সংগীতৰ আদিপাঠ); (২) উপযুক্ত গুৰু; (৩) সু-পৰিৱেশ আৰু (৪) সাধনা।

উপযুক্ত গুৰু নহ'লে সংগীত শিক্ষাৰ ফল লাভ কৰিব নোৱাৰি। সংগীত পৰিৱেশনমূলক কলা ( Performing Art) । গুৰুৱে নিজে প্ৰদৰ্শন কৰি শিষ্যক শিকাব লাগে। গান গাওঁতে মুখখন কিমানখিনি মেলিব লাগে, শব্দৰ উচ্চাৰণ কেনেকৈ কৰিব লাগে, জিভাখন গান গাওঁতে কেনেকৈ ৰাখিব লাগে, কেনেকৈ বহি গান গালে সুন্দৰভাৱে মাত ওলায়, তদুপৰি সংগীতৰ পাঠ — এয়া গুৰুৱে দেখুৱাই দিয়ে। সু-পৰিৱেশৰ কথা কওঁতে শ্ৰোতাৰ কথাই প্ৰধানকৈ মনলৈ আহে। শ্ৰোতাই ভাল গান-বাজনা শুনিবলৈ বিচাৰে। ভাল গান গালে পৰিৱেশ আপুনি সৃষ্টি হয়। আমাৰ সময়ত সদৌ অসম শিল্পী সমাজ, আন্তঃকলেজ সংগীত মহোৎসৱ, সদৌ অসম সংগীত প্ৰতিযোগিতা আদিৰ প্ৰভাৱত পৰিৱেশ আপুনি ভাল হৈছিল। স্থানীয় শিল্পীক স্থানীয় শ্ৰোতাইহে সু-পৰিৱেশ আনি দিব পাৰে।

শেহত সাধনা। সাধনা হ'ল মূল বস্তু। সাধনা নহ'লে সংগীতত কৃতকাৰ্য হ'ব নোৱাৰি। গুৰুৱে সংগীতৰ চৰবত্ তৈয়াৰ কৰি খুৱাই দিব নোৱাৰে। গুৰুসকলে কয় — 'গুৰু মিলে লাখ, চেলা মিলে এক'। ভাল শিষ্য হ'বলৈহে গুৰুৱে কৈছে। সাধনাৰ দ্বাৰা উপযুক্ত শিষ্য হ'বগৈ পাৰি।

আমাৰ কণ্ঠ-সংগীতৰ গুণী শিল্পী দীপালি বৰঠাকুৰে আটাইখিনি সমল পাইছিল। শিৱসাগৰে তেওঁক সুন্দৰ পৰিৱেশ দিছিল।

দীপালিৰ গায়ন-ভংগী (ষ্টাইল) বৰ সুন্দৰ। গাই থাকোঁতে তেওঁৰ সুৰে যেতিয়া শ্ৰোতাক বিহ্বল কৰি তোলে — তেতিয়া গান গাই তন্ময় হৈ পৰা শিল্পী দীপালি বৰঠাকুৰক দেখিলে মনলৈ ভাব আহে — এওঁ যেন তপস্বিনী।

শ্ৰীমতী বৰঠাকুৰৰ গীত ওচৰৰ পৰা প্ৰথম শুনিছিলো — আন্তঃকলেজ সংগীত প্ৰতিযোগিতাৰ আধুনিক গীতৰ শাখাত। তেওঁৰ লয়জ্ঞান, তালজ্ঞান আৰু সুৰত দখল বৰ ভাল পাইছিলো। তাৰো আগতে শিৱসাগৰৰ ৰংপুৰ জ্যোতি সংঘৰ বছেৰেকীয়া অধিৱেশনৰ সাংস্কৃতিক অনুষ্ঠানত প্ৰয়াত ব্ৰজেন বৰুৱাদেৱৰ লগত শ্ৰীমতী দীপালি বৰঠাকুৰৰ দ্বৈত কণ্ঠৰ গীত — 'টুন টুন কণমান আহা' শুনিছিলো। বৰ ভাল লাগিছিল। পিছত অসম সাহিত্য সভাৰ নাজিৰা অধিৱেশনৰ সাংস্কৃতিক অনুষ্ঠানত (প্ৰথম নিশা) শ্ৰীমতী বৰঠাকুৰৰ গীতৰ লগত তবলা বজোৱাৰ ভাৰ মোৰ ওপৰত পৰিছিল। তেতিয়াৰ দিনত মঞ্চত গীত পৰিৱেশনৰ বাবে কেৱল মাত্ৰ হাৰমনিয়াম আৰু তবলাই প্ৰধান বাদ্যযন্ত্ৰ আছিল। দীপালিৰ লগত সেই নিশাৰ অনুষ্ঠানত হাৰমনিয়াম বজাইছিল শ্ৰীখগেন মহন্তই। সাহিত্য সভাৰ সাংস্কৃতিক অনুষ্ঠান — লোকে লোকাৰণ্য, মাইক্ৰোফোনৰ ব্যৱস্থাও খুঁত নথকা। শ্ৰীমতী বৰঠাকুৰে এটি দেশাত্মবোধক গীতেৰে অনুষ্ঠানৰ পাতনি মেলিছিল। দীপালিৰ বিশেষত্ব এটি লক্ষ্য কৰি ভাল লাগিছিল। মঞ্চৰ ভিতৰফালে গানৰ আখৰা কৰি অধিক সময় তেওঁ নষ্ট নকৰিছিল। সংগতকাৰী শিল্পীৰ লগত বুজাবুজি হ'ল — বচ্, হৈ গ'ল। গান পৰিৱেশনৰ

বাবে তেওঁ সাজু বুলি ধৰিব পৰা গ'ল। মঞ্চত গীত পৰিৱেশনৰ বাবে মানসিকভাৱে প্ৰস্তুত হোৱাৰ সময়ত তেওঁৰ মন আছিল কেৱল গানত, শুদ্ধভাৱে পৰিৱেশনত। সংগতকাৰী শিল্পীৰ লক্ষ্য হ'ল মূল শিল্পীৰ মুখমণ্ডল। যদি সংগতত অকণমান উনৈশ-বিশ হ'ল, সেই কথা শিল্পীৰ মুখমণ্ডলত ফুটি উঠে আৰু শুধৰণি তাৎক্ষণিকভাৱে কৰা হয়। তেওঁৰ গীতেৰে কত লোকৰ মনলৈ আনন্দৰ ঢল বোৱালে, তাৰ সীমাসংখ্যা নাই। যিসকল শ্ৰোতাই দীপালি বৰঠাকুৰৰ গীত মঞ্চত শুনিছে—কেছেট শুনি তাৰ আধা আনন্দও নাপায় বুলি মোৰ বিশ্বাস। সেই নিশাৰ অনুষ্ঠানত দীপালিৰ প্ৰতিটো গানে শ্ৰোতাৰ মন জয় কৰিছিল। সেই স্মৃতিৰ বৰ্ণনা ভাষাৰে দিয়া বৰ টান। প্ৰায়ে মনত পৰে সেই অনুষ্ঠানৰ কথা।

ইয়াৰ কিছুদিনৰ পিচত মই এবাৰ তিনিচুকীয়ালৈ গৈছিলো। সেই ঠাইতো এটি সুন্দৰ অনুষ্ঠানত শ্ৰীমতী দীপালি বৰঠাকুৰৰ গীতৰ লগত তবলা-সংগত কৰিবলগীয়া হৈছিল। শ্ৰীশৰত চেতিয়া নামে ল'ৰা এটি (বৰ্তমানে বিশিষ্ট গায়ক) মোৰ ওচৰলৈ এদিন আহি ক'লে, 'দাদা, আমাৰ এখন অনুষ্ঠানলৈ আপুনি যাব লাগে—দীপালি বৰঠাকুৰৰ গীতৰ লগত তবলা-সংগত কৰিবলৈ।' মই সুধিছিলো, 'তুমি জানো শ্ৰীমতী বৰঠাকুৰক সুধিছা?' তেওঁ 'হয়' বুলি কৈছিল আৰু সেইমতে মই তিনিচুকীয়াৰ দুৰ্গাবাড়ী মঞ্চ পাইছিলোগৈ। সেইবাৰ শ্ৰীমতী বৰঠাকুৰে নিজে হাৰমনিয়াম বজাই গীত গাইছিল। কি অপূৰ্ব দক্ষতা তেওঁৰ গানত, যেন প্ৰতিটো গানেই শ্ৰোতাৰ অন্তৰত প্ৰবেশ কৰিছিল। শিল্পীৰ কণ্ঠৰ মিঠা সুৰে মন্ত্ৰৰ দৰে শ্ৰোতাক বিহ্বল কৰি তুলিছিল। শিল্পীৰ মুখত তৃপ্তিৰ এটি স্নিগ্ধ পৰশ যেন কোনোবাই সানি দিছিল। ভাবিছিলো, এয়া কোন ? তপস্বিনী, নে মায়াবিনী কোনোবা দেৱীহে ! গান শেষ হয়—শিল্পী আঁতৰি যায়—সংগতকাৰী শিল্পীৰ মনোজগতত সুৰৰ ঝংকাৰ বৈ যায়। কেনেকৈ পাহৰোঁ ?

ইতিমধ্যে বহু দিন পাৰ হৈ গ'ল। হঠাতে এদিন ৰাতিপুৱা পৰত এটি ল'ৰা আমাৰ ঘৰলৈ আহিল। কেতিয়াও নহা ল'ৰা। চন, তাৰিখ মনত নাই। ল'ৰাটিৰ নামটো এতিয়াও মনত আছে। তেওঁৰ নাম শ্ৰীপংকজ ঠাকুৰ। তেওঁ অহাৰ উদ্দেশ্য ক'লে—'আমাৰ দেৰগাঁৱৰ বাপুজী মন্দিৰত হ'বলগীয়া এখন অনুষ্ঠানলৈ শ্ৰীখগেন মহন্ত, শ্ৰীমতী দীপালি বৰঠাকুৰ যাব। তালৈ আপুনিও যাব লাগে।' সেইবাৰ মই আৰু অন্য কথাৰ অৱতাৰণা নকৰি একেষাৰেই যাম বুলি কথা দিলো। শ্ৰীঠাকুৰে কৈ যোৱা মতে সময়মতে সেই ঠাই পালোগৈ। সেই ঠাইৰ পৰিৱেশ বৰ ভাল লাগিছিল। সুন্দৰ সুন্দৰ চোলা-কাপোৰ পিন্ধা ল'ৰা-ছোৱালীবিলাকে নিজৰ নিজৰ কামত ব্যস্ত হৈ আছিল। ক'তো অকণো খুঁত নাই। অহা আহিছে, যোৱা গৈছে, বহা বহিছে। মই এনে সুন্দৰ পৰিৱেশ বৰ ভাল পাওঁ। সেই অনুষ্ঠানত আমন্ত্ৰিত শিল্পীৰ ভিতৰত শ্ৰীমতী বীণা ভাগৱতীও আছিল। তেওঁৰ গান, খগেন মহন্তৰ গান, দীপালিৰ গান শুনি মোৰ শ্ৰোতা মনটোৱে হাহাকাৰ কৰি উঠিছিল। ভাবিছিলো—হায়, যদি মোৰ এটা টেপ ৰেকৰ্ডাৰ থাকিলহেঁতেন !

যি নহওক, দীপালিৰ গানৰ দিনে দিনে উন্নতি হৈ অহা দেখি বৰ ভাল পাইছিলো। সুন্দৰ সুন্দৰ গানেৰে তেওঁৰ গানৰ ভড়াল চহকী হৈছিল। গানৰ সভাত তেওঁৰ উপস্থিতিয়ে এটি অতি সুন্দৰ সাংগীতিক পৰিৱেশ আনিছিল। 'সোণৰ খাৰু নেলাগে মোক বিয়াৰ বাবে আই' গীতটি দিনে দিনে বেচি ভাল লগা হৈ আহিছিল। ভবেন বৰঠাকুৰে কি যে অপূৰ্ব

সুৰেৰে গীতটি সজাইছিল—সেয়া বৰ্ণনাৰ অতীত। নিৰ্মলপ্ৰভা বৰদলৈৰ মিঠা শব্দ-সংযোজনেৰে গীতটি দীপালি বৰঠাকুৰৰ কণ্ঠত যুগমীয়া হৈ উঠিল। 'সোণৰ খাৰু' অসমৰ, অসমীয়াৰ জাতীয় জীৱনৰ সাক্ষী হৈ ৰ'ল।

'ডালে ডালে গায় কুলি বুলবুলি'মোৰ বাবে পাহৰিব নোৱাৰা এটি সুন্দৰ গান। প্ৰয়াত জিতেন দেৱৰ প্ৰাণভৰা সুৰ। কেনে সুন্দৰকৈ দীপালিক তেওঁ শিকালে। দীপালিয়েও একেই আন্তৰিকতাৰে গীতটি গালে। প্ৰয়াত ৰুদ্ৰ বৰুৱাৰ 'বন্ধু সময় পালে আমাৰ ফালে এবাৰ আহি যাবা'গীতটি দীপালিয়ে অবিকল ৰুদ্ৰ বৰুৱাৰ ষ্টাইল অনুকৰণ কৰি গালে। প্ৰতিটো শব্দৰ অৰ্থবহনকাৰী সুৰে মন-প্ৰাণ ব্যাকুল কৰি তোলে। এই গীতটিৰ 'বন্ধু' শব্দটোৰ সুৰৰ মায়াই দূৰৈত থকা বন্ধু-বান্ধৱসকলৰ ওচৰলৈ মনটো নিমিষতে লৈ যায়। এই সুৰৰ যাদুৰ খেলা মই ওচৰৰ পৰা বৰুৱাদেৱ আৰু শ্ৰীমতী বৰঠাকুৰ দুয়োৰে মুখত শুনি বিভোৰ হৈছিলো। এই গীতটোক কি গীত বুলিম ভাবিয়েই নাপাওঁ দেখোন। আধুনিক গীত, ৰম্যগীত, নে আন কিবা ?

আৰু এটি গীত মোৰ ভাল লাগে। 'খোজ লাহেকৈ দিবি সখী খোজ লাহেকৈ দিবি..........।' দীপালি বৰঠাকুৰৰ কণ্ঠত গীতটি আকাশবাণীৰ গুৱাহাটী কেন্দ্ৰই প্ৰযোজনা কৰিছিল। গীতটি গোৱা যে কিমান ভাল হৈছিল— সেই কথা বুজাবৰ ভাষা নাই। গীতটি ডেৰাডুন অঞ্চলৰ লোকগীতৰ সুৰৰ আধাৰত কৰা হৈছিল। উত্তৰ প্ৰদেশৰ পৰা অহা এজন সুগম সংগীত শিল্পীয়ে ৰেকৰ্ডত দীপালিৰ গীত তথা লাগি শুনিছিল। তেওঁ অসমীয়া ভাষাৰ অ-টোও নাজানে, কিন্তু গানটো শেষলৈকে শুনিলে। মোক তেওঁ গীতটো কাৰ সুধিলে। কিন্তু মই নাম কোৱাৰ আগতেই তেওঁ ক'লে—'ইমান মিঠা সুৰত গাইছে। বৰ ভাল লাগিছে দেই। ভাল গান শুনিবলৈ ভাষা জানিবই যে লাগিব, তেনে নহয়। সুৰটোহে প্ৰথম কথা।'

দীপালিৰ গানেই নহয়, তেওঁৰ জীৱনটোও মই ভাল পাওঁ। পোৱা-নোপোৱা, সুখ-দুখ, হাঁহি-চকুলো—এই সকলো লৈয়েই জীৱন। 'দুখে ভৰা জীৱনত সুখ এটি মাত্ৰ মুহূৰ্তহে'—এয়া এজন বিখ্যাত ঔপন্যাসিকৰ কথা। দীপালিয়ে নিজে হাঁহি হাঁহি গান গাই অগণিত শ্ৰোতাক বিমল আনন্দ দিছে, কিন্তু নিজে এই জীৱনৰ বহুতো নোপোৱাৰ বেদনা নীৰৱে গ্ৰহণ কৰিছে। সেয়াই তেওঁৰ জীৱন। নীলপৱন বৰুৱা আৰু দীপালি বৰঠাকুৰ দুয়োৰে যুগ্ম-জীৱন আদৰ্শ জীৱন। কি সুন্দৰ প্ৰাণময় বুজাবুজি দুয়োৰে!

জীৱনৰ বিয়লি পৰত পুৰণি দিনৰ কথাবোৰ মনলৈ আহি মন তোলপাৰ কৰে। সেই কথাবোৰৰ লগত জড়িত বহুতো বন্ধু-বান্ধৱী ইতিমধ্যে এই ধৰণীৰ মায়া এৰি অনন্তধামলৈ গ'ল, মুষ্টিমেয় দুই চাৰিজনহে আছেগৈ। তাৰে এজনৰ লগত মই মাজে সময়ে গানৰ কথা পাতোঁ। তেওঁ মোক সিদিনা ক'লে—"দৰদ নহলে কিহৰ গানহে ? বুজিছা, 'সোণৰ খাৰু নেলাগে মোক'—এই গীতটো গোটেই ভাৰতবৰ্ষৰ ভিতৰতে এটা অতি ভাল গান।"

শ্ৰীমতী দীপালি বৰঠাকুৰে আজিকালি গীত নাগায়। তথাপিও তেওঁৰ নাম, তেওঁৰ গান আমাৰ সংগীত জগতৰ মূল্যৱান সম্পদ হৈ সদায় জিলিকি ৰ'ব। তেওঁৰ সুৰ, গায়ন-ভংগী, কথাৰ ঠেও, তাল-লয়ৰ সূক্ষ্ম তথা মজাৰ কিটিপ, সকলোখিনি বিশেষত্বৰে তেওঁ

আদৰ্শ শিল্পী। তদুপৰি, তেওঁৰ মন কিমান সুন্দৰ ! মনেইহে মানুহৰ প্ৰকৃত সম্পত্তি। মন বেয়া হ'লে তাৰ প্ৰভাৱ মুখমণ্ডলত পৰিবই। সুন্দৰ মনেহে মুখমণ্ডলত সৰলতা আনি দিয়ে।

আমাৰ দেশত সংগীতৰ পৰিৱেশ এনে এটা পৰ্যায় পাইছেগৈ যে সুৰ সাধনাৰ কথা কোনেও নভবাৰ দৰেই হৈছে। সকলোৱে কেৱল শিল্পী হবলৈহে গৈছে। পদ্মশ্ৰী দীপালি বৰঠাকুৰৰ সুৱদি-সুৰীয়া গীতসমূহ অসমীয়া বনগীত, বিহুগীত, টোকাৰীগীত, বিয়ানাম আদি থলুৱা গীত-মাতৰ সুৰেৰে অলংকৃত। এইবিলাক আমাৰ কাণত সদায় বাজি থকা সুৰ। সেয়ে আমি প্ৰাণভৰি ভাল পাওঁ। তেওঁৰ গীতত কথাতকৈও সুৰৰ প্ৰাধান্য মন কৰিবলগীয়া।

মানৱ শিশুৱে মাতৃৰ কোলাত থাকোঁতেই, কিম্বা মাতৃ গৰ্ভত স্থিতি লোৱাৰ পৰাই মাতৃৰ মুখৰ গুণ-গুণনি শুনি সুৰত নিমগ্ন হয়। শিশু কোলাত ডাঙৰ-দীঘল হওঁতে এই সুৰৰ মায়াত বন্দী হয়। এই সুৰ-প্ৰীতি আৰু পিঠিত চপৰিয়াই দিয়া আইৰ হাতৰ তালৰ বুলনিয়ে শিশুক সুৰ আৰু তালত মগ্ন কৰে। অলপ ডাঙৰ হোৱাৰ পাছত উপযুক্ত গুৰুৰ ওচৰত এই বিদ্যাৰ চৰ্চা কৰিবলৈ পালে লাহে লাহে এনে আগ্ৰহ বাঢ়ি যায়। যি শিশুৱে এই শিক্ষাৰ সামান্যতম সুবিধাও নাপায়, তাৰ আৱেগিক ক্ষুধা ৰৈ যায়। আৱেগিক ক্ষুধাৰ নিবৃত্তি অবিহনে শিশুৰ সৰ্বতোমুখী বিকাশ সম্ভৱ নহয়। শ্ৰীমতী বৰঠাকুৰৰ সৰুকালৰ শিক্ষাও এই* ধৰণৰ লালন-পালনেৰে হৈছিল। সেয়েহে ইমান বিকাশ।

দেৰগাঁৱৰ বাপুজী মন্দিৰত হোৱা সংগীতানুষ্ঠানতেই শ্ৰীমতী বৰঠাকুৰৰ গানৰ লগত তবলাৰে সহযোগিতা কৰা মোৰ শেষ অনুষ্ঠান আছিল। সৃষ্টিৰ আনন্দ কি বস্তু সেয়া কৰাজনেহে উপলব্ধি কৰে। তেওঁৰ গানৰ লগত তবলা বজাই কি যে স্বৰ্গীয় শান্তি পাইছিলো, সেই কথা এতিয়া কেনেকৈ বুজাওঁ ?

দেৰগাঁৱৰ সেই ৰাতিৰ অনুষ্ঠান হৈ যোৱা আজি ৩০/৩৫ বছৰ মানেই হৈ গ'ল। কিন্তু দীপালিৰ স্মৃতি মোৰ মনৰ মাজত চিৰদিনৰ বাবে সজীৱ হৈ ৰ'ল—ঠিক যেন সৌ সিদিনাৰ কথাহে।

দীপালিৰ কথা মনত পৰিলে মই বিহগী কবিৰ সেই বিখ্যাত কবিতাটি মনত পেলাওঁ, আওৰাওঁ ঃ

কাৰ পৰশত ফুলিলি বান্ধৈ
অ' মোৰ দৰদী ফুলাম পাহি,
শ্যামলী পাতৰ ওৰণী গুচাই
কাৰ ফালে চাই মাৰিলি হাঁহি।

সুৰভৰা ধৰণীত যেনিয়েই চাওঁ, তেনিয়েই দেখোঁ কেৱল সুৰৰ মাদকতা ভৰা বেশ। দীপালিৰ সুৰ—ই এক নিজস্ব ৰীতিৰে গোৱা অনন্ত সুৰৰ লহৰ—আবহমান কাল ধৰি যেন বাজি আছে, বাজি থাকিব। ❐



৬ এপ্ৰিল, ১৯৮৬ চনত কলকাতাৰ প্ৰদৰ্শনীত অন্নদাশংকৰ ৰায়, লীলা ৰায়, শিল্পী শ্ৰীবৰুৱা আৰু বিনোদিনী গোৱেংকা



শিল্পী শ্ৰীবৰুৱা প্ৰখ্যাত সাংবাদিক হামদি বেৰ সৈতে ১৯৭২ চনত লক্ষ্ণৌৰ চিত্ৰ প্ৰদৰ্শনীত



শিল্পী শ্ৰীবৰুৱা পিতৃ বিনন্দচন্দ্ৰ বৰুৱা আৰু
ভ্ৰাতৃ সুনীলপৱন বৰুৱা আৰু তেওঁৰ পত্নী আৰু কন্যাৰ সৈতে



দীপালি বৰঠাকুৰক পদ্মশ্ৰী বঁটা প্ৰদান কৰিছে
ৰাষ্ট্ৰপতি কে. আৰ. নাৰায়ণনে ১৯৯৮



হাঁহিমুখৰ দীপালি



গীত পৰিৱেশনাত দীপালি



হোমৰগুৰিত দীপালি



দিল্লীত কেন্দ্ৰীয় গৃহমন্ত্ৰীৰ লগত ১৯৯৮

# নীলপৱনৰ ছবি

নীল দুখৰ নদী
নীলা দুখৰ গান
নীলপৱন শিল্পীৰ নাম।

কেন্‌ভাছ চুই থাকে ভালপোৱাৰ আশীৰ্বাদে
কাঙালৰ ভিক্ষাৰী হাত
অন্তৰৰ বৰণীয়া দাগ।

আঘাত-বিহ্বৰ নীলা মূহূৰ্তক
বন্দী কৰাৰ হাবিয়াস
তেজাল ষাঁড়ৰ তীব্ৰ আক্ৰান্তিত থৰ-বিথৰ
নাজল-নাথল আকলুৱা মানুহ।

সাজ খুলি আহাঁ আকালৰ বন্ধু
উদং পথাৰত সেইযে গা দাঙি উঠিছে
সৃষ্টি-কঁপনিৰ বা-মাৰলিত।

ৰঙৰ চিৰি বগাই পুৱাৰ পোহৰে
চুমিছে পৃথিৱী, চৰাইৰ কোৰ্হাল,
কক্‌বকাই ফুটিছে ভুলৰ আকৃতি
মানুহৰ দুখৰ হাড়, জন্তুৰ হাড়ৰ চকু
অলেখ স্মৃতিৰ নিশাহ !

অপেক্ষাৰ পৃথিৱীয়ে সান্ত্বনা মাগিছে
এমুঠি বুৰুজ আৰু ৰং কাঁচলিত
ব'লা যাওঁ
সপোনৰ ঘৰলৈ, শেষত গুমৰি থাওক
কৃষ্ণাই ডাৱৰ।

পিৰালিৰ বগা ছাগলিকেইটা আহিলনে বাৰু ?

—কপিল ঠাকুৰ

# ছবি কেৱল ছবি

**নীলমণি ফুকন**

নীলপৱন বৰুৱাই ছবি আঁকি থকা আজি ডেৰ কুৰি বছৰতকৈও অধিক হ'ল। একেৰাহে, একান্ত নিষ্ঠাৰে ছবি আঁকি থকা শিল্পী আমাৰ বৰ কম। অৱশ্যে আঁকি থকাটোৱেই কথা নহয় ; এগৰাকী শিল্পীয়ে কি আঁকিছে, দৃশ্য-অদৃশ্য জগতখনৰ কিমানখিনি তেওঁৰ ছবিত উন্মোচিত, উদ্ভাসিত হৈ উঠিছে, তেওঁ বাস্তৱক কেনেকৈ ভাঙিছে, কেনেকৈ নতুনকৈ গঢ়িছে, নিজস্ব চিত্ৰভাষা এটা তেওঁ গঢ়ি তুলিছে নেকি বা গঢ়ি তুলিবলৈ চেষ্টা কৰিছে নেকি, তেওঁ অঁকা ছবিবোৰৰ চিত্ৰগুণৰ মহিমা আৰু মাধুৰ্য ক'ত—এনেকুৱা কিছুমান কথাৰ নিৰ্মোহ বিচাৰ-বিশ্লেষণেহে দেখুৱাব তেওঁ আঁকি থকাৰ সাৰ্থকতা ক'ত। দীৰ্ঘকাল ধৰি আঁকি থকাৰ পৰম্পৰা এটাই আমাৰ আজিও গঢ়ি উঠা নাই ; আমাৰ অধিকাংশ শিল্পীয়ে একেৰাহে আঁকি থকাৰ অভ্যাসটোকেই বৰ্তাই ৰাখিব পৰা নাই।

নীলপৱন বৰুৱাৰ ছবিৰ বিষয়ে আমাৰ এই আলোচনা বন্ধুৰ প্ৰতি থকা বন্ধুৰ হৃদ্যতা আৰু অনুৰাগৰহে প্ৰকাশ, যি হৃদ্যতা আৰু অনুৰাগ ছবি ভাল পোৱা আৰু ছবি অঁকা দুজন মানুহৰ মাজত সহজে, স্বাভাৱিকতেই গঢ়ি উঠে।

প্ৰধানকৈ দৃশ্যগত জিজ্ঞাসা, জীৱন আৰু জগত সম্পৰ্কে এটা কৌতূহল, তীব্ৰ কল্পনা শক্তি, এক ধৰণৰ এটা বাস্তৱবোধ আৰু সততে সজীৱ, সক্ৰিয় এটা সৃজনশীল মন থকা কাৰণেই বোধহয় সুদীৰ্ঘ কাল ধৰি বৰুৱাই ছবি আঁকি আছে। আৰু সেই কাৰণেই তেওঁৰ ছবিত এটা ভাবগত, ৰূপগত, শৈলীগত ক্ৰমবিৱৰ্তন লক্ষ্য কৰা যায়। অৱশ্যে ওপৰে ওপৰে চালে তেওঁৰ ছবিত শৈলীগত পৰিৱৰ্তন চকুত নপৰিবও পাৰে। কিন্তু কথাটো হ'ল — তেওঁৰ যদি মুড আহিছে, আঁকিবলৈ মন গৈছে, একো নেভাবি তেওঁ আঁকি গৈছে। আঁকি মচি পেলাইছে, একেখন ছবিকে তেওঁ কেইবাবাৰো আঁকিছে। কোনোখন ছবি আকৌ আধা অঁকাকৈয়ে এৰি দিছে।

শিল্পকলা সৃষ্টিক ঐকান্তিক নিষ্ঠা আৰু আন্তৰিকতাৰে গ্ৰহণ কৰা অসমৰ মাত্ৰ কেইজনমান শিল্পীৰ ভিতৰত বৰুৱাও এজন। বৰুৱা নিঃসন্দেহে আধুনিক অসমীয়া চিত্ৰকলাৰ এজন প্ৰধান শিল্পী ; নতুনত্ব, শিল্পীৰ স্বাধীনতা, অবাধ মুক্ত অভিব্যক্তিত তেওঁ বিশ্বাসী।

বৰুৱা এজন প্ৰাণচঞ্চল, তীব্ৰভাৱে সংবেদনশীল মানুহ আৰু শিল্পী; বৰ্ণময় এটি মোহনীয় ব্যক্তিত্ব। দৃশ্যমান জগতখনৰ য'তেই প্ৰাণৰ স্ফুৰণ-বিস্ফোৰণ ঘটিছে, তাতেই ততালিকে তেওঁ এজন কবিৰ দৰেই মুগ্ধ মগ্ন আপোনপাহৰা হয়। তেওঁ এজন কবিৰ পুত্ৰ, কবিতা আৰু সংগীতৰ অনুৰাগী। তেওঁ ৰবীন্দ্ৰনাথৰ গান গুণগুণালে ৰাতি হোৱা যেন

লাগে। ভাৰতৰ বহু বৰেণ্য শিল্পীৰ সান্নিধ্য তেওঁ পাইছে, কাৰো কাৰো লগত হৃদ্যতা আছে।

বৰুৱাই সৰু-ডাঙৰ অসংখ্য ছবি আঁকিছে, অনেক ড্ৰয়িং কৰিছে। বিভিন্ন সময়ত বিভিন্ন মাধ্যম আংগিক শৈলীত অঁকা ছবিবোৰে আমাক খণ্ড-অখণ্ড, আৰ্ত অথচ আনন্দময় উজ্বল-অনুজ্বল, বৰ্ণময়-ৰূপময় এখন জগতলৈ লৈ যায়। আৰু আমাক জীৱন, বাস্তৱ আৰু প্ৰকৃতিৰ মুখামুখি কৰে। মুহূৰ্তৰ কাৰণে হ'লেও আমাৰ চকু, মন হৃদয় ছবিৰে ভৰি পৰে। ছবি কেৱল ছবি, ছাঁ পোহৰ ৰূপ আৰু ৰং আৰু ৰং।

বৰুৱাৰ প্ৰতিখন সাৰ্থক ছবিত এটা ছন্দ উপলব্ধি কৰা যায়। এই ছন্দনো কি? সঠিককৈ কোৱা টান। ছন্দৰ সংজ্ঞা এটা দিয়াটো জটিল। কিন্তু ছবি এখনত ছন্দ আছেনে নাই, আমি ধৰিব পাৰোঁ। এই ছন্দক কোনো কোনো সমালোচকে আধ্যাত্মিক ছন্দ বুলি কৈছে, .....'It is a spiritual rhythm passing into and acting on material things.'*

হয়তো সিয়ো এটা কাৰণতে তেওঁৰ সাৰ্থক ছবি এখন দেখাৰ লগে লগেই আমাৰ দৃশ্যানুভূতিক, ভাবানুভূতিক, অন্তৰিন্দ্ৰিক প্ৰাণক আন্দোলিত কৰে। এই ছন্দয়েই দ্বিমাত্ৰিক পটখনত থকা ৰং বা ইমেজ, ৰেখা-ৰং-স্থানক স্পন্দিত, জীৱন্ত কৰি তোলে। পটখনত থকা প্ৰতিটো বস্তু বা ইমেজেই একোটা প্ৰগাঢ় নিজস্ব জীৱনৰ অধিকাৰী হয়। শিল্পীৰ অন্তৰসত্তা আৰু দৃশ্যমান বা বহিঃজগতৰ ঐক্য সাধিত নহ'লে এই ছন্দৰ সৃষ্টি নহয়। উল্লেখযোগ্য, এটা বস্তুৰ বস্তুধৰ্মী ৰূপটোতকৈ তাৰ ভাবগত, মনোগত ৰূপটোৰ প্ৰতিহে বৰুৱাৰ আকৰ্ষণ অধিক।

পিকাছোৰ এষাৰ কথাৰ প্ৰতিধ্বনি কৰি কথা প্ৰসংগত বৰুৱাই এবাৰ আমাক কৈছিল— 'মই বিচাৰি নুফুৰোঁ, মই পাওঁ। বিচাৰিলে নেপাওঁ। কিন্তু বিচাৰি থাকিলেহে নিবিচৰাকৈ পাওঁ।' তেওঁ আঁকিবলৈ ল'লে তেওঁ ক'ব নোৱাৰাকৈ ৰেখা-ৰং-ইমেজ আহি ওলায়, স্বয়ংক্ৰিয়ভাৱেই সিবোৰে চিত্ৰপটখনত স্থান লয়, গঢ়ি উঠে, গঢ় লয়, ফুটি উঠে, নিজক প্ৰকাশিত কৰে। কেতিয়াবা কিবা এটা আঁকিবলৈ গৈ কিবা এটা আঁকেগৈ। সম্ভৱতঃ ইয়ো এটা কাৰণতে সমসাময়িক আমাৰ বহু চিত্ৰকৰৰ তুলনাত তেওঁৰ ছবি বহুদূৰলৈ যান্ত্ৰিকতাৰ পৰা মুক্ত।

নীলপৱন বৰুৱাৰ ছবি অঁকা প্ৰক্ৰিয়াটোৰ লগত ল'ৰা-ছোৱালী আৰু লোকশিল্পীয়ে ছবি অঁকা প্ৰক্ৰিয়াটোৰ এটা সাদৃশ্য আছে। তেওঁলোকৰ দৃষ্টি আৰু শৈল্পিক মানসিকতাৰ মাজতো মিল আছে। শিশু চিত্ৰকলা আৰু লোকচিত্ৰৰ লগত থকা বৰুৱাৰ সম্পৰ্কটো বহুদিনীয়া, আশৈশৱ বুলি ক'ব পাৰি। আমাৰ মাজে মাজে ভাব হয়—বৰুৱাৰ গোটেই ছবি অঁকা কাৰবাৰটোৱেই এক ধৰণৰ ধেমালি ; অৱশ্যে বৰ কঠিন, বৰ জটিল ধৰণৰ ধেমালি; জীৱন-মৰণৰ লগত ধেমালি।

বৰুৱাৰ ছবিৰ ইমেজবোৰৰ নবীনতা, অভিব্যক্তিৰ বৈচিত্ৰ্য আৰু শক্তিয়ে সদায় আমাক মুগ্ধ কৰে। তেওঁৰ ইমেজৰ অভিব্যক্তিৰ শক্তি তেওঁৰ উপলব্ধিত, অনুভৱত। তেওঁৰ

বহু ইমেজৰ অন্তৰালত একো একোটা কাব্যিক মুডৰ স্থিতিও অনুভৱ কৰা যায়। তেওঁৰ উজ্জ্বল অনুজ্জ্বল অনুনাদী বৰ্ণৰ এটা গভীৰভাৱে তীব্ৰ আবেগিক সম্মোহিনী চৰিত্ৰ আছে। কিছু সংখ্যক মুখ নিসৰ্গ, জীৱ-জন্তু, বিভিন্ন ভংগী আৰু ভাৰত থকা নৰ-নাৰীৰ ড্ৰয়িঙেই বৰুৱাৰ শ্ৰেষ্ঠ সৃষ্টি।

বহু সমসাময়িক ভাৰতীয় শিল্পীৰ চিত্ৰভাষাৰ দৰে বৰুৱাৰ চিত্ৰভাষাৰ প্ৰধান চৰিত্ৰও eclectic। তেওঁ কিন্তু কেৱল সংগ্ৰাহক বা কেৱল ধাৰ কৰি চলা শিল্পী নহয়, যথাৰ্থ সৃজনশীল মনৰ এজন সংবেদনশীল সাৰগ্ৰাহী। তেওঁ বহু প্ৰাচীন-অৰ্বাচীন শিল্প ভাবনা-চিন্তা, শিল্পভংগী আৰু শিল্পীৰ দ্বাৰা অনুপ্ৰাণিত হৈছে। তেওঁৰ ছবিত ভিন্ন ভিন্ন চৰিত্ৰৰ বহু বিচিত্ৰ শিল্পগত উপাদান লগ-লাগি জীণ গৈ সিবোৰে এটা সমকালীন চৰিত্ৰও লৈছে। আদিম কলা, লোককলা আৰু শিশুচিত্ৰৰ কিছুমান ৰূপগত নান্দনিক বৈশিষ্ট্য তেওঁৰ ছবিত নতুনকৈ, তেওঁৰ নিজস্ব ধৰণেৰে বিন্যাসিত হোৱা দেখা যায়।

ভাৰতীয় তথা অসমীয়া শিল্প-ঐতিহ্যৰ প্ৰতি বৰুৱাৰ অপৰিসীম শ্ৰদ্ধা। বৰুৱাৰ এই ঐতিহ্যবোধ, ঐতিহ্যচেতনাৰ কাৰণেই আৰু তেওঁৰ নিজস্ব এটা শিল্পদৃষ্টি, জীৱনদৃষ্টি থকাৰ কাৰণেই পাছিমীয়া আধুনিকতাৰ ধাৰণাবোৰক নতুনকৈ তেওঁৰ ধৰণেৰে, এজন অসমীয়া বা ভাৰতীয় শিল্পী হিচাপে কৃতিত্বৰে অভিবিন্যাস কৰিবলৈ চেষ্টা কৰিছে। বৰুৱাৰ কিছুমান ছবিত এটা আঞ্চলিক গুৰুত্বও আছে। ❐

* The Flight of Dragon : Laurence Binyan (John Murry, London : 1927)

# সাধক নীলপৱন বৰুৱা

বাপচন্দ্ৰ মহন্ত

শব্দৰ লগত এটা চিত্ৰও জড়িত হৈ থাকিব পাৰে আৰু চিত্ৰৰো একোটা ভাবাত্মক ধ্বনি বা শ্ৰব্যৰূপ থাকিব পাৰে। দৃশ্য আৰু শ্ৰব্য এই দুয়োটাই একেটা সৌন্দৰ্যবোধৰে দুটা দিশ মাত্ৰ। সৌন্দৰ্য সাধনাৰ এই ইন্দ্ৰিয়গ্ৰাহ্য দিশ দুটা ইন্দ্ৰিয়াতীত এটা বিন্দুত মিলি যাব পাৰে। সৌন্দৰ্য বোলা বস্তুটো প্ৰকৃততে বাহিৰতহে ইন্দ্ৰিয়গ্ৰাহ্য ; ভিতৰত সি এটা জীৱনচেতনাৰ অনুভৱ প্ৰক্ৰিয়া মাত্ৰ। সুন্দৰ সদায় মংগলময় নিত্য সত্যৰ লগত জড়িত চৈতন্যৰ বহিৰ্প্ৰকাশধৰ্মী ইন্দ্ৰিয়গ্ৰাহ্য উপলব্ধি স্বৰূপ। সাধকসকলে নিজ নিজ সাধনাৰ ফলাভিমুখী গতিপথত আগবাঢ়ি যাওঁতে ইন্দ্ৰিয়গ্ৰাহ্য বস্তুৰ মাজতো অতীন্দ্ৰিয়তত্ত্ব আৰু অতীন্দ্ৰিয়ৰ মাজতো ইন্দ্ৰিয়গ্ৰাহ্য আনন্দ বিচাৰি পায়। সৌন্দৰ্যৰ সাধকসকলে বিশেষভাৱে দৃশ্য আৰু শ্ৰব্য এই দুয়ো শ্ৰেণীৰ ইন্দ্ৰিয়গ্ৰাহ্য বস্তুৰ মাধ্যমেৰে নিজ নিজ জীৱন-চেতনাৰ বিকাশৰ পথত নিজক আগবঢ়াই নিয়ে। আধ্যাত্মিক পৰমতত্ত্বৰ সৌন্দৰ্যবোধৰেই হওক বা ইন্দ্ৰিয়গ্ৰাহ্য সৌন্দৰ্যবোধৰেই হওক, সকলো শ্ৰেণীৰ সৌন্দৰ্যবোধ বহুত্বৰ পৰা একত্বৰ দিশে, স্থূলৰ পৰা সূক্ষ্মৰ দিশে আৰু জড়ত্বৰ পৰা চৈতন্যৰ দিশেই গতি কৰে। সেই বাবে কলাকাৰৰ সাধনাই বহুত ক্ষেত্ৰত ইন্দ্ৰিয়গ্ৰাহ্য প্ৰয়োজনৰ সীমা অতিক্ৰম কৰি প্ৰকৃতিৰ মৰীচিকাই সৃষ্টি কৰা জলৰাশিৰ মোহবন্ধন ছিঙি অন্তহীন মহাকাশৰ সুৰ-তৰংগ বা ৰূপ-তৰংগৰ লগত নিজৰ হৃদয়-তৰংগৰ গতি মিলাই একে কৰি দিব পাৰে। জ্ঞানমাৰ্গী নিৰ্গুণ ভক্তিৰ সাধকসকলৰ জীৱনৰ সাধনাত এনে এটা আদৰ্শৰ পৰিচয় তেওঁলোকৰ ভক্তি গীতবিলাকৰ দ্বাৰা প্ৰকট হৈ উঠে। কবীৰ প্ৰভৃতি মধ্যকালীন উত্তৰ ভাৰতীয় নিৰ্গুণপন্থী সন্ত-সাধকসকল, পাছৰ যুগৰ ৰবীন্দ্ৰনাথ ঠাকুৰ, মহাদেৱী বৰ্মা (হিন্দী কবি), নলিনীবালা দেৱী প্ৰভৃতি কবিসকলৰ ৰহস্যবাদী কবিতা আৰু সংগীতসমূহত এনে সাধনাৰ স্বাক্ষৰ স্পষ্ট হৈ আছে। শংকৰদেৱ আৰু মাধৱদেৱৰ ৰচনাসমূহতো এই স্তৰৰ সাধনাৰ অনেক উদাহৰণ স্পষ্ট হৈ আছে। বৃন্দাবনৰ গৰখীয়া ল'ৰা কৃষ্ণৰ অলৌকিক সৌন্দৰ্যৰ লগত গোকুলবাসীক অমংগলৰ পৰা ৰক্ষা কৰা সগুণ-নিৰ্গুণ উভয়াত্মক ব্ৰহ্মৰ একত্ব স্থাপন কৰা বৰ্ণনায়ো এটা ৰহস্যময় লীলাতত্ত্ব উপলব্ধিৰ ওপৰত গুৰুত্ব আৰোপ কৰিছে। এইটো ভাৰতীয় কলা-সাধনাৰ এটা প্ৰাচীন পৰম্পৰাৰে অদ্যাবধি প্ৰবাহিত ধাৰাৰ জীৱন্ত প্ৰমাণ।

শ্ৰীমান নীলপৱন বৰুৱাকো মই এই পৰম্পৰাৰে প্ৰভাৱিত এজন সাধক বুলি ভাবোঁ। চিত্ৰধৰ্ম আৰু সংগীতধৰ্ম উভয় শ্ৰেণীৰ ব্যঞ্জনাৰে কবিতাক জীৱন্ত ৰূপত অসমীয়া সাহিত্যত উপস্থিত কৰা গড়গাঁও কবিতাৰ কবি শ্ৰদ্ধেয় বিনন্দ চন্দ্ৰ বৰুৱাৰ আত্মজ

নীলপৱনৰ আত্মবিকাশৰ সাধনাত ভাৰতীয় পৰম্পৰাৰ জিজ্ঞাসা আৰু কলা-সাধনা এই ভাৰতীয় ৰহস্যবাদ ভিত্তিক ভক্তিবাদী আদৰ্শৰ সীমাৰ ভিতৰতো বহল মানৱতাৰ প্ৰতীক ৰূপে প্ৰকট হৈ উঠিব পাৰে। শৈশৱৰে পৰা পাই অহা নিজ-পৰিৱেশৰ সমাজ আৰু প্ৰকৃতিক বাদ দি যৌৱনে হঠাৎ বিশ্বজনীনতাৰ দুৱাৰত খুন্দিওৱাৰ প্ৰয়োজন নাই। ভাৰতীয় কলা-সংস্কৃতিৰ প্ৰাচীন আৰু নৱীন উভয় শ্ৰেণীৰ আদৰ্শৰ প্ৰতিনিধিত্ব কৰা ৰবীন্দ্ৰ নাথ ঠাকুৰৰ প্ৰতিষ্ঠিত শান্তিনিকেতনৰ দুৱাৰমুখতে যৌৱনৰ প্ৰাণশক্তিক কৰ্মক্ষেত্ৰত সঞ্চাৰিত কৰাৰ সংকল্প লৈছিল নীলপৱনে। স্বভাৱসিদ্ধ জিজ্ঞাসাই তেওঁক এই শিক্ষা গ্ৰহণৰ ক্ষেত্ৰত অনুপ্ৰাণিত কৰিছিল ; কিন্তু কেৱল ৰং আৰু তুলিকাৰ ইন্দ্ৰিয়গ্ৰাহ্য কলাৰে শিক্ষা গ্ৰহণত তেওঁৰ সাধনা সীমাবদ্ধ হৈ থকা নাছিল। ইন্দ্ৰিয়াতীত অন্তৰ্মুখী সাধনাৰ দুৱাৰমুখতো তেওঁ থিয় দিছিলগৈ। সেইবাবে সৌন্দৰ্যৰ উৎসভূমি মংগলময় দিশটোৰ লগত জড়িত নিস্বাৰ্থ সেৱাভাবৰ দীক্ষাও মনে মনে গ্ৰহণ কৰিছিল। তাৰ জ্বলন্ত প্ৰমাণ তেওঁ ৰঙৰ সাধক চিত্ৰশিল্পী হৈ সুৰৰ সাধিকা দীপালি বৰঠাকুৰক জীৱনসংগিনী ৰূপে গ্ৰহণ কৰি দাঙি ধৰা ত্যাগ আৰু সেৱাভাবৰ আদৰ্শত প্ৰকাশ পাইছে।

নীলপৱনৰ লগত ব্যক্তিগত ঘনিষ্ঠতা মোৰ নাছিল। তেওঁ শান্তিনিকেতনত থকা সময়ৰ পৰাহে মানসিক ঘনিষ্ঠতা আৰম্ভ হৈছিল। নীলপৱন নামটোতো এটা সূক্ষ্ম সৌন্দৰ্যবোধৰ অনুপ্ৰেৰণা আছে। পৱন বা বতাহৰ কোনো ৰং নাই; বতাহতকৈয়ো সূক্ষ্ম মহাকাশতনো ৰং কেনেকৈ থাকিব পাৰে? কিন্তু আমাৰ ইন্দ্ৰিয়গ্ৰাহ্য আকাশখন নীল বৰণীয়া। নীলপৱন শব্দটোৱে বতাহৰ লগতে তাৰ উৎপত্তিস্থান আৰু আশ্ৰয়স্থান আকাশকো সামৰি লৈছে। আকাশৰ অন্তহীন তৰংগময় বিশাল অস্তিত্বৰ লগত একত্ব স্থাপন কৰা ভাব-ধ্বনিটো এটা ৰহস্যৰ পৰিচায়ক। এই ৰহস্যৰ স্তৰত শব্দ আৰু চিত্ৰ একে হৈ পৰে। তেওঁৰ এই নামটোৰ লগত কামৰ সাৰ্থকতা মই দেখা পাওঁ।

১৯৫৩ চনত হাইস্কুলত পঢ়ি থকা সময়তে তিনি-চাৰিদিনমানহে নীলপৱনক মই হিন্দী শিকাইছিলো। তাৰ বহু বছৰৰ পাছত তেওঁ শান্তিনিকেতনত থকা সময়ৰ পৰাহে নীলপৱনৰ লগত মোৰ ভাবৰ আদান-প্ৰদান আৰম্ভ হৈছিল। শান্তিনিকেতনৰ পৰা প্ৰকাশিত ত্ৰৈমাসিক হিন্দী পত্ৰিকা 'বিশ্বভাৰতী পত্ৰিকা'ৰ লগত মোৰ সম্পৰ্ক স্থাপন নীলপৱনৰ যোগেদি হৈছিল। সেই পত্ৰিকাত মোৰ কেইবাটাও প্ৰবন্ধ প্ৰকাশ পাইছিল। বিশ্বভাৰতী পত্ৰিকাৰ পাছত পাটনাৰ পৰা প্ৰকাশিত বিহাৰ ৰাষ্ট্ৰভাষা পৰিষদৰ 'পৰিষদ-পত্ৰিকা'তো ভালেমান প্ৰবন্ধ ওলাইছিল। উচ্চমানৰ গৱেষণাত্মক ত্ৰৈমাসিক পত্ৰিকাত অসমৰ সমাজ-সংস্কৃতি বিষয়ক প্ৰবন্ধ প্ৰকাশৰ বাট মুকলি কৰি দিয়া বাবে নীলপৱনৰ লগত স্থাপন হোৱা মোৰ সম্বন্ধটো সেৰেঙা হ'লেও গাঢ় হ'ব পাৰিলে।

সৰুতে ময়ো ছবি আঁকি ভাল পাইছিলো ; কিন্তু পাছলৈ মই সেই বাট এৰি আন বাট ধৰিলো। নিজৰ প্ৰয়োজনত মানচিত্ৰ এতিয়াও আঁকো। এসময়ৰ মোৰ প্ৰিয় বিষয় এটাত মোৰ প্ৰিয় এজন মানুহে সাধনাৰ সফলতা দেখুৱাব পৰা কাৰণে তেওঁৰ খ্যাতিয়ে মোক আনন্দ দিয়ে। চাৰি-পাঁচ দিনৰ ছাত্ৰ হ'লেও তেওঁ মোক গুৰু বুলি স্বীকাৰ কৰি ধ্বি

মান-সৎকাৰ দেখুৱাই আহিছে, তাৰ বাবে মোৰ গৌৰৱবোধতকৈ তেওঁৰ চাৰিত্ৰিক মৰ্যাদা অধিক বুলি মই ভাবোঁ। ১৯৯০-৯৩ চনৰ ভিতৰত নীলপৱনৰ ঘৰলৈ গৈ আশ্ৰম সদৃশ পৰিৱেশৰ লগতে শ্ৰীমতী দীপালিৰ প্ৰতিও একে ধৰণৰ সম্ভাৱনা গঢ় লৈ উঠিল। এদিন নীলপৱনৰ ঘৰতে দীপালিৰ ককায়েক শ্ৰীমান ভবেন বৰঠাকুৰকো লগ পালো। তেওঁক ১৯৪৮ চনত হাইস্কুলত পঢ়ুৱাইছিলো। সংগীত সাধনাৰ লগত ভবেনো জড়িত হৈ আছে। চিত্ৰ আৰু সংগীতৰ ক্ষেত্ৰত মই অনভিজ্ঞ হ'লেও এইদৰে দৃশ্য আৰু শ্ৰব্য উভয় শ্ৰেণীৰ কলাসাধনাৰ সংযোগ দেখি মই বৰ আনন্দ পালো। ভাৰত চৰকাৰে শ্ৰীমতী দীপালিক জনোৱা সম্মানৰ বাবেও গৌৰৱ আৰু আনন্দ অনুভৱ কৰিবলৈ পাইছোঁ। চৰিত্ৰৱান সাধকসকলে নিজ সাধনাৰে লাভ কৰা ফলৰ দ্বাৰা নিজে উপকৃত হোৱাৰ লগতে আনকো আনন্দ দিব পাৰে। মই একো নিদিয়াকৈয়ে তেওঁলোকৰ সাধনালব্ধ ফলৰ পৰা লাভ কৰা আনন্দৰ বাবে তেওঁলোকৰ হৈ ভগৱানৰ ওচৰত মংগল কামনাৰে প্ৰাৰ্থনা জনাইছোঁ। ❏

# নীলপৱন বৰুৱাৰ ড্ৰয়িং
## এটি চমু আলোচনা

**ৰাজকুমাৰ মজিন্দাৰ**

অসমৰ ৰমণ্যাসিক (Romantic) শিল্পধাৰাৰ পথপ্ৰদৰ্শক স্বৰূপ নীলপৱন বৰুৱাৰ শিল্পকৰ্মত যুক্তিনিষ্ঠ বাস্তৱিক বিৱৰণতকৈ আৱেগিক দিক্‌সমূহে অধিক প্ৰাধান্য লাভ কৰি আহিছে। এজন স্বদেশহিতৈষী কবিৰ পুত্ৰৰূপে তেখেতৰ জীৱন আৰু শিল্পকৰ্মত সহজ-সৰল, বাস্তৱসন্মত কাব্যিক গীতিময়তা আৰু নিবিড় দেশাত্মক দায়িত্ববোধ পৰিলক্ষিত হয়। তেখেতৰ সমগ্ৰ সৃষ্টিৰাজি সম্বন্ধে অধিক চিন্তা-চৰ্চা কৰাৰ ক্ষণ আহি পৰিছে। আমি মাত্ৰ তেখেতৰ শিল্পকৰ্মৰ সৰ্বোৎকৃষ্ট দিক্ ড্ৰয়িঙৰ ওপৰত আলোকপাত কৰাৰ চেষ্টা কৰিছোঁ।

নীলপৱন বৰুৱাৰ ড্ৰয়িঙৰ বিষয়ে আলোচনা কৰাৰ আগেয়ে ড্ৰয়িং সম্বন্ধে কিছু কথা লিখা প্ৰয়োজন। ড্ৰয়িঙৰ আভিধানিক অৰ্থ হৈছে এডাল পেন্সিল, কলম অথবা তুলিকাৰ সহায়ত এখন পৃষ্ঠতলৰ ওপৰত ৰেখাৰ দ্বাৰা কৰা যিকোনো বস্তু অথবা আকাৰৰ অংকনকে বুজায়। এখন পৃষ্ঠ অথবা অৱলম্বন সাপেক্ষে ই এক চিত্ৰগত বৰ্ণনা। শিল্পীৰ পুঞ্জীভূত ভাৱৰ গৰাকী স্বৰূপ মনৰ ইচ্ছা শক্তিৰ দ্বাৰা পৰিচালিত হয় এডাল পেন্সিল, কলম অথবা এডাল তুলিকা আৰু সি সম্ভৱ হয় শিল্পীৰ মন আৰু হাতৰ সমন্বয়ত। ভাৰতৰ আধুনিক শিল্পকলা আন্দোলনৰ পিতৃস্বৰূপ অৱনীন্দ্ৰ নাথ ঠাকুৰে তেখেতৰ সহজ চিত্ৰ শিক্ষা পুথিখনিত ড্ৰয়িং সম্বন্ধে লিখিছে—'এজন সোণাৰীয়ে যিভাৱে এটুকুৰা সোণৰ পৰা মোটা আৰু খীণ সূতা অথবা তাঁৰ উলিয়ায়, সেইভাৱে এজন শিল্পীয়ে এটোপাল চিয়াঁহীৰ পৰা বিভিন্ন ধৰণৰ ৰেখা অংকন কৰে। তেওঁৰ মতে সকলো ধৰণৰ ৰেখা উক্ত চিয়াঁহী টোপালতে সুপ্ত হৈ থাকে। মাত্ৰ শিল্পীৰ যাদুকৰী হাত অথবা আঙুলিৰ পৰশত মুক্তি ঘটে আৰু এই মুক্তিৰ মুহূৰ্তৰ পৰা শিল্পীয়ে ইয়াৰ যোগেদি মূৰ্ত আকাৰৰ জগতখন অভিমুখে যাত্ৰা আৰম্ভ কৰে।' সেই হেতুকে কোনোবা এজনে কৈছে—'জানা আৰু অজানা সত্যবোৰৰ মাজেদি এজন শিল্পীয়ে ৰেখাৰ সহায়ত ফুৰিবলৈ যায়।'

নীলপৱন বৰুৱাৰ ৰং-ৰেখাৰ ভাষা বাস্তৱ আৰু কল্পনাৰ এক সংমিশ্ৰিত ৰূপ, স্পষ্ট, সাৱলীল আৰু এক অৰ্থত অলৌকিক বিশ্বজনীন। তেখেতৰ শিল্পকৰ্মৰ জগতখন সাময়িক দৈহিক উত্তেজনাত উদ্ভৱ হোৱা আৱেগিক পেনপেনীয়া বৰ্ণনা নহয়, বৰং তেখেতৰ সমগ্ৰ স্বজ্ঞাত অনুভূতি আৰু মানসিক অভিজ্ঞতাৰ দ্বাৰা নিৰ্গত হোৱা সহজ-সৰল অথচ জটিল বিচিত্ৰময় ৰূপ-অৰূপ, জানা-অজানাৰ মধ্যৱৰ্তী নান্দনিক আনন্দময় স্বৰূপ। তেখেতৰ প্ৰতিটো শিল্পকৰ্মত অনুভূতিৰ সংবেদনশীল চিহ্ন আৰু প্ৰতীকবোৰ মাজতে ব্যাপ্ত হৈ থাকে,

য'ত প্ৰকৃত অভিজ্ঞতাৰ ছন্দোময় আভাস থকাৰ লগতে প্ৰতিৰূপ অৰ্থ ব্যঞ্জনাও বহন কৰে। তেখেতৰ ড্ৰয়িঙৰ কিছু সংখ্যকৰ সৰলতা শিশুৱে আঁকা চিত্ৰৰ দৰে, কিছু সংখ্যক ড্ৰয়িঙত লোকজ উপাদানসমূহৰ বিশ্বজনীন ৰূপত প্ৰকাশ লভিছে আৰু কিছু সংখ্যক মানৱ মনৰ অন্তৰতম স্বৰূপ সন্ধান কৰা দেখা যায়। শান্তিনিকেতনত শিল্প শিক্ষা কৰি থকাৰ সময়ৰে পৰা নীলপৱন বৰুৱাই শিল্পকৰ্মৰ পৃষ্ঠতল আৰু মাধ্যমৰ ব্যৱহাৰৰ ক্ষেত্ৰত মাত্ৰাধিক স্বতঃস্ফূৰ্ততা আৰু স্বাধীনতাৰ সৈতে সৃষ্টি কাৰ্যত নিয়োজিত হৈ আহিছে আৰু যি কথাই পৰৱৰ্তী শিল্পীসকলক যথেষ্ট প্ৰেৰণা যোগাইছে। কোনো ধৰণৰ একাডেমিক বাধ্যবাধকতা, নিয়ম শৈলীৰ মাজত নিজকে বান্ধি ৰাখিব নিবিচৰা তেখেতৰ চিত্ৰকৰ্মৰ ভাষা চাক্ষুস দৃষ্টিত জটিল আৰু ইংগিতময়।

নীলপৱন বৰুৱাক বিশুদ্ধ বিমূৰ্তবাদী শিল্পী বুলি অভিহিত কৰিব নোৱাৰি, তেখেতৰ শিল্পকৰ্মৰ ভাষা আধুনিক কলা আন্দোলনৰ অন্যতম যুগ পুৰুষ পল'ক্লিৰ সমগোত্ৰীয়। নীলপৱন বৰুৱাৰ শিল্পকৰ্মত নিহিত চঞ্চল আবেগিক শক্তিক জৈৱিক হিচাপে আখ্যা দিব পাৰি; ই কেৱল মাত্ৰ জ্যামিতিক কিংবা নান্দনিক কুচ্‌কাৱাজ নহয়। প্ৰথমে তেখেতে (কেতিয়াবা হয়তো মনলৈ এটা ভাব আহে, সৃষ্টি কৰাৰ লক্ষ উপস্থিত হয়) শিশুৰ দৰে পেন্সিল, কলম অথবা ব্ৰাচেৰে ছবি এখনৰ ভাবমূৰ্তিৰ উদ্ভৱ হোৱালৈ নিজকে পৰিচালিত হ'বলৈ এৰি দিয়ে। পৰৱৰ্তী সময়ত অৱশ্যে তেওঁৰ সচেতন অভিজ্ঞতা আৰু দক্ষতাৰ দ্বাৰা ৰূপায়িত হয় এক স্বজ্ঞাত ভাবমূৰ্তিৰ আৰু সেই পৰিসমাপ্তিত অন্য কেতবোৰ অনুষংগ, অনুস্মৃতি আৰু তাৎক্ষণিক অনুপ্ৰেৰণা ফল স্বৰূপে উদ্ভৱ হয় আৰু ক্ৰমে সমগ্ৰ শিল্পকৰ্মৰে এক অংশস্বৰূপ হৈ পৰে।

এই অৰ্থত নীলপৱন বৰুৱা ৰোমাণ্টিক অথবা ৰমণ্যাসিক। তেওঁৰ বাবে ড্ৰয়িং অথবা শিল্পকৰ্ম বৰং সৃষ্টিশীল আচৰণ স্বৰূপ, এক যাযাবৰী অভিজ্ঞতা—য'ত শিল্পীয়ে বাহ্যিক অভিজ্ঞতাৰ জগতখনৰ লগত শিল্পীৰ অন্তৰতম প্ৰয়োজনীয়তাৰ সংমিশ্ৰিত স্বৰূপৰ প্ৰজ্ঞা আলোকিত কৰিবলৈ সক্ষম হয়। এক সত্য ঘটনাবহুল চাক্ষুস বৰ্ণনা তেখেতৰ উদ্দেশ্য নহয়, বৰং ই নিজস্বভাৱে সমান্তৰাল শক্তিময় স্বৰূপ, মানুহ আৰু পৰমা প্ৰকৃতিৰ মূল সূত্ৰক আলোকিত কৰাত সমৰ্থ। প্ৰাচ্য জগতৰ আদৰ্শৰে গভীৰভাৱে উদ্বুদ্ধ নীলপৱন বৰুৱাৰ ক্ষুদ্ৰ শিল্পকৰ্মসমূহতো নিহিত বিশাল বিশ্ব প্ৰকৃতিৰ ইংগিত সমগ্ৰ বিশ্বজনীন স্বৰূপৰ সমান্তৰাল। নীলপৱন বৰুৱাৰ শান্তিনিকেতনৰ শিক্ষা সমাপ্ত কৰাৰ পিচত অংকিত ড্ৰয়িংসমূহ মূলতঃ প্ৰকাশবাদী আৰু কিছু সংখ্যক শিশুচিত্ৰৰ সদৃশ প্ৰতীকী ব্যঞ্জনাযুক্ত। কিন্তু পৰৱৰ্তী দিনত লোকজ উপাদান আৰু বিশুদ্ধ স্বাদেশিকাৰ দ্বাৰা তেখেতৰ শিল্পশৈলী অধিক ৰোমাণ্টিক ভাবাদৰ্শ আৰু প্ৰতীকী ব্যঞ্জনাময় বুলি কোৱাৰ থল আছে। সেই বাবে এইজনা নীৰৱ শিল্পীৰ শিল্প সৃষ্টিৰ ধাৰা আজিও প্ৰবাহমান, সতেজ, নবীন আৰু সমকালীন। ❑

---

('নতুন পৃথিৱী'ৰ ২০০০ চনৰ শাৰদীয় সংখ্যাৰ পৰা পুনৰ্মুদ্ৰিত)

# নীলপৱন বৰুৱা মানেই এক অম্লান প্ৰতিশ্ৰুতি

ৰাম গোস্বামী

<u>কৰাপাট</u>

এদিন নীলপৱনৰ ঘৰত তেওঁ মোক এখন ডাঙৰ ছবি দেখুৱালে। ২০০০ চনৰ আগৰ কথা। তেওঁ দুহেজাৰখন ছবি আঁকিম বুলিও কৈছিল। মই শুভেচ্ছা জনাইছিলো। দীপালিয়ে কৈছিল — 'তেওঁ ছবিৰ মানুহ, ছবিতেই ব্যস্ত।' বৰুৱাই মোক তেওঁ লেখা কবিতা কেইটিমানো দেখুৱালে। দীপালিয়ে চাই আছিল।

মই কৈছিলো — মই দুই-এটা কবিতা লেখোঁ। ময়ো ডেকাকালত দুখনমান ছবি আঁকিছিলো। এবাৰ বাহনাত হোৱা এখন সভাত মই ১ম পুৰস্কাৰো পাইছিলো। এনেবোৰ কাৰণতে মোৰ লগত প্ৰায়বোৰ কথাতে নীলপৱনৰ কিবা এটা মিল থকা যেন লাগে। কিন্তু নীলপৱনৰ সমান মই নহওঁ। নীলপৱন এজন মহৎ শিল্পী। তেওঁ যে মহান, তেওঁৰ কৰ্মৰ পৰাই বুজ ল'ব পাৰি।

<u>জয়তু শিল্পী বৰুৱা নীলপৱন</u>

এক হিন্দল তেজাল
উমাল আস্থাৰ মানুহ এজন
নাম যাৰ নীলপৱন।
মই যে মানুহ
ফিনাপ্ দেশৰ
মোৰ আছে এজন শিল্পী বন্ধু
অমৰ অমল ৰং ৰেখাৰ সিন্ধু
নাম যাৰ নীলপৱন
উমাল অম্লান।
ৰেখা আৰু ৰং দীপালি
চহকী কানন গঢ়ে

বিতোপন তৰালি

টীয়কৰ পলসেৰে গঢ়া যাৰ শিল্পী মন

আছে য'ত বিশ্ব-আৱেদন।

তেওঁ যে মহান

তেওঁ এক বিপ্লৱ

অসমৰ অমৰ সন্তান

বন্ধু হে' শিল্পী বন্ধু তুমি মহান

তোমাক প্ৰণাম।

টীয়ক নৈৰ পলসৰ গন্ধ

এক অমৃত ছন্দ

আহাৰৰ বৃষ্টি

তাতেই আঘোণ সৃষ্টি—

বৰুৱা শান্তিনিকেতনৰ ছাত্ৰ হ'লগৈ। তেওঁ এজন সঁচা শিল্পী হৈ অসমলৈ ঘূৰি আহিল। বীৰেনদাই (বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যই) ক'বৰ দৰে নীলপৱন বৰুৱা এক আদৰ্শ জীৱনৰ মালিক।

গীতাৰ সাংখ্যৰ জয়-পৰাজয়ৰ অৰ্থ একেটাৰ দৰেই বৰুৱাও জীৱন যুদ্ধত বুদ্ধ। জীৱন যুদ্ধৰ বুদ্ধত্বৰ বাবে লাগে নিজৰ জীৱনৰ ওপৰত বিশ্বাস। সেই বিশ্বাসৰ অধিকাৰী হ'ব লাগিলে মানুহ হ'ব লাগিব দৃঢ়। তেনে এজন দৃঢ় মানুহ হ'ব পাৰিছে নীলপৱন বৰুৱা।

হে' বন্ধু তুমি এক প্ৰতিশ্ৰুতি,

আশাৰ পদ্ম নীলপৱনো জয়তি।

টীয়কৰ অচ্যুত ভৱনত বৰুৱাক দেখিছোঁ, যোৰহাটত দেখিছোঁ, বেলতলাত দেখিছোঁ। সকলোতেই হাঁহি। তেওঁৰ মুখমণ্ডলত কোনোদিন বেজাৰৰ চিন মই দেখা নাই।

এদিন দুখত ভাগি পৰা যেন লাগিছিল। যেতিয়া বীৰেনদাক দাহ কৰিবৰ বাবে নৱগ্ৰহৰ চিতাত শুৱাই দিয়া হৈছিল, সেইদিনা বৰুৱা মোৰ ওচৰতে মৌন হৈ বহু সময় থিয় হৈ আছিল।

**এই লেখাৰ অন্তিম বক্তব্য**

বৰুৱাৰ পত্নী দীপালি বৰঠাকুৰৰ গীতকেইটা অমৰ হৈ থাকিব। ৰাইজৰ শুভইচ্ছা তেওঁলোক দুয়োলৈকে আছে। দীপালি বৰঠাকুৰৰ সেই আকুল আৱেগমধুৰ কণ্ঠৰ গীতকেইটাই দীপালিক মহৎ কৰি ৰাখিব।

তেওঁলোকে দুয়োৰে কথা কওঁতে এটা কথা মোৰ মনলৈ আহে।

॥ Die, and you will win heaven, conquer and you enjoy sovereignty of the earth, therefore stand up Arjuna, determined to fight. ॥ (II/37)

আমাৰ অন্তৰভৰা শ্ৰদ্ধা দুয়োলৈকে আছে। বৰুৱাই আৰু বহুত ছবি আঁকক— এই আশা কৰিলো।

এক গভীৰ তত্ত্বৰ ৰং-ৰেখাৰ মোহত বন্দী হোৱা এই উদাৰ শিল্পীজনাক মৰম কৰাৰ সময় কিন্তু অতীত হৈ গৈছে।

এই মহৎ শিল্পীজনৰ মনৰ ফাগুনে আঁকিবলৈ বিচৰা ছবিবোৰ যাতে প্ৰতিশ্ৰুতিৰ ব'হাগ হয় — তাৰ প্ৰতি যেন ৰাইজ তেখেতৰ লগত সহযোগৰ আঘোণ শইচ সোণালী হয় — এই অনুৰোধ ৰাইজৰ চৰণত। কাৰণ, নীলপৱন বৰুৱা মানেই এক অম্লান প্ৰতিশ্ৰুতি। ❐

# কৰোঁ তুৱা গায়কী মধুপানা

ৰত্ন ওজা

গায়িকা দীপালি বৰঠাকুৰৰ গায়কীৰ মধুপানাৰ্থে মই বিবিধ ভাওত অৱতীৰ্ণ হৈছোঁ। তেওঁৰ গীতৰ সভাৰ শ্ৰোতা হৈছোঁ অলেখবাৰ। উদ্যোক্তা ৰূপে মালিগাঁও, বৰপেটাৰ বহুতো কৃষ্টিমেললৈ আদৰি নিছোঁ। লোকগীত-বৰগীত গায়কীৰ অমৰাৱতী বৰপেটাৰ শ্ৰোতাই দীপালিৰ গায়কী সুধাপান কৰা দেখি উদ্যোক্তা হোৱাৰ সাৰ্থকতা অনুভৱ কৰিছোঁ। মালিগাঁৱৰ সৰ্বভাৰতীয় সৰ্বসাধাৰণ আৰু অসাধাৰণ গীতৰ সমঝদাৰে সমভাৱে তেওঁৰ গীতৰ মধুপান কৰা দেখি গৌৰৱবোধ কৰিছোঁ। ঘোষক ৰূপে মঞ্চলৈ আগবঢ়াই দি দৰ্শকৰ আঁৰত থাকি গায়িকাগৰাকীৰ যৌৱনোচ্ছল কণ্ঠৰ লহৰত অৱগাহন কৰিছোঁ। আৰু সূত্ৰধাৰ ৰূপে তেওঁৰ ওচৰতে থিয় হৈ থাকি চকু মুদি মৌন কণ্ঠে গাইছোঁ ঃ 'কৰোঁ তুৱা গায়কী মধুপানা।'

দীপালিৰ গীত পৰিৱেশনৰ আকৰ্ষণ তেনেই সুকীয়া। বহুতো গায়ক-গায়িকাৰ দৰে মঞ্চৰ বাবে তেওঁ বিশেষ সাজ-পাৰ নকৰে। মঞ্চত উঠাৰ আগে আগে ছোঁৱৰতো গুণমুগ্ধই মাতিবলৈ ভয় কৰা ভংগীত বহি নেথাকে। মঞ্চতো অযথা কথা নকয়, দৰ্শকক দেখুৱাই সংগতকাৰীক চমক্‌ধৰ্মী কোনো নিৰ্দেশ নিদিয়ে, দৰ্শকৰ সাময়িক চিত্তাকৰ্ষক কোনো অংগী-ভংগীও নিদিয়ে। তথাপি শ্ৰোতা-দৰ্শকে পুলক-প্ৰকাশক চাৱনিৰে চাই থাকি তৃপ্তিপ্ৰাপ্তি প্ৰকাশেৰে শুনি থাকে। এনে কাৰ্যৰ ৰহস্য ভেদ সম্ভৱ নহয়। ঈশ্বৰপ্ৰদত্ত গুণেৰে বিভূষিত বুলি কৈ মনোশ্ৰম নকৰা মানুহৰ শাৰীতো সকলোৱে থাকিব নোখোজে। সেয়েহে ক'বৰ মন যায়, দীপালিৰ গায়কীত গীতিকাৰগৰাকী হেৰাই নেযায়, সুৰকাৰে লুকা-ভাকু খেলে আৰু কণ্ঠৰ মৰমী আবেদনৰ লগতে নিৰাসক্ত নিৰ্মল নিৱেদন শৈলীয়ে শ্ৰোতাৰ মৰম পৰশাৰ মাজতেই নিহিত হৈ আছে ইয়াৰ ৰহস্য। ভাবিবৰ মন যায়, দীপালিৰ দৰদোচ্ছল কণ্ঠই শিক্ষা-সংস্কৃতি-বয়স নিৰ্বিশেষে প্ৰতি গৰাকী শ্ৰোতাৰ আমৰণ-দৰদী মনক দোলা দিয়া গুণতেই নিহিত হৈ আছে সেই ৰহস্য।

দীপালিক মই লগ পাইছোঁ নানান নিমিত্তত, নানান স্থানত। সৰ্বত্ৰ আলচিছোঁ গীতৰ কথা আৰু সুৰৰ কথা। কেতিয়াবা আলচ কৰিছোঁ সংগীতৰ ভিন ভিন বাদ্যৰ জন্মৰ বিষয়ে। আমাৰ পৃথিৱীত প্ৰথম বাদ্যৰ জন্ম বৃত্তান্ত জনাৰ প্ৰয়াস কৰিছোঁ। তাৰ বাবে ভাৰতীয় সংগীত শাস্ত্ৰ পঢ়িছোঁ। দেশ-বিদেশৰ সংগীতৰ গ্ৰন্থৰ লগতো পৰিচয়ৰ প্ৰয়াস কৰিছোঁ। দীপালিকো সময়ে সময়ে বিচৰা মতে সংগীতৰ তত্ত্বগধুৰ গ্ৰন্থৰ যোগান ধৰিছোঁ।

তেওঁৰ কণ্ঠ সুৰেৰে সৰৱ হৈ থকা দিনবোৰত সংগীতৰ কথাকেই পতা হ'ল। কথা প্ৰসংগত এদিন সমাজ পৰিৱৰ্তনত সংগীতৰ প্ৰভাৱ সম্পৰ্কে তেওঁ মোক সহজ-সৰলভাৱে

কৈছিল—"জ্যোতিপ্ৰসাদৰ গীতত হেজাৰ হেজাৰ ডেকা-ডেকেৰী জাগি উঠা আমি জনা কথা। সেইদৰে অম্বিকাগিৰীৰ গীতত অসমৰ প্ৰাণে কান্দে। নজৰুল-দ্বিজেন্দ্ৰলালৰ গীতে সমাজক জাগ্ৰত কৰি তোলে। মহাপুৰুষৰ গীত-পদে পবিত্ৰতা আনে। জিকিৰ-জাৰীয়ে প্ৰেম-প্ৰীতিৰ খোৰাক যোগায়। ৰবীন্দ্ৰ সংগীতে জীৱনৰ প্ৰতিটো মুহূৰ্ত ৰসাল কৰে, সাহস যোগায়, প্ৰেম-ভালপোৱা বিলায়। পল ৰবচনৰ গীতে আমাক সদায় সফল হ'বলৈ প্ৰেৰণা দিয়ে। 'কিয়নো পাহৰা অসমীয়া হেৰা'ৰ নিচিনা গীতৰ ধ্বনি আকৌ ভূপেনদাৰ গীতত মুখৰিত হৈ উঠে। জীৱনৰ জীয়া মনটোত ঢল বোৱাই ৰাখে এইবিলাক গীতৰ অমৰ সোঁতে।"

অতি অল্পভাষী দীপালিয়ে সময় বিশেষত সাধাৰণভাৱে কোৱা অসাধাৰণ কথা কিছু মোৰ মনৰ পেৰাত জাপে জাপে সাঁচি থোৱা আছে। উল্লেখিত কথাৰ শেহৰ বাক্যটি মনত পৰিলেই কল্পনাৰে তেওঁৰ চিৰযুগমীয়া গায়কীৰ বেদীৰ সমুখত আল্পনা আঁকি অকলে নীৰৱে আশীৰ্বচন মাতোঁ ঃ তোমাৰ জীৱনৰ জীয়া মনটোৰ ঢল বোৱাই ৰাখিলে শিৱসাগৰৰ ঘৰুৱা পৰিৱেশত শুনা প্ৰাৰ্থনা, বিয়ানাম, গোসাঁইনাম, বৰগীত, লোকগীতবিলাকে; আজিৰ পুৰুষৰ সংগীত-জীৱনৰ জীয়া মনটোৰ ঢল বোৱাই ৰাখিছে তোমাৰ কণ্ঠ-মধুৰে; আগন্তুক পুৰুষৰ গায়কী-জীৱনৰ জীয়া মনটো চিৰন্তন কৰি ৰাখক তোমাৰ নীৰৱ হৈও সৰৱ গায়কীয়ে। মনত ৰাখিবা, তোমাৰ কণ্ঠৰ গীত কৰ্ণেৰে শুনাসকলৰ বাবেহে হ'ব পাৰে স্তব্ধ; হৃদয়ৰ গায়কী তোমাৰ গীত হৃদয়েৰে শুনাসকলৰ বাবে হিয়াই হিয়াই বৈ ৰ'ব চিৰতিকাল। ❒

# নীলপৱন বৰুৱা সমীপেষু

আপুনিয়ে আপোনাৰ দৃশ্য।
মন আছে, ৰং আছে, সন্ধ্যা আছে, স্পৰ্শ আছে,
জোনাক আছে, স্নেহ চাৱনিও আছে।
আৰুনো কি কি আছে ? যি যি আছে সেয়াইতো
আপোনাৰ আপুনি।
নীলা, সেউজীয়া, মটীয়া, ৰঙা আৰু বেঙুনীয়া।
আটাইবোৰেইতো ছাঁ-পোহৰৰ খেলা।

গছ আছে, ঘৰ আছে, নদী আছে, ফুল আছে, নিৰ্জনতাও
আছে।
আনন্দ আছে, বিষাদো আছে। কাৰনো কি নাই। এই
নগ্নতাত নগ্ন আমি।
শুদ্ধ-অশুদ্ধ, হাঁহি কান্দোনৰ মেলা। আছে তেওঁ আছে,
মই আছোঁ, আপুনিও আছে।

আৰু কোনে নহাঁকৈ থাকিব পাৰে? কিযে এক
দৃশ্যাবলী।

হয়, আপুনিয়ে অন্তহীন বাক্‌হীনতাৰ বাক্ ...........।

—সমীৰ তাঁতী

# নীল আৰু দীপালি

**প্ৰফুল্ল চন্দ্ৰ বৰুৱা**

'সংসাৰ ৰোগ-শোক-চিন্তা আৰু পাপ-তাপেৰে পৰিপূৰ্ণ। জগতত এনে কোনো মানুহ নাই, যাৰ ৰোগ-শোক-চিন্তা নাই। কাৰো জীৱনত সদায় শৰৎ আৰু বসন্ত নহয়, দুখৰ এন্ধাৰ ৰাতি, ৰোগৰ বাৰিষা আৰু শোকৰ শীততেই জীৱনৰ অধিকখিনি ব্যাপৃত থাকে।' এই কথা কৈছিল অসমৰ উন্নতিৰ বাবে অহৰহ চিন্তা কৰোঁতা কথা-সাহিত্যিক লম্বোদৰ বৰাই। কিন্তু পৃথিৱীত এনেকুৱা কিছুমান পুৰুষ আছে— যাক ৰোগ-শোক-বিষাদে টলাব নোৱাৰে। জীৱনটো যি এনেভাৱে লয়, তেওঁৰ কাৰণে দুখ-বেজাৰ বোলা বস্তু নাই। জীৱন এক সৃষ্টিৰ আনন্দ। নানা ৰঙেৰে এখন পট সৃষ্টি কৰাৰ দৰে জীৱনো সুখ আৰু দুখৰ, ভাল আৰু বেয়াৰ সমন্বয়ৰ সৃষ্টি। মই জনাত শিল্পী নীলপৱন বৰুৱাই জীৱনত কোনো দুখ পোৱা নাই। কাৰণ, দুখ কি তেওঁ বুজি নাপায়।

মোৰ মাতৃ, নীলপৱন বৰুৱাৰ পেহীয়েকে, প্ৰায়ে কোৱা শুনিছিলো যে ককায়েক বিনন্দ বৰুৱাৰ বিয়ালৈ তেওঁ যাব নোৱাৰিলে। তেতিয়া হেনো তেওঁ বৰপুতেকে (অৰ্থাৎ মই) জন্ম লোৱালৈ অপেক্ষা কৰি আছিল। বিয়াৰ সময়ত বৰমামীৰ বয়স ১০ বছৰমান হৈছিল। কেইবা বছৰো পিছত মামী টীয়কৰ অচ্যুত ভৱনলৈ আহে। নীলৰ জন্ম হয় মোতকৈ ন বছৰমানৰ পিছত।

সৰুতে নীলক ক'ত কেনেকৈ লগ পাইছিলো আৰু কি ভাৱত পাইছিলো, বৰ মনত নাই। ভালকৈ লগ পাইছিলো মই ৰাজনীতিত যোগ দিয়াৰ আৰু শেহত চাকৰিত সোমোৱাৰ পিছত। নীল তেতিয়া আমাৰ ওচৰলৈ মাজে মাজে আহে। তেতিয়াও নীলই অ'ত ত'ত খুন্দিয়াই জীৱনৰ বাট বিচাৰি ফুৰিছে। অৰ্থাৎ গতানুগতিক আমাৰ নিচিনা মানুহবোৰৰ দৰে তেওঁ নিৰ্দিষ্ট কিবা এটা কৰিবলৈ লোৱা নাই। তেওঁ দক্ষ লোক হোৱা নাই। গতিকে তেওঁ যে কি কৰিব খুজিছে, তাক তেওঁ নিজেও বুজিব পৰা নাছিল আৰু আমাকো বিভ্ৰান্ত কৰিছিল। নীলৰ প্ৰথম অইল পেইন্টিং 'খোৱাইত সূৰ্য অস্ত' — তাতেই তেওঁৰ মনৰ চিন পাইছিলো। সেই ছবিখন মোক দিছিল। মইহে ঠাই সলনি কৰি ফুৰোঁতে হেৰুৱালো। কিন্তু সেই ছবিখন মোৰ মানসপটত জিলিকি আছে।

আমি চিন্তিত হোৱাৰ এটা উদাহৰণ দিব পাৰোঁ। মই তেতিয়া কলিকতাত। নীল মোৰ তাত আলহী। এদিন পুৱা চাহ-জলপান খোৱাৰ পিছত নীল ফুৰিবলৈ বুলি ওলাই গ'ল। দুপৰীয়া খাবলৈ নাহিল, নিশাও নাহিল। আমি দুদিনমান চিন্তাত কটালো, তেতিয়া নক্সালৰ দিন। ল'ৰাটো ক'লৈবা গ'ল বুলি চিন্তিত হৈছিলো। ভালেমান দিনৰ পিছত নীল আকৌ আহিল। সেইবাৰ যে তেনেকৈ একো নোকোৱাকৈ অন্তৰ্ধান হৈছিল, তেওঁ

পাহৰিলে। আমি মনত পেলাই দিয়াত ক'লে যে তেওঁ সেইদিনা শান্তিনিকেতন পালেগৈ আৰু তাৰ পৰা বাহিৰে বাহিৰে অসমলৈ গ'লগৈ।

সেই নীলে যেতিয়া সু-গায়িকা দীপালি বৰঠাকুৰক পত্নীৰূপে ঘৰলৈ আনিলে, তেতিয়া আমি আচৰিত হোৱা নাই। অসুখীয়া ছোৱালীগৰাকীৰ দায়িত্ব ল'ব নীলপৱনৰ দৰে দৰাইহে পাৰে। বোৱাৰী হিচাপে লোৱাৰ আগ্ৰহ ধ্বনিকবি বিনন্দ বৰুৱাৰ বাহিৰে সাধাৰণ মানুহৰ পক্ষে সম্ভৱ নহয়। নীলে নিজেই লিখিছে, 'য'ত কথা শেষ হয়, তাত প্ৰয়োজন হয় ৰূপৰ..........।' দীপালিৰ মাত-কথা আগৰ দৰে নহয় যদিও তেওঁৰ সুৰ চিৰকাললৈ প্ৰত্যেক অসমীয়াৰ অন্তৰত ধ্বনিত হৈ থাকিব। শব্দই ব্ৰহ্ম, অৰ্থাৎ শব্দ কাহানিও নিশ্চিহ্ন নহয়। দীপালিৰ গানৰো কোনো অন্ত নহয়। আমি যিসকলে তেওঁৰ গান শুনাৰ সুযোগ পাইছোঁ, সেইসকলৰ কাৰণে দীপালিৰ গান পাহৰাৰ কোনো প্ৰশ্নই নুঠে।

'মানুহে সৃষ্টি কৰা শিল্প, পট আদি প্ৰকৃতিৰ বস্তুৰ দৰে নহয়, প্ৰকৃতিক নতুন ৰূপত সজাই তোলা নৱীকৰণহে। সেয়ে ই প্ৰকৃতিৰ দৰে নহৈ কৃত্ৰিম হয়।' কথাষাৰ কৈছিল নীলপৱন বৰুৱাই। নীল-দীপালিৰ জীৱনক আমি বস্তুবাদীসকলে কৃত্ৰিম বুলি ভাবোঁ। কাৰণ, ই সাধাৰণ প্ৰকৃতিৰ লগত নিমিলে। সি শিল্পীদ্বয়ৰ এক অতুলনীয় সৃষ্টি। ❒

# দীপালি-নীলপৱন আৰু আমি

অন্নদা প্ৰসাদ বৰঠাকুৰ

দীপালিয়ে 'পদ্মশ্ৰী' পোৱাৰ শুভ বাতৰিটো প্ৰচাৰ হোৱাৰ দিনা আমি, মানে মোৰ সহধৰ্মিণী বুলুৰে সৈতে মই গুৱাহাটীতে আছিলো। খবৰটো পাই আমাৰ দুয়োৰে মন বৰ পুলকিত হ'ল। তেওঁলোকৰ বেলতলাৰ সৌৰভনগৰৰ ঘৰলৈ গৈ মাত এষাৰ দি আহোঁ বুলি বাহন এখন যোগাৰ কৰি লৈ গধূলিলৈ আমি দুয়ো ওলালো। সেই সন্ধিয়াটো দীপালি-নীলৰ ঘৰ অনেক আলহী-দুলহীৰে উদুলি-মুদুলি হৈ আছিল। নৱকান্ত বৰুৱা, লক্ষহীৰা দাস, প্ৰেমকান্ত মহন্তকে আদি কৰি ভদ্ৰলোক-ভদ্ৰমহিলাসকল আহিছে,গৈছে। সুকণ্ঠী গায়িকা দীপালি আৰু প্ৰবীণ চিত্ৰশিল্পী নীলপৱনৰ বিষয়ে নজনা মানুহ অসমীয়া সমাজখনত কোনোৱা যে ওলাব, আমাৰ মনে নধৰে। আমি তেওঁলোকৰ ঘৰ গৈ পোৱাৰ মুহূৰ্তত নীলপৱন ঘৰত নাছিল। কোনোবা অভ্যাগতক আগবঢ়াই থৈ আহিবলৈ ঘৰৰ পৰা খন্তেক বাহিৰলৈ ওলাই গৈছিল। দীপালি নিজৰ আসনত উপৱিষ্ট। সহজে উঠা-নমা কৰি ঘূৰি ফুৰিবলৈ অপাৰগ হোৱা হেতুকে প্ৰায়েই একে ঠাইতে বহি থাকে। ঘৰটোৰ ভিতৰতে অলৈ-তলৈ উঠি-মেলি যাবলগীয়া হ'লে তেওঁৰ কাষত থকা সহায়িকা নাইবা পৰিচাৰিকাই ধৰি-মেলি  সহায় আগবঢ়ায়। বাকীখিনি সময়ত নীলপৱন নিজেই ছাঁটোৰ দৰে দীপালিৰ লগত অহৰহ লাগি থাকেই। এইদৰেই কণ্ঠশিল্পী-চিত্ৰশিল্পী দুজনাৰ জীৱনতৰী সময়ৰ সোঁতত নীৰৱে আগুৱাই গৈ আছে।

আগেয়েনো দীপালিৰ কণ্ঠ কিমান সুৱদি আছিল, ক'ত ক'ত কি কি গীত গাইছিল, কিমানবোৰ গীত তেওঁ গাইছিল, তেওঁৰ গীত শুনি কিমানবোৰ শ্ৰোতা আকৰ্ষিত আৰু মুগ্ধ হৈছিল, কিয়বা তেওঁ কোকিল-কণ্ঠী বুলি পৰিচিত হৈছিল, কোনে কোনে তেওঁ গোৱা গীতবোৰ ৰচনা কৰিছিল, আৰু নীলপৱন বৰ্তমান অসমৰ চিত্ৰ-শিল্পৰ জগতখনত কিমান উচ্চস্থানত অৱস্থিত হৈ আছে, ইত্যাদি বিষয়বোৰ বাতৰি কাকত, আলোচনী, ৰেডিঅ', টি.ভি. আদি বিভিন্ন প্ৰচাৰ মাধ্যমৰ যোগেদি দেশৰ জনসাধাৰণে পঢ়িবলৈ পাইছে, শুনিবলৈ পাইছে, দেখিবলৈও পাইছে। সেয়েহে আমাৰ এই লেখাটিৰ উদ্দেশ্য দীপালি-নীলপৱনক আকৌ এবাৰ ৰাইজৰ সন্মুখত পৰিচয় কৰাই দিবলৈ কৰা ধৃষ্টতা নহয়। আমি নিশ্চিত হ'ব পাৰিছোঁ যে ৰাইজ এইবোৰ বিষয়ত সম্পূৰ্ণ জ্ঞাত। বৰং তেওঁলোক দুজনৰ সৈতে আমিনো কি দৰে সম্পৃক্ত, সেই দিশটোৰ আলোচনাৰ আলমত কেইটামান মনৰ কথা অকপটে প্ৰকাশ কৰাটোহে আমাৰ এই লেখাৰ উদ্দেশ্য।

'জ্যোতিষ ৰত্ন-সংগ্ৰহ' প্ৰণয়নকৰ্তা আমাৰ চিৰপূজ্য ককাদেউতা ৰত্নেশ্বৰ বৰঠাকুৰ আৰু পৰম পূজনীয়া আইতা জাহ্নবী দেৱীৰ সুদীৰ্ঘ যুগ্ম জীৱনৰ সাফল্য বহনকাৰী বহল

সংসাৰখনত জ্যেষ্ঠ পুত্ৰ থানেশ্বৰ বৰঠাকুৰ (মোৰ পিতৃ) আৰু কনিষ্ঠ পুত্ৰ লক্ষ্মীনাথ বৰঠাকুৰ (মহেন্দ্ৰৰ দেউতাক) মাজত পদ্মনাথ, বিশ্বনাথ, ৰাধানাথ, মহেশ্বৰকে ধৰি আমাৰ ল'ৰালি কালৰ পৰাই দেখিবলৈ পোৱা, কিন্তু এতিয়া প্ৰয়াতসকলৰ দহগৰাকী ককাই-ভাই, বাই-ভনীৰ ভিতৰৰে মাজুজন দদাইদেউ বিশ্বনাথ বৰঠাকুৰৰ সহধৰ্মিণী আছিল—ঐতিহ্যমণ্ডিত শিৱসাগৰ নগৰৰ 'হেমৰ কোষেৰে (হেম=সোণ; কোষ=ভঁৰাল, অভিধান)/ ওখ দৌল বান্ধি / ভাষাক সাৰথি কৰি/ নুমাবলগীয়া / অসমীয়া নাম/ ৰাখিলা উজ্জ্বল কৰি' বুলি যিজনা ভাষাৰ ওজাৰ গুণ-গৰিমা বৰ্ণাই কবিয়ে এই ফাকি কবিতা ৰচনা কৰিছিল, সেইজনা মহান পুৰুষ হেমচন্দ্ৰ বৰুৱাৰ বংশধৰ আনন্দৰাম বৰুৱাৰ জীয়াৰী আমাৰ 'আইমণি খুড়ী'। বিশ্বনাথ-আইমণিৰ সন্তান ভূপেন, ভবেন, ৰেৱতী, নিৰ্মলী, পুতলী আৰু দীপালি। দদাইদেউ-খুড়ীৰ কন্যা দীপালি মোৰ ভনী আৰু বুলুৰ ননদ। সেই সূত্ৰে দীপালিৰ গৌৰৱত গৌৰৱান্বিত আমি সেইদিনা সন্ধিয়া পৰম উল্লসিত হৈ তেওঁলোকৰ ঘৰত উপস্থিত হৈছিলোঁগৈ।

কোৱা বাহুল্য, সেইদিনা সন্ধিয়া দীপালিৰ সৈতে হোৱা অন্তৰংগ কথোপকথনৰ ফাঁকে ফাঁকে সুৰুঙা উলিয়াই অতীতৰ অনেক মধুৰ স্মৃতিয়ে আমাৰ মানসপটত ভুমুকি মাৰি লুকা-ভাকু খেলিবলৈ ধৰিলে। তাৰে স্মৰণীয় অভিজ্ঞতা পাঠকলৈ আগবঢ়োৱাৰ লোভ সামৰিব নোৱাৰিলো। পঞ্চাছৰ বৰভূঁইকঁপৰ পিছৰ কথা। দীপালি এঘাৰ-বাৰ বছৰীয়া স্কুলীয়া ছাত্ৰী; চতুৰ্থ কি পঞ্চম শ্ৰেণীত পঢ়ি আছিল। ১৯৫১-৫২ চন। আমি তেতিয়া চাকৰি সূত্ৰে অজান্তি-মুলুক বুলি চৰ্চিত 'নেফা'ৰ (নৰ্থ ইষ্ট ফ্ৰণ্টিয়াৰ এজেন্সী) লোহিত সীমান্ত অঞ্চলৰ তেজুত আছিলো। বছৰেকীয়া দীঘলীয়া ছুটীত পৰিয়ালসহ আমাৰ ম'হখুঁটিৰ যৌথ পৰিয়ালৰ সমূহীয়া ঘৰখনলৈ অন্ততঃ এবাৰ আহোঁহক। আনবোৰ ভাই-ভনী, ভতিজা-ভতিজী, ভাগিন-ভাগিনীহঁতৰ লগতে দীপালিহঁতো দীঘলীয়া বন্ধৰ সময়ছোৱাত মনোৰম প্ৰাকৃতিক পৰিৱেশেৰে পৰিবেষ্টিত, মন-প্ৰাণ হৰি নিয়া দিহঁৈ নৈৰ কাষৰ ম'হখুঁটিৰ ঘৰখনত গোট খায়হি। গোটেইবোৰ মিলি নানা ৰং-ৰহইচৰ মাজেৰে পাৰ কৰা সেই অনাবিল আনন্দৰ দিনকেইটাই পিছলৈ স্মৃতিৰ সঁফুৰাত থিতাপি লয়গৈ। এইকণ স্মৃতিৰ সমলো সেই আপুৰুগীয়া সঁফুৰাটিৰ পৰাই উলিয়াই অনা হৈছে।

সেইবাৰ বন্ধৰ দিনকেইটা শেষ হওঁ হওঁ হওঁতেই দীপালি, অলি (ঢুকাল), হেম, মুকুট, ভাইটিহঁতে নবৌয়েক/মামীয়েকক (বুলু) খাটনি ধৰিলে—তেজু দেখুৱাবলৈ লৈ যাব লাগে। ল'ৰা-ছোৱালীকেইটাৰ অসীম আগ্ৰহ দেখি মান্তি হ'লো। চেমনীয়াহঁতৰ অদম্য উৎসাহ। আটাইৰে হিয়া আনন্দত উথলি উঠিল। সেয়া যেন এক নতুন ৰোমাঞ্চ ; এক অভিনৱ যাত্ৰা! নহ'ব? একেটা যাত্ৰাতে ৰেলেৰে, বাছেৰে, নাবেৰে, হাতীৰে, খোজকাঢ়ি একা-বেঁকা পথ অতিক্ৰম কৰি কেতিয়াও গৈ নোপোৱা পাহাৰীয়া অঞ্চল এটাত প্ৰৱেশ কৰা কি ধেমালি কথা!

তেতিয়া তেজুত আছিল পলিটিকেল অফিচাৰ (এতিয়াৰ ডেপুটি কমিশ্যনাৰ) মিঃ এ.চি. মিশ্ৰ, ৰেছ চুপাৰিণ্টেণ্ডেণ্ট্ যোৰহাটত কিছুদিনৰ পূৰ্বে ডেপুটি কমিশ্যনাৰ হৈ

থকা জিষ্ণু বৰুৱাৰ পিতৃ দ্বীজেন বৰুৱা, জিলা শিক্ষা বিষয়া পি.কে. গুপ্ত, সহকাৰী শিক্ষা বিষয়া বি.চি. ফুকন ইত্যাদি। সেইকেইটা দিনতে সেই সময়ৰ অসমৰ ৰাজ্যপালৰ উপদেষ্টা এন.কে. ৰুস্তমজী এবাৰ তেজু ভ্ৰমণলৈ গৈছিল। তেখেতৰ সম্মানাৰ্থে তেজুৰ 'কেম্বেল মেমোৰিয়েল হল' নামৰ ৰাজহুৱা ভৱনটিত এটি সাংস্কৃতিক সন্ধিয়াৰ আয়োজন কৰা হৈছিল। জনপ্ৰিয় উচ্চ পদস্থ চৰকাৰী বিষয়া (এসময়ৰ ডিব্ৰুগড়ৰ উপায়ুক্ত) ৰুস্তম্‌জীৰ প্ৰতি শ্ৰদ্ধা নিবেদন কৰিবলৈ গোট খোৱা অসংখ্য দৰ্শকৰ ভিৰত ৰাজহুৱা ভৱনটিৰ বাহিৰে-ভিতৰে বিৰ দি বাট নোপোৱা অৱস্থা। তেনে এটা পৰিৱেশতে গীত-বাদ্য-নৃত্য, লঘু-সংগীত, ব্যংগালাপ আদি এটাৰ পিছত এটাকৈ পৰিৱেশিত হৈ আছিল। এনেতে শ্ৰদ্ধেয় বি. চি. ফুকনদেৱে দীপালিক ওচৰলৈ মাতি নি ক'লে, 'দীপালি, তুমিও এটি গান গোৱা।' অলপো লাজ-সংকোচ নকৰাকৈ মঞ্চলৈ উঠি গৈ অকণমানি দীপালিয়ে প্ৰাণঢালি গালে— 'একা-বেঁকা বাটেৰে, কঢ়িয়াওঁ কঢ়িয়াওঁ, বৰ বৰ মানুহ দোলা, এ দোলা।' দীপালিৰ সুললিত গীত শুনি জনতা বিস্ময়াভিভূত হ'ল। গীতৰ শেষ পৰ্যন্ত মন্ত্ৰমুগ্ধৰ দৰে দীপালিৰ মুখলৈ চাই থকা অগণন দৰ্শকৰ হাত চাপৰিত আকাশ-বতাহ মুখৰিত হ'ল। মুখ্য অতিথি ৰুস্তম্‌জীকে আদি কৰি আমন্ত্ৰিত অতিথি সকলোৱে দীপালিক মুক্তকণ্ঠে শলাগিলে। পি.কে. গুপ্তই মোক ক'লে— 'আপোনালোকৰ এই বিৰল প্ৰতিভাসম্পন্ন কোকিলকণ্ঠী ছোৱালীজনী এটা সময়ত ভাৰত-গৌৰৱ লতা মংগেশকাৰৰ দৰে হ'ব। এওঁ এক অমূল্য কণ্ঠস্বৰৰ অধিকাৰিণী। আপোনালোকে এই ছোৱালীটিৰ বিশেষ যত্ন লোৱাত অৱহেলা নকৰিব।' সঁচা কথা ক'বলৈ গ'লে আমাৰ পৰিয়ালৰ 'ফটা-কঁথাত সোণ'হে যে লুকাই আছিল, সেই ধাৰণা আমাৰ মনতেই নাছিল। তেজুৰ পৰম আগ্ৰহী শ্ৰোতাই দীপালিৰ কণ্ঠৰ ঐশ্বৰ্য আমাৰ সম্মুখত উদঙাই দেখুৱালতহে আমি উপলব্ধি কৰিলো। তাৰ পিছত তেজুত দীপালিৰ গীত গোৱাৰ অন্ত নপৰেহে নপৰে। তেজুৰ পৰা উলটি ঘৰলৈ আহোঁতেও লুইতৰ ভটিয়নী সোঁতত বৰনাৱৰ বুকুত আমাৰ লগত অহা আটায়ে দীপালিৰ গান শুনিবলৈ আগ্ৰহ কৰিছিল। তৰুণ হাজৰিকাদেৱো (পিছলৈ শিক্ষা বিভাগৰ সচিব) সেই নৌকা যাত্ৰাৰ যাত্ৰীসকলৰ মাজতে আছিল।

মানৱ হৃদয়ৰ আৱেগ-অনুভূতি, মৰম-চেনেহ, শ্ৰদ্ধা-ভক্তি, প্ৰেম-পিৰিতিৰ নিৰ্মল প্ৰকাশ ফুটি উঠা, অসমৰ মাটিৰ গোন্ধ মিশ্ৰিত দীপালিৰ গীত জনপ্ৰিয়তাৰ শীৰ্ষত উঠিল। সেয়েহে যেন অদৃষ্টই সহিব নোৱাৰিলে। দীপালিৰ অসুখ হ'ল। কণ্ঠস্বৰ হেৰাল। অসমৰ গুণমুগ্ধ ৰাইজে মুক্তহস্তে আগবঢ়োৱা বৰঙণিৰে বিদেশত চিকিৎসা লৈ দীপালি অসমলৈ উলটি আহিল। কিন্তু কণ্ঠ আৰু ঘূৰি নাহিল। তেনে অৱস্থাতো দীপালিক জীৱনলৈ নিজৰ কৰি লোৱাৰ অদম্য হেঁপাহেৰে বিশাল হৃদয় এখনৰ অনুভৱ লৈ চিত্ৰ-শিল্পী নীলপৱন দীপালিৰ কাষলৈ আহিল। তেজপুৰলৈ যাওঁতে এবাৰ কথাই কথাই দীপালিয়ে আমাক সুধিলে, 'দাদা-নবৌ, কি কৰিম কোৱাচোন তোমালোকে। মানুহজনক মই জানো সুখী কৰিব পাৰিম?' আমি ক'লো, 'নীলপৱনে বা কি কয়?' দীপালিয়ে ক'লে, 'তেওঁ দৃঢ় প্ৰতিজ্ঞ, মোক তেওঁ পত্নীৰূপে, অৰ্ধাংগিনীৰূপে নিজৰ কৰি ল'বলৈ বিচাৰে।'

নীলপৱন, সুনীলপৱন—এওঁলোক মোৰ গুৰু-পুত্ৰ। ১৯৩৮-৩৯ চনত, এতিয়াৰ পৰা তিনি কুৰি চাৰি বছৰৰ পূৰ্বে জাঁজী হাইস্কুলত অসমৰ ধ্বনিকবি, আমাৰ পৰম শ্ৰদ্ধাৰ বিনন্দ চন্দ্ৰ বৰুৱাদেৱে আমাক পঢ়ুৱাইছিল। শুধ বগা ধুতী-পাঞ্জাবী পৰিহিত, হৃষ্ট-পুষ্ট চেহেৰাৰে, ভৰিত পাম্প শু পিন্ধি জাঁজী জামুগুৰিৰ বাসভৱনৰ পৰা ওলাই গহীন-গম্ভীৰ খোজেৰে বৰ আলিৰ নিচেই কাষেদি জাঁজী হাইস্কুললৈ অহা-যোৱা কৰি মুখত সদা প্ৰস্ফুটিত এটি মিচিকিয়া হাঁহিৰে ছাত্ৰ-ছাত্ৰীক পাঠদান কৰা সভা-শুৱনি পুৰুষ বিনন্দ চন্দ্ৰ বৰুৱাদেৱৰে বৰপুত্ৰ প্ৰখ্যাত চিত্ৰ-শিল্পী নীলপৱনে দীপালিৰ শাৰীৰিক, মানসিক দিশৰ সকলো অৱস্থা অৱগত হৈও যে তেওঁক পত্নীৰূপে পাবলৈ বিচাৰে, তাতকৈ অধিক আনন্দৰ বিষয় আমাৰ বাবে আৰুনো কি হ'ব পাৰে! আমি দীপালিক ক'লো, 'তুমি আৰু এতিয়া অমান্তি নহ'বা। জন্ম-মৃত্যু-বিৱাহ, এই তিনি ক্ষেত্ৰত হেনো মানুহৰ হাত নাই।'

দীপালিৰ ইয়াৰ পিছৰ জীৱনছোৱাৰ কথা আমি আৰু একো নক'লেও হ'ব। ❑

# অসমীয়াৰ হৃদয়ত নীলপৱন-দীপালি

**স্বৰ্ণলতা ভট্টাচাৰ্য**

এনে এটা অনুৰোধ পাম বুলি কোনো দিনেই ভবা নাছিলো। তাৰিখটো পাহৰিলো। পদ্মপাণিয়ে এদিন ক'লে—'খুড়ীদেউ, দীপালিবাইদেউৰ বিষয়ে মোক লেখা এটা দিব লাগে'। মই কেইদিনমানৰ সময় বিচাৰি দিম বুলি ক'লো। লেখা-মেলা কৰাৰ ক্ষেত্ৰত মই বৰ পটু নহয়। তেনে অৱস্থাত এই জনপ্ৰিয় শিল্পী গৰাকীৰ বিষয়েনো মই কি লিখিম?

দীপালি সম্বন্ধত মোৰ ভনী। দীপালিৰ মাক আমাৰ দেউতাৰ সৰু মোমায়েকৰ জীয়েক আইমণি পেহী। পেহী বৰ অমায়িক মানুহ আছিল। এনেকুৱা সহজ-সৰল মানুহ আজিৰ দিনত প্ৰায় নোহোৱাই হৈছে। ম'হখুঁটিৰ ভিতৰুৱা ঠাইত শিক্ষা-দীক্ষাৰে পৰিপূৰ্ণ এটি সম্ভ্ৰান্ত পৰিয়ালৰ জীয়াৰী দীপালি বৰঠাকুৰ। সৰুতে দেউতাক ঢুকাল। শৈশৱকাল কটালে ককাক-আইতাকৰ লগত। পুৱা-গধূলি নাম-প্ৰসংগ কৰাটো তেতিয়া বাধ্যতামূলক আছিল। আইতাকৰ লগত গোসাঁইঘৰত পুৱা-গধূলি নাম-গুণ সদায় গায়। সংগীতৰ প্ৰাথমিক শিক্ষা আইতাকৰ পৰাই পাইছিল। দীপালি ৰংপুৰৰ মাটি, পানী, নদী, মথাউৰি, হাবি-বননিৰ লগত মিলি আছিল। শৈশৱ কালত মামাকৰ যৌথ পৰিয়ালৰ বিভিন্নজনৰ লগত পুৱা দিখৌ নদীত গা ধুবলৈ যায়। নদীৰ প্ৰবল সোঁতৰ কুলুকুলু শব্দই তেওঁৰ কণ্ঠত বোধহয় সুৰৰ ঢৌ খেলি এই গৰাকী শিল্পীৰ মন আকুল কৰিছিল। 'ডালে ডালে গায় কুলি বুল বুলি' যেতিয়া গায়, ভাব হয়—তেওঁ যেন নিজেই এজনী কুলি চৰাই হৈহে গাইছে। সৰলতা, কণ্ঠ, সুৰ, দৰদ—একেলগে ভগৱানে দিছে বুলিয়েই হয়তো দীপালিৰ প্ৰতিভা সুকীয়া। থলুৱা নিভাঁজ অসমীয়া ভাষাত প্ৰাণ ঢালি গান গোৱা এই গৰাকী গায়িকাই সকলো অসমবাসীৰে মন জয় কৰিছিল—তাহানি কৃষ্ণৰ বাঁহীৰ সুৰে গোপীসৱৰ মন-প্ৰাণ আকুল কৰাৰ দৰেই। ককায়েক ভূপেন আৰু ভবেনেও দীপালিক বৰ উৎসাহ দিছিল। সৰুৰে পৰাই দীপালি বৰ শান্ত প্ৰকৃতিৰ ছোৱালী আছিল। সেই কাৰণেই স্কুলৰ শিক্ষয়িত্ৰী আৰু লগৰীয়াসকলৰ পৰা বৰ আদৰ পাইছিল। স্কুলত পঢ়াৰ পিছৰে পৰা মই আৰু তেওঁক লগ পোৱা নাই। বহু বছৰৰ পিছত যেতিয়া তেওঁক চিকিৎসাৰ কাৰণে কলকাতালৈ নিয়া হৈছিল, তেতিয়াহে আকৌ লগ পাইছিলো। অসুখৰ কথা অৱশ্যে আগতেই শুনিছিলো। তেওঁৰ চিকিৎসাৰ ব্যৱস্থা কৰাৰ কাৰণে প্ৰয়াত হেমাংগ বিশ্বাসৰ পৰামৰ্শ ক্ৰমে কলকাতাত এখনি সৰু কমিটি কৰি দিয়া হৈছিল। কমিটিখনত গুৰুপদ চৌধুৰী, হেম শৰ্মা, জগন্নাথ ভট্টাচাৰ্য আৰুময়ো আছিলো। অসমৰ পৰা গৈ কলকাতাত চিকিৎসা কৰোৱাটো যথেষ্ট ব্যয়বহুল হোৱাত অসমৰ সকলো বাতৰি কাকতে দীপালি বৰঠাকুৰৰ চিকিৎসাৰ সাহায্যৰ

কাৰণে আৱেদন জনোৱা হৈছিল। টকা-পইচা পঠোৱাৰ বাবে আমাৰ ঘৰৰ ঠিকনাকে দিয়া হৈছিল। আমি তেতিয়া কলকাতাৰ লিণ্টন ষ্ট্ৰীটত থাকোঁ। শদিয়াৰ পৰা ধুবুৰীলৈকে বিভিন্ন মানুহৰ পৰা যেনেকৈ সঁহাৰি পাইছিলো, যেনেকৈ অৰ্থ-সাহায্য পাইছিলো, সেয়া আছিল কল্পনাৰো অতীত। ভিতৰুৱা গাঁৱৰ ল'ৰা-ছোৱালী কেইটামান লগ লাগি হয়তো টকা পোন্ধৰ/বিশটামান পঠাইছিল—দীপালিৰ আশু-আৰোগ্য কামনা কৰি। পাচিঘাটৰ ভিতৰৰ এখন স্কুলৰ পৰা ষষ্ঠ শ্ৰেণীত পঢ়া ল'ৰা এজনে পাঁচ টকা পঠাইছিল। লগতে সৰু এখন চিঠি, 'বাইদেউক ঈশ্বৰে সোনকালে ভাল কৰক।' এতিয়া ল'ৰাজনৰ নামটো মনত নাই। অকণমানি সেই ল'ৰাটিৰ সেই পাঁচ টকাৰ মূল্যায়ন কৰা আজি সম্ভৱনে ? সুদূৰ কানাডাৰ পৰা বিশিষ্ট অৰ্থনীতিবিদ ড° জয়ন্ত মাধবে কাগজত আৱেদন দেখি কিছু ডলাৰ পঠাইছিল। লগতে দীপালিৰ অসুখৰ বাবে দুখ প্ৰকাশ কৰি মোলৈ এখন চিঠিও দিছিল। অগণন মানুহে ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনাইছিল—দীপালিৰ আশু-আৰোগ্য কামনা কৰি। সেইদিনা অবাক হৈ গৈছিলো—দীপালিৰ জনপ্ৰিয়তা দেখি। সঁচাই তেওঁ জনসাধাৰণৰ বুকুৰো বুকুৰ মাজত সোমাব পৰা এক অনন্য গায়িকা আছিল।

অস্ত্ৰোপচাৰৰ পিছত তেওঁ কিছুদিন কলকাতাৰ অসম ভৱনত আছিল। সেই সময়তে এদিন তেওঁক কৈছিলো—'দীপালি, কিবা বিৰাট পৰিৱৰ্তন এটা হ'লে তুমি হয়তো ভাল হৈ যাবা। তুমি বিয়া কৰোৱা, বুজিছা।' স্বভাৱসুলভ হাঁহি এটা মাৰি দীপালিয়ে কৈছিল—'বাইদেউ, মোকনো এতিয়া কোনে বিয়া কৰাব?' মই কৈছিলো—'নিশ্চয় তোমাক বিয়া কৰাবলৈ কোনোবা ওলাব।' তেওঁ অসমলৈ ঘূৰি অহাৰ পিছত বহুত দিন লগ পোৱা নাছিলো। হঠাৎ এদিন শুনিলো, দীপালিৰ বিয়া। কিন্তু কোন সেই দেৱতুল্য পুৰুষ? মনে মনে হিয়া উবুৰিয়াই তেওঁক আশীৰ্বাদ দিলো। ভাবিলো, নিশ্চয় কোনোবা ডাক্তৰে তেওঁক সুস্থ কৰি তোলাৰ আশাৰে আগবাঢ়ি আহিছে। নহ'লে হয়তো কোনোবা দৰদী গায়ক। বহুদিনৰ পিছত শুনিলো চিত্ৰশিল্পী নীলপৱন বৰুৱাই দীপালিক বিয়া কৰালে। মই আচৰিতেই হৈছিলো। এনেকুৱা সহৃদয় পুৰুষ আজিও আছেনে ?

আমি গুৱাহাটীলৈ গুচি অহাৰ পিছত দীপালিৰ ঘৰলৈ মাজে-সময়ে যাওঁ। বৰুৱাক প্ৰথম লগ পোৱাৰ দিনাই তেওঁৰ মনৰ পৰিচয় পাইছিলো। বৰ অমায়িক মানুহজন। মুখত অনবৰতে হাঁহি লাগি থকা শিশুসুলভ এটি মন। অথচ এই মানুহজনেই কিমান মহান। অসমীয়াৰ হৃদয়ত নীলপৱন-দীপালি প্ৰেৰণাৰ এটি উৎস হৈ ৰ'ব—চিৰতিকাল। ☐

# চিত্ৰশিল্পী শ্ৰীনীলপৱন বৰুৱা

## এটি চমু পৰিচয়

ভৱানীচৰণ ঠাকুৰ

ৰূপ ভেদাঃ প্ৰমাণানি ভাৱ লাৱণ্য যোজনম
সাদৃশ্যম বৰ্ণিকাভঙ্গম ইতি চিত্ৰম্‌ষড়ঙ্গকম।।

এইবুলি চিত্ৰৰ সংজ্ঞা আৰু প্ৰকাৰ ভাৰতীয় শাস্ত্ৰই বৰ্ণনা কৰিছে। পশ্চিমীয়া চিত্ৰকলা আৰু আধুনিক চিত্ৰকলাৰ সংজ্ঞাও তেনে ধৰণেই দিয়া আছে। চিত্ৰকৰৰ তুলিকাত এনে সংজ্ঞাৰ দ্বাৰা প্ৰকাশিত ৰূপ আৰু ভাৱসমূহৰ মূৰ্ত প্ৰকাশ হোৱাৰ ওপৰতে চিত্ৰকৰজনৰ সফলতা। এই ক্ষমতা আহৰণৰ কাৰণে লাগে ঐকান্তিক সাধনা, যাৰ কাৰণে প্ৰয়োজন উপযুক্ত পৰিৱেশৰ। চিত্ৰশিল্পী শ্ৰীনীলপৱন বৰুৱাৰ বিষয়ে আলোচনা কৰিবলৈ যাওঁতেও এই, কথাটোৰ ওপৰত দৃষ্টি ৰাখি আগবাঢ়িব লাগিব।

মানুহৰ জীৱনত ঘৰুৱা পৰিৱেশ আৰু পৰম্পৰাৰ প্ৰভাৱ নিঃসন্দেহে ব্যাপক, কিন্তু সিয়েই একমাত্ৰ দিকনিৰ্ণায়কৰ ভূমিকা নল'ব পাৰে। নীলপৱনে সংস্কৃতিৱান, সাহিত্য-শিল্পৰ লগত জড়িত থকা এটা বিখ্যাত পৰিয়ালত জন্ম গ্ৰহণ কৰিছিল। তেওঁৰ পিতৃ প্ৰয়াত বিনন্দ চন্দ্ৰ বৰুৱাও এজন খ্যাতনামা কবি, এজন কৃতী শিক্ষক আৰু অসম সাহিত্য সভাৰ সভাপতিৰ আসন অলংকৃত কৰা ব্যক্তি। টীয়কৰ সেই বৰুৱা পৰিয়ালৰ পৰাই এটা সময়ত অসমৰ সুপৰিচিত 'বৰদৈচিলা' নামৰ আলোচনী ওলাইছিল। অসমৰ সাহিত্য জগতত সুপৰিচিত একাধিক ব্যাক্তিয়েও সেই পৰিয়ালত জন্ম গ্ৰহণ কৰিছিল।

নীলপৱনৰ পিতৃ আছিল কবি, নীলপৱন হ'ল চিত্ৰশিল্পী। দুয়ো সংস্কৃতিৰ সাধক। কবিতা আৰু চিত্ৰ এই দুয়োটাৰ এটা অংগাংগী সম্বন্ধও আছে। কবিতাও এক চিত্ৰই — আখৰেৰে বাখৰ পটোৱা চিত্ৰ আৰু চিত্ৰও এক কবিতা — 'কবিতা জানিবা বাগ্মী চিত্ৰ আৰু চিত্ৰ জানিবা নিমাতী কবিতা।' সাৰ্থক কবি বিনন্দ বৰুৱাৰ সাৰ্থক চিত্ৰশিল্পী পুত্ৰ নীলপৱন ডাঙৰ-দীঘল হয় তেওঁলোকৰ পিতৃভিঠা 'অচ্যুত ভৱন'ত। নীলপৱনৰ সাংস্কৃতিক জীৱনৰ উৎস ইয়াৰ পৰাই অনুধাৱন কৰিব পৰা যায়।

'যি মূলা বাঢ়িব তাৰ দুপাততে চিন'। মই কিন্তু নীলপৱনৰ দুপতীয়া জীৱনৰ কথা নাজানো। তেওঁৰ পৰিয়ালৰ সূত্ৰৰ পৰা মাত্ৰ জনা যায় যে তেওঁ সৰুৰে পৰা স্কুলীয়া পাঠ্যপুথি আৰু বিদ্যালয়ৰ পঢ়া-শুনাতকৈ ঘূৰি-পকি ফুৰি বাঁহৰ চুঙা, কাঠৰ ডাল-ফেৰেঙণি কাটি চুঁচি-মাজি কোনো বস্তুৰ আকৃতি দিবলৈ চেষ্টা কৰাতহে বেছি আনন্দ লাভ কৰিছিল।

টীয়ক ব্ৰাহ্মণ গাঁৱৰ ৫৪নং দুলীয়া প্ৰাথমিক বিদ্যালয়ত প্ৰাথমিক শিক্ষা লৈ টীয়ক

উচ্চ ইংৰাজী বিদ্যালয়ত ষষ্ঠ শ্ৰেণীলৈকে পঢ়ি ভিনিহিয়েক, শিক্ষা বিভাগৰ বিষয়া, যোৰহাট বৰিগাঁৱৰ শ্ৰীযুত ৰোহিণী কান্ত বৰপূজাৰীৰ অভিভাৱকত্বত তেখেতৰ ঘৰতে থাকি তেওঁ যোৰহাট নগৰৰ পলিটেক্নিক হাইস্কুলত সপ্তম শ্ৰেণীত নাম লগায় আৰু সেই বিদ্যালয়ৰ পৰাই শিক্ষান্ত পৰীক্ষা দিয়ে। স্কুলীয়া জীৱনত নীলপৱনৰ শিল্প-বৈচিত্ৰ্যৰ কোনো উল্লেখনীয় চিন দেখা পোৱা নগৈছিল। কিন্তু তেওঁৰ চাল-চলন, ধৰণ-কৰণ আৰু স্বভাৱ অন্য সাধাৰণ ছাত্ৰৰ লগত অমিল আছিল। এটা খেয়ালী মনোবৃত্তিৰ জীৱন ধাৰাই তেওঁক আচ্ছন্ন কৰি ৰাখিছিল। পঢ়াশুনাতকৈ যেন বাহিৰা জগতখনৰ আকৰ্ষণ তেওঁৰ ওচৰত অধিক। প্ৰাকৃতিক জীৱন-ধাৰাৰ প্ৰতি যেন এটা টান—মুক্ত, দ্বিধাহীন জীৱনৰ প্ৰতি যেন এটা মোহে তেওঁক আকৰ্ষণ কৰি আছিল আৰু সেয়ে এবাৰ স্কুলত পঢ়ি থকা কালতে কোনো এটা বন্ধত কাকো নোকোৱাকৈ ঘৰৰ পৰা নোহোৱা হৈছিল। পদব্ৰজে মাজুলী হৈ লখিমপুৰ পাইছিলগৈ। কোনোবা এবাৰতো বিদ্যালয়ৰ পৰাই ক'ৰবালৈ গৈ কেইবা দিন ধৰি নোহোৱা হৈছিল—ক'ৰবাত বোলে খেতি কৰাৰ বাস্তৱ অভিজ্ঞতা লাভৰ বাবে কামত ধৰিছিলগৈ। এনে এটা খেয়ালী মনৰ অধিকাৰী হৈ সাধাৰণ পঢ়াশুনাত মনোনিৱেশ কম হোৱা তেওঁৰ ক্ষেত্ৰত অত্যন্ত স্বাভাৱিক। সেই ধৰণেই স্কুলীয়া শিক্ষাৰ পৰিসমাপ্তি ঘটাই নীলপৱনে তেওঁৰ মনৰ পূৰ্ণতা দিব পৰা পথৰ সন্ধানত ব্যস্ত হৈছিল।

সমাজ সেৱাৰ এটা মনোভাৱ নীলৰ চৰিত্ৰত বেছ পৰিস্ফুট। টীয়কৰ ঘৰত থাকোঁতে বোলে ওচৰে-পাঁজৰে ৰাজহুৱা আলি-পদূলি চাফা কৰা কামত বা ঘৰৰ সন্মুখৰ বৰপুখুৰীৰ পাৰত ঠাই চাফা কৰি ৰভা সাজি ব'হাগী মেলা পতাত নীল আছিল আগৰণুৱা। চিত্ৰশিল্পৰ প্ৰতি বিশেষ ৰাপৰ পৰিচয় পোৱা নগৈছিল যদিও মেট্ৰিক পৰীক্ষা দি আহি ঘৰত থকা কালছোৱাত 'টেৰাকটা' শিল্পৰ প্ৰতি এটা আকৰ্ষণ অনুভৱ আৰু মানুহ, জীৱ-জন্তু, পশু-পক্ষী আদিৰ চিত্ৰ অংকণ কৰাৰ প্ৰচেষ্টা দেখা গৈছিল। পৰিয়ালেও তেওঁৰ এই আকৰ্ষণৰ প্ৰতি লক্ষ্য ৰাখি শান্তিনিকেতনত ফাইন আৰ্ট্‌ছ্ পঢ়াৰ প্ৰস্তাৱ আগবঢ়ালে। পিতৃৰ সমৰ্থন আৰু আশিষ লৈ নীলপৱন গ'ল শান্তিনিকেতনলৈ আৰু তাৰ পৰাই আৰম্ভ হ'ল এক নতুন সুন্দৰ জীৱনৰ।

শান্তিনিকেতনত শিক্ষা সাং কৰি চিত্ৰশিল্পী হৈ অহাৰ পিছত শিল্পী স্বৰূপে তেওঁৰ কৰ্মৰাজি বা তাৰ পৰিচয় দিয়া মোৰ নিচিনা শিল্প জগতৰ ক-খ নজনা লোকৰ কাৰণে সম্ভৱ নহয়। কিন্তু এইখিনি ক'ব পৰা যায় যে শিল্প-বিকাশৰ কাৰণে যি পৰিৱেশ বা অন্যান্য সা-সুবিধাৰ প্ৰয়োজন, সেইখিনি আমাৰ দেশত নিতান্ত অভাৱ। নীলপৱনে শান্তিনিকেতনৰ পৰা আহি প্ৰথম অৱস্থাত শোভা ব্ৰহ্মৰ চাৰু কলা বিদ্যালয়ত (পিছলৈ এই বিদ্যালয়েই বোধহয় বৰ্তমানৰ চৰকাৰী চাৰুকলা মহাবিদ্যালয়) কিছুদিন চাকৰি কৰিছিল বুলি জনা যায়। শিল্পীসকল সাধাৰণতে আঁকোৰগোজ মনোবৃত্তিৰ। নিজৰ মত আৰু সিদ্ধান্তই তেওঁলোকক যি সত্তা দিয়ে, তেওঁলোকে তাক সতকাই এৰিব নোখোজে। ফলস্বৰূপে অন্যৰ লগত কাম কৰাত অসুবিধা আছে। নীলপৱনৰো সেয়ে হ'ল। এই অনুষ্ঠানত তেওঁ বেছি দিন চাকৰি কৰিব নোৱাৰিলে। ইয়াৰ পিছত তেওঁ অকলশৰীয়াকৈ তেওঁৰ মনোমত

আধুনিক চিত্ৰকলাক অসমৰ ঐতিহ্যৰ লগত খাপ খুৱাই এক নতুন সামঞ্জস্যৰ প্ৰৱাহ আনিবৰ চেষ্টাত ব্ৰতী হয়। বিভিন্ন চিত্ৰকলাৰ সামঞ্জস্য বিধান নিশ্চয় এক সাহসী প্ৰচেষ্টা।

নীলপৱনে প্ৰথম অৱস্থাত গুৱাহাটীতে থাকি তেওঁৰ সাধনাৰ কাৰণে এখন সৰু বিদ্যালয় স্থাপন কৰি-সৰু সৰু ল'ৰা-ছোৱালীক ছবি অঁকা আৰু মূৰ্তি সজাৰ শিক্ষা দিছিল। আগতেই কোৱা হৈছে যে আমাৰ দেশত শিল্প সাধনাৰ কাৰণে আৱশ্যকীয় বাতাৱৰণ পূৰামাত্ৰাই গঢ় লোৱা নাই। কোনো লোকে এনে সাধনা কৰিব খুজিলে দৰিদ্ৰতা আৰু তাৰ আনুষংগিক নানা কষ্টৰ সন্মুখীন হ'বই লাগিব। তদুপৰি, শিল্পীসকল সাধাৰণতে নিজক লৈ বৰ চিন্তিত হৈ নাথাকে যেন লাগে। আৰু তেনে কাৰণতো তেওঁলোক বেছি অসুবিধাৰ সন্মুখীন হয়। তেওঁলোক নিজৰ শিল্প-সংস্কৃতি সাধনাৰ লগত এনেকৈ একীভূত হৈ পৰে যে তাৰ মাজতে নিজক হেৰুৱাই পেলায় আৰু সেয়েই হয় তেওঁৰ প্ৰকৃত পৰিচয়। নীলপৱনকো তেনেকৈহে বিচাৰ কৰিব লাগিব।

যশস্বী কণ্ঠশিল্পী দীপালি আৰু চিত্ৰশিল্পী নীলপৱনৰ মিলন এই দৃষ্টিকোণৰ পৰা এটা প্ৰণিধানযোগ্য বিষয়। ই এটা মণিকাঞ্চন সংযোগ। এটা সমাজ-সচেতন শিল্পী প্ৰাণৰ উদাৰতাই নীলপৱনক দুখ-দাৰিদ্ৰক সহজভাৱে ল'ব পৰাৰ সাহস আৰু মনোবৃত্তি দিয়াৰ উপৰিও তেওঁৰ শিল্পীপ্ৰাণে অন্য এটি বাধাগ্ৰস্ত শিল্পীপ্ৰাণত কেনেকৈ অমিয়া বৰ্ষণ কৰিছে, সি এটা অনন্য উদাহৰণ। পিন্ধা-উৰাত পৰিপাট্য নথকা নিভাঁজ শিল্পী চেহেৰাৰ নীলপৱন নিজেই নিজৰ এটা উদাহৰণ। ইয়াৰ সাদৃশ্য পোৱা টান। বিয়াৰ সিদ্ধান্ত সম্পূৰ্ণ নীলপৱন সদৃশ (Neelpawan-like); এটা বাস্তৱ সিদ্ধান্তৰ জ্বলন্ত প্ৰকাশ। দুই শিল্পী প্ৰাণে ইজনে সিজনৰ মনৰ জগত সমৃদ্ধ কৰি অনন্ত পথত গতি কৰিছে।

এই মিলন বাসনাৰ মিলন নহয়। দুই শিল্পী প্ৰাণৰ শুদ্ধ মিলন। এই অভিনৱ দম্পতীৰ লগত তুলনা কৰিব পৰা অন্য উদাহৰণো উল্লেখ কৰিবলৈ নাই। ইয়াত সাহস আছে—নিস্বাৰ্থতা আছে—উদাৰতা আছে। নিজ নিজ নামেৰে পৰিচিত এই শিল্পী যুগলৰ মিলনে তেওঁলোকৰ শিল্পী জীৱনৰ পূৰ্ণতা অহাৰ বাট যেন প্ৰশস্ত কৰিছে।

আজি এই শিল্পী দম্পতীক সমাজে আঁকোৱালি লৈছে। তেওঁলোকৰ কৃচ্ছ্ৰ সাধনাৰ অমোঘ মন্ত্ৰ বুলি হয়তো দুয়ো মাভৈ স্বৰে উচ্চাৰণ কৰিছে—

'তুমি আছা মই আছোঁ
আৰু আছে ভাব,
প্ৰাণত কবিতা আছে
কিহৰ অভাব?'

নীল-দীপালিৰ জীৱন সাৰ্থক হওক। ❑

# নীলপৱন

(১)

নীলপৱন তুমি কি আঁকিব পাৰা নিঃসংগতা
যি নিঃসংগতাত বিয়পি আছে মোৰ বয়স

আৰু সেই জুইবাহ বিচাৰি ফুৰা এটি সন্ধ্যা
যাৰ স'তে আমাৰ সদায় দেখা হয়
অথচ কি আচৰিত আমি এতিয়াও মুখত লোৱা নাই মেঘ
লোৱা নাই মাটি

নীলপৱন তুমি কি আঁকিব পাৰা নিঃসংগতা
ছাঁ বিচাৰি ফুৰা এটি দুপৰ
তুমি কি আঁকিব পাৰা গান গোৱা এখন প্ৰাচীৰ

আৰু সেই পথিক কবি বুকুখন খুলি যি ছটিয়াই দিব খোজে
মাটিৰ চাকিৰ ইমান পোহৰ।

—বিপুলজ্যোতি শইকীয়া

(২)

তোমাৰ কাষত
    পৰাজিত হয় দুখ
    পৰাজিত হয় ৰোগ
    পৰাজিত হয় বাৰ্ধক্য।
ধ্যানমগ্ন ঋষিৰ দৰে
    তোমাৰ আচৰণ
স্বপ্নমগ্ন শিশুৰ দৰে
    তোমাৰ বিচৰণ।
তুমি জানা
দৈনন্দিন দুখৰ আবৰণৰ তলত
    লুকুৱাই থাকে স্বৰ্গ
স্বৰ্গ নামি আহে বসুন্ধৰালৈ
    ধৰাতেই ফুলে পাৰিজাত ফুল।

—ৰেণু দত্ত

# মই জনা নীলপৱন

অতুলানন্দ গোস্বামী

'অথিৰ ধন জন জীৱন যৌৱন .....' আদি বৈষ্ণৱ দৰ্শনৰ তাত্ত্বিক দিশটো চৰ্চা কৰাৰ অৰ্হতা মোৰ নাই। কিন্তু তাৰ আক্ষৰিক অৰ্থটো আৱিষ্কাৰ কৰিলো নীলপৱনৰ বেলিকা। শিল্পী নীলপৱন বৰুৱা। ধ্বনিকবি বিনন্দ বৰুৱাৰ বৰ পুতেক নীলপৱন উত্তৰাধিকাৰ সূত্ৰে কবি নহয়। কবিতা লিখা নাই; কিন্তু তেওঁৰ হাতৰ কামে, কথা-বতৰাই, আচাৰ-ব্যৱহাৰে সদায় এটা কবিতাকে যেন ব্যক্ত কৰি থাকে।

মোৰে প্ৰায় সমবয়সী। আমাৰ বয়সৰ ব্যৱধান এটা আছে, ধৰ্তব্য নহয়। হ'লেও নীল মোৰ ভাই। দেউতাকক মই মামা বুলিছিলো এটা পাৰিবাৰিক সম্পৰ্কৰ আঁত ধৰি। সেইদৰে নীল, নীলপৱন বৰুৱা নামে চিহ্নিত হোৱাৰ আগৰ পৰাই চিনাকি। চিনাকিহে ; বিশেষ সম্পৰ্ক নাছিল। শান্তিনিকেতনৰ পৰা ঘূৰি আহি নীলপৱনে গুৱাহাটীত থিত ল'বলৈ কৰা চেষ্টাৰ সময়ত নতুনকৈ সান্নিধ্য স্থাপন হৈছিল।

মই নিজে চাকৰি কৰা মানুহ। থল সলাই থাকিব লগা হৈছিল। তেনেকৈয়ো গুৱাহাটীত একেৰাহে কিছু বছৰ থাকি একেবাৰে স্থায়ী হ'লো। আৰু প্ৰত্যক্ষ নহ'লেও সাক্ষী হৈ আছিলো নীলপৱনে ইটোৰ পিছত সিটোকৈ আঁচনি লৈ কামত হাত দি আকৌ এৰি দিয়া কথাবোৰৰ। একো কথাই যেন নীলপৱনক লাগ দিয়া নাছিল।

'পৃথিৱীৰ আদিমতম উদ্যোগ' বুলি পৰিচিত মৃৎশিল্পকে নীলপৱনে প্ৰথমতে আঁকোৱালি লৈছিল। তাৰে নিতে নতুন শিল্পৰ সৃষ্টি কৰিব, গ্লেজ কৰিব, বেচিব, ভাত মোকলাব আৰু তাতকৈও ডাঙৰ কাম—নতুনকৈ এচাম আগ্ৰহী শিল্পীৰ গঢ় দিব। ফাইন আৰ্ট্‌ছ্ ছচাইটি নামেৰে স্থাপন কৰা অনুষ্ঠানত তেওঁৰ সহশিল্পী দুজনমানৰ লগত এই আঁচনি ৰূপায়ণ কৰিবলৈ অহোপুৰুষাৰ্থ কৰিছিল নীলপৱনে। গুৱাহাটীৰ বহুতো গুণীলোকে আদৰণি জনাইছিল এই প্ৰচেষ্টাক। স্বৰ্গীয় বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য এজন পৃষ্ঠপোষক আছিল অনুষ্ঠানটোৰ। পৃষ্ঠপোষকতাৰ আধুনিক অৰ্থ বেলেগ। এটি অনুষ্ঠানলৈ শকত পুঁজি এটা আগবঢ়োৱাজনকহে সাধাৰণতে পৃষ্ঠপোষক বুলি ধৰা হয়। ভট্টাচাৰ্য সেই অৰ্থত পৃষ্ঠপোষক নাছিল। আদৰ্শটো ভাল পাইছিল। সাফল্য কামনা কৰিছিল আন্তৰিকভাৱে। সেই অৰ্থত পৃষ্ঠপোষক। পিছে সাফল্য মুখ নেদেখিলে কোনেও।

তুলি আৰু ৰং নীলপৱনৰ প্ৰথম শিল্প প্ৰচেষ্টা নহয়। তেওঁৰ প্ৰথমখন চিত্ৰ প্ৰদৰ্শনী তেওঁৰ নিজৰো প্ৰাথমিক চিত্ৰকৰ্মৰ গোট আৰু আটাইবোৰ কলা-বগা ৰঙৰ ছবি। তাৰ পিছতহে তেওঁ ছবি বোলাবলৈ ল'লে। প্ৰদৰ্শনী পাতিলে আৰু আমাৰ এতিয়াও ঠন নধৰা চিত্ৰশিল্পৰ পথাৰত এখন স্থায়ী আসন পাতি ল'লে।

হ'লে কি হ'ব ? নীলপৱন সেই অথিৰ হৈয়ে থাকিল। লোক কলাৰ বিষয়ত চৰ্চা

কৰিবলৈ ল'লে। ৰাজ্যৰ লেখৰ মুখা শিল্পবোৰ চাই ফুৰিলে আৰু নিজাকৈ উদ্যোগ ল'লে সেই অপূৰ্ব কলাৰ এটা নতুন ৰূপ দিবলৈ, মানুহক সেই শিল্পৰ ফালে আকৰ্ষিত কৰিবলৈ।

এনে শিল্প প্ৰচেষ্টা কাহানিও উদ্যোগ নহয়। শিল্পীৰ মন ভৰে, পেট ভৰোৱা টান।

মাজতে এবাৰ, কোনে বুধি দিলে জানো, অসম ৰাজ্যিক সংগ্ৰহালয় চৌহদত এখন চাহ-জলপানৰ দোকান দিলে নীলপৱনে। সম্ভাৱনা প্ৰচুৰ। সংগ্ৰহালয় চাবলৈ অহা দৰ্শকৰ উপৰিও সংগ্ৰহালয়ৰ কৰ্মীসকলেও চাহ-টাহ খাব পাৰিব। কিন্তু সেইটো কামো সহজ নহয়। ৰং, তুলিৰ কাম কৰা হাতেৰে চাহ-চিঙাৰাৰ হিচাপ ৰাখিব নোৱাৰি।

কোনোবাই নীলপৱনৰ সৈতে একেলগে বহি কথা পাতিলে নিশ্চয় মন কৰিছে, কথাৰে মানুহক হুইঁৰাব পাৰে তেওঁ। মুখখন এহাতেৰে ঢাকি ধৰি গুজ গুজকৈ একো একোটা কথা কয়, শুনোতাৰ পেটৰ নাড়ি ডাল ডাল হয়। কথাটো শ্ৰীযুত মহিম বৰাই গম পাইছিল এবাৰ এটা দীঘলীয়া যাত্ৰাত। আমি গুৱাহাটীৰ পৰা ডিফুলৈ গৈছিলো। নগাঁৱৰ পৰা বৰাক লগত নিয়া হৈছিল। বৰাৰ নিশ্চয় যাত্ৰাৰ সময়ৰ আৰু ডিফুত থকা দুৰাতিৰ কথা মনত আছে।

মই নিজে নীলপৱনৰ শিল্প আৰু তাত নিহিত দৰ্শন তথা তত্ত্বৰ বিষয়ে বিশেষ একো নাজানো। কিন্তু এই শিল্পীজনৰ প্ৰচাৰ বিমুখ নিৰলস সংগ্ৰামৰ বুজ পাওঁ। কোনো কথাই সেও মনাব নোৱৰা নীলপৱনৰ মনটোৰ এটা দিশে মোক সদায়ে আপ্লুত কৰে।

নীলৰ সহধৰ্মিণী দীপালিক আন এগৰাকী শিল্পী হিচাপে মই নাজিৰাত বহা সাহিত্য সভাৰ অধিৱেশনতে প্ৰথমবাৰ লগ পাওঁ। সভাৰ সাংস্কৃতিক সন্ধিয়াত সমবেত হোৱা অগণন দৰ্শক-শ্ৰোতাৰ কলিজা আজুৰি গান গাই মন জিনি লোৱা দীপালি বৰঠাকুৰৰ মাতটো হঠাতে হেৰাই থাকিল। অসমৰ সংগীত জগত মোলান পৰি যোৱাকৈ দীপালি নীৰৱ হৈ পৰিল। স্নায়ুৰ অসুখ। বিদেশতো বহুদিন ধৰি চিকিৎসা কৰালে। লাভ নহ'ল। গাভৰু মানুহজনী প্ৰায় কোঙা হৈ গ'ল— সংসাৰৰ সকলো সম্ভাৱনা ধূলিসাৎ হৈ যোৱাকৈ।

সেইজনী দীপালিক নীলপৱনে বুকুত সাবটি ল'লে। তেজপুৰত হৈছিল বিয়াখন। দীপালিৰ ককায়েকে চাকৰি কৰা থল, দৰাৰ ঘৰৰ শিবিৰ। মই উপস্থিত আছিলো আৰু মৰ্মে মৰ্মে উপলব্ধি কৰিছিলো— গোটেই পৃথিৱীত বিচাৰিলেও এনে এখন বিয়াৰ লগত ৰিজাব পৰা বিয়া হয়তো এই কালত হোৱা নাই। মোক অভিভূত কৰিছিল কবি বিনন্দ বৰুৱাৰ সানন্দ সন্মতিয়ে, গোটেই পৰিয়ালৰ সহযোগে।

সহৃদয় হৃদয় সংবাদ সংবাহনৰ এনে নজিৰ গল্প বা উপন্যাসত সম্ভৱ হয়। নীলপৱন-দীপালিৰ যুগ্ম জীৱনে হয়তো কোনোবা এসময়ত কোনোবা সাৰ্থক লিখকক এখন অনুপম উপন্যাসৰ সমল দিব। পাৰ্থিৱ অৰ্থত অসাৰ্থক এই মিলনে হয়তো এক অপাৰ্থিৱ সাৰ্থকতা পাব।

এখন কোমল হিয়াৰ পৰা আন এখন হিয়ালৈ শিপা মেলাটো বোলে নীলপৱনৰ শিল্পী জীৱনৰ লক্ষ্য আৰু আদৰ্শ। তাকো যে নিজৰ জীৱনৰ ক্ষেত্ৰতো প্ৰয়োগ কৰিব পাৰি, সেই সত্য প্ৰমাণ কৰি নীলপৱনে এটা অবিশ্বাস্য আদৰ্শ প্ৰতিষ্ঠা কৰিলে। অকল এই এটা কথাই অথিৰ নীলপৱনৰ জীৱন আৰু দৰ্শনক এটা অটল স্থিৰতা দিলে।□

# মোৰ বাবে সিহঁত

**মহেন্দ্ৰ বৰঠাকুৰ**

আত্মীয়জনৰ বিষয়ে লেখিবলৈ প্ৰথম আৰু প্ৰধান অসুবিধা হ'ল— বহু সময়ত নিজৰ কথাবোৰো ক'বলগীয়া হৈ পৰে। নিজৰ ঢোলত চাপৰ মাৰিবলৈ বৰ ভাল নালাগে। কিন্তু আপোন কোনোবাজনৰ কথা ক'বলৈ যাওঁতে কেনেকৈ সেই ঢোলত হাত পৰে, নিজেও ধৰিব নোৱাৰা হয়। দীপালি মোৰ আপোন ভনী। মোৰ বৰদেউতাৰ ছোৱালী। তাইৰ শিশু কান্দোনটোৰ পৰা আজিৰ দিনটোলৈকে তাইৰ জীৱনৰ পথ-পৰিক্ৰমাৰ বহুত হাঁহি-কান্দোন মই প্ৰত্যক্ষ কৰিছোঁ; আৰু নীলপৱন-সুনীলপৱন তেজৰ সহোদৰ নহ'লেও দুয়ো মোক অগ্ৰজ সহোদৰ ৰূপেই মান কৰি আহিছে। নীলক পাইছোঁ তেওঁ স্কুলত পঢ়াৰ দিনৰে পৰা। সেইবাবেই কৈছোঁ, এওঁলোকৰ কথা ক'বলৈ যাওঁতে নিজৰ কথাও একেবাৰে এৰাই চলিবলৈ টান হ'ব। নীলপৱন কিমান মহৎ চিত্ৰশিল্পী, সেই হিচাব যোগ্যজনে কৰিব; কিন্তু নীলপৱনৰ হৃদয়-মন কিমান বিশাল, সেই কথা তেওঁৰ ওচৰলৈ খন্তেকৰ বাবে অহাজনেও অনুভৱ নকৰাকৈ নাথাকে। মোৰ দুটা নিশাৰ কথা মনৰ মাজত ইমানেই সজীৱ হৈ আছে যেন সেই দুটা নিশা যোৱা নিশা দুটাহে। অক' (অৰ্কেন্দু বৰুৱা, দৈনিক অসম) আৰু নীল ওলালহি এটি সন্ধিয়া। মই তেতিয়া চানমাৰি কৃষ্ণনগৰৰ এটি ভাৰাঘৰত থাকোঁ। নীলৰ ছবি আঁকা, ছবি ৰখা আৰু নিজেও থকা ঠাইখন হ'ল জজ খেলপথাৰৰ একাষৰ এটা এৰাপৰীয়া ঘৰ। তাতেই নীলই ছবি আঁকে, ছবি আঁকিবলৈ শিকায়। শনি-দেওবাৰে এজাক ল'ৰা-ছোৱালী গোটাই লয়। ছবিৰ পাঠ দিয়ে। নীৰৱ সাধক নীলপৱন। নিজ আদৰ্শত অবিচল। ধ্বনিকবি বিনন্দ চন্দ্ৰ বৰুৱাৰ ল'ৰা বুলি নহয়, নীলপৱন, নীলপৱন বৰুৱা বুলিয়েই এটা আলোচ্য নাম হৈ পৰিল। পিতৃৰ কবিতাৰ ছন্দ তেওঁ ৰেখাৰে বান্ধিলে। সাংবাদিক অৰ্কেন্দু বৰুৱাক আমি অক' বুলি মাতোঁ। তিনিচুকীয়াৰ ল'ৰা। মোৰ ভাই হৰেনৰ লগৰ। সিও ভাই। বৰ ভাল গান গাইছিল। ৰাজহুৱা অনুষ্ঠানৰ মঞ্চত অক'ক নমোৱাইছিলো। সৰল গতিত চলি থকাটোৱেই অক'ই বিচাৰে। নীতিৰ বাটৰ পৰা কাহানিও এখোজো ইফাল-সিফাল নকৰা ল'ৰা। ময়ো ভাল পাওঁ। মোকো ভাল পায় বুলি জানো। এই দুয়োজন সন্ধিয়া আমাৰ ঘৰ ওলালেহি। ক'লে, 'পোনাদা (*দুয়ো মোক মোৰ ঘৰুৱা নামটোৰে 'দাদা' বোলে)* আজি বৰ বেলেগ কথা এটাৰে আপোনাৰ ওচৰলৈ আহিলো। এটা অতি গুৰুত্বপূৰ্ণ কথা।' খুব স্বাভাৱিকভাৱেই মই অলপ থতমত খালো। দুয়ো গম্ভীৰ। গুৰুত্বপূৰ্ণ কথাটো কোনো পাতনি নেমেলাকৈ অক'ই উত্থাপন কৰিলে। সিদ্ধান্তটো মই দিব লাগে। কি এই গুৰুত্বপূৰ্ণ কথা? সেই কথা বাৰু পিছত উল্লেখ কৰিম।.....

দীপালিৰ কথা উনুকিয়াই আহিছোঁৱেই যে তাই মোৰ ভনী। মোৰ মাজুজন বৰদেউতাৰ ছোৱালী। দেউতাৰ ছজন ককাই-ভাইৰ এজন আমাৰ মনত ৰাখিব পৰা বয়স হোৱাৰ আগতেই ঢুকাল। পাঁচজনক আমি পাইছিলো— স্বৰ্গীয় থানেশ্বৰ বৰঠাকুৰ, স্বৰ্গীয় পদ্মনাথ বৰঠাকুৰ, স্বৰ্গীয় বিশ্বনাথ বৰঠাকুৰ, স্বৰ্গীয় ৰাধানাথ বৰঠাকুৰ আৰু স্বৰ্গীয় লক্ষ্মীনাথ বৰঠাকুৰ। বাই-ভনী চাৰিগৰাকী। এই বিশ্বনাথ বৰঠাকুৰৰে ছোৱালী দীপালি। আমি দিখৈপৰীয়া। চাবেক ঘৰখন শিৱসাগৰ জিলাৰ ম'হখুঁটিত। আমাৰ ঠাইখনক 'কঁকালছিগা' বোলে। দিখৈ নৈখন খৰালি তেনেই বাম হৈ পৰে। খোজকাঢ়ি ইপাৰ-সিপাৰ হ'ব পাৰি। মাজতে এছোৱাত বালি পৰে। সেইবাবেই কঁকালছিগা বোলে। আমাৰ ককাদেউতা স্বৰ্গীয় ৰত্নেশ্বৰ বৰঠাকুৰে নিজ হাতে চাহপুলি ৰুই চাহ বাগিচা পাতিছিল। নাম দিছিল 'ঠাকুৰবাৰী'। ডাঙৰ বাগিচা। পিছে ৰাখিবগৈ নোৱাৰিলে। কেএজ মহাজনক বেচিলে। সেইখন এতিয়া উজনি অসমৰ একেবাৰে লেখৰ বাগিচা। নাম হৈ গ'ল 'কৃষ্ণবিহাৰী'। বাগিচা বেচি মাছ আৰু গাখীৰ পোৱা ঠাই ম'হখুঁটি পালেহি। হাবি ভাঙি মাটি উলিয়ালে দিখৈৰ কাষত। এসময়ত হাবিতলীয়া আমাৰ এই ঘৰখনৰ পৰা '৪২-অৰ আন্দোলনৰো কাম-কাজ চলিছিল। ককাদেউতা আৰু বৰদেউতা পদ্মনাথ বৰঠাকুৰ ('স্বাধীনতা ৰণৰ সংস্পৰ্শ'ত গ্ৰন্থৰ লেখক) একেদিনাই গ্ৰেপ্তাৰ হৈ জেললৈ গৈছিল। মোৰ দুয়োজন বৰদেউতা বিশ্বনাথ বৰঠাকুৰ, ৰাধানাথ বৰঠাকুৰ আৰু দেউতা লক্ষ্মীনাথ বৰঠাকুৰ সংগীতপ্ৰিয় আছিল। হাৰমনিয়াম, তবলা, বেহেলা কেউজনে সুন্দৰকৈ বজাইছিল আৰু দীপালিৰ দেউতাক বৰদেউতাই গানত সুৰ দিছিল, লেখিছিল। আমাক, সৰু-সৰু জাকক গোৱাইছিল। ডাঙৰ বৰদেউতা থানেশ্বৰ বৰঠাকুৰ কিতাপ লৈয়েই ব্যস্ত। ল'ৰা-ছোৱালী, ভতিজাকহঁতৰ স্কুলীয়া পাঠ্যপুথিৰ পৰা আইনষ্টাইনলৈকে সকলো কিতাপ পঢ়িছিল। অৱশ্যে বিজ্ঞান বিষয়ক কিতাপৰ প্ৰতি বেছি হেঁপাহ আছিল। ইমান কিতাপ পঢ়া মানুহ মই জীৱনত আজিলৈকে লগ পোৱা নাই। দীপালি বৰদেউতা-বৰমাৰ (বৰমাক আমি 'বৰবৌ' বুলিছিলো) পেটমচা সন্তান। দুজন ককায়েক— ভূপেন বৰঠাকুৰ আৰু সুৰকাৰ-গীতিকাৰ ভবেন বৰঠাকুৰ, আৰু তিনিগৰাকী বায়েক— ৰেৱতী, নিৰ্মলি, পুতলী। বৰদেউতাই দীপালিক গায়িকা ৰূপে দেখিবলৈ পোৱা নাছিল। তাই সুৰ-সংগীত বুজি পোৱাৰ আগতেই বৰদেউতা ঢুকাল। কিন্তু বৰদেউতাই বিচৰাখিনি তাই পালে। আৰু পালে তাইৰ ককায়েক ভবেন বৰঠাকুৰ আৰু ভূপেন বৰঠাকুৰ বা আমাৰ বুপাইকণদাদাই। স্বতঃস্ফূৰ্তভাৱে দীপালিয়ে গান আৰম্ভ কৰিলে—আপোন স্পৃহাৰে। গান গালে গুণগুণকৈ ঘৰত, গান গালে হাঁহি-ধেমালিৰ সময়ত, পৰিয়ালৰ কাৰোবাৰ বিয়া-বাৰুত, দিখৈত গা ধুবলৈ গৈ বালিত বহি বহি। আমি মূল ঘৰখনত, অৰ্থাৎ ম'হখুঁটিত, সদায় লগ নহওঁ। ডাঙৰ বৰদেউতাৰ পৰিয়ালটো ম'হখুঁটি ঘৰখনত থাকে। কেউটা পৰিয়ালৰ মাতৃ-স্বৰূপা, স্নেহময়ী ডাঙৰ বৰবৌ (বৰমা) মূল ঘৰখনৰ লাইখুঁটা স্বৰূপ।

উল্লেখ কৰিছোঁৱেই—ম'হখুঁটি পিছপৰা ঠাই, ওচৰে-পাঁজৰে স্কুলো নাই। কলেজ দূৰৈৰ কথা। গতিকে আমি ল'ৰা-ছোৱালীজাক দেউতাহঁতৰ লগত কৰ্মস্থানত থাকিয়েই পঢ়া-

শুনা কৰিছিলো। দীপালিহঁত আছিল শিৱসাগৰত। মামাকৰ ঘৰত। হেমকোষৰ হেমচন্দ্ৰ বৰুৱাৰ ঘৰৰ পৰিয়ালত। হেমকোষৰ হেমচন্দ্ৰ বৰুৱা দীপালিৰ আজোককাক আৰু স্বৰ্গীয় আনন্দৰাম বৰুৱা ককাক। আমাৰ বৰবৌৰ (বৰমাৰ) ঘৰ সেইখন। শিৱসাগৰে দীপালিক সংগীতচৰ্চাৰ ক্ষেত্ৰখন প্ৰস্তুত কৰি দিলে। স্বৰ্গীয় পৰাগধৰ চলিহাই বুজিছিল— দীপালিৰ কণ্ঠই এদিন অসমৰ সংগীতপ্ৰেমীৰ মন মুহিব। ভবেনে গানৰ সুৰ কৰে, দীপালিয়ে গায়। ভবেনে অসমৰ মাটিৰ সুৰ চিনি পায়। গীতৰ শব্দই শব্দই সি নতুন মূৰ্ছনাৰ সৃষ্টি কৰে। থলুৱা সুৰকে সি আধাৰ কৰি যথাৰ্থ আধুনিক সুৰ আৰোপ কৰে। দীপালিৰ কণ্ঠই সেই সুৰকে বিচাৰে। আকাশবাণী গুৱাহাটী কেন্দ্ৰই দীপালিক তেওঁলোকৰ ষ্টুডিঅ'ৰ মজিয়ালৈ আনিলে। সেই সময়ত আকাশবাণীৰ (তেতিয়া অল ইণ্ডিয়া ৰেডিঅ') অবিৰত চেষ্টাই আছিল প্ৰতিভাৰ সন্ধান। সম্ভাব্য প্ৰতিভা বুটলি আনিছিল আকাশবাণীয়ে। 'এই ছোৱালীজনীয়ে অল ইণ্ডিয়া ৰেডিঅ'ক নতুন মৰ্যাদা দিব', কৈছিল পুৰুষদাই, পুৰুষোত্তম দাসে। নিৰ্মলপ্ৰভা বাইদেৱে (ড° নিৰ্মলপ্ৰভা বৰদলৈ) দীপালিক পাই সাবটি ধৰিলে, 'তোৰ বাবে মই গান লেখিম। তোৰ বাবে।' ধুবুৰীৰ পৰা শদিয়ালৈ অসমৰ সংগীতশ্ৰোতাই দীপালিক বিচাৰিলে। আকাশবাণীৰ মাধ্যমেৰে দীপালিয়ে অসমৰ ৰাইজৰ মন জিনিলে। 'দিৰৈপৰীয়া হাবিতলীয়া ম'হখুঁটিৰ দীপালি অসমৰ দীপালি হ'ল, ৰাইজৰ দীপালি হ'ল। কিন্তু ........ থাওক আৰু সেই কথা । নিৰ্মম নিয়তিৰ হয়তো সহ্য নহ'ল দীপালিৰ সেই জনপ্ৰিয়তা। অসমীয়া জাতিৰ দুৰ্ভাগ্য যে সেই প্ৰতিভা হঠাৎ থমকি ৰ'ল। স্নায়ৱিক ব্যাধিয়ে বৰ অসময়ত তাইক স্তব্ধ কৰি দিলে। দেশ-বিদেশত চিকিৎসা চলিল। অসমৰ ৰাইজ, সেই সময়ৰ অসম চৰকাৰেও তাইৰ সুচিকিৎসাৰ বাবে সম্ভাব্য সঁহাৰি জনালে। কিন্তু.....। নাই, নালাগে আৰু সেই কথা। দীপালিয়ে আজি নিজে গান গাব নোৱাৰে। কিন্তু সুৰ-সংগীতৰ জগতখন তাই আজিও এৰি পেলাব পৰা নাই, নোৱাৰেও। মামনৰ ( বুপাইকণদাদাৰ ছোৱালী সংগীতা বৰঠাকুৰ, বৰ্তমান গোস্বামী) মাজেদিয়েই যেন তাই তাইৰ গীতবোৰ গোৱাব, গাব। তাই তাইৰ কণ্ঠটো মামনকে দিবলৈ বিচাৰিছে। মামনেও পেহীয়েকে বিচৰা বাটটোকে লৈছে। কিন্তু দীপালি দীপালিয়েই। আকাশবাণীৰ প্ৰচাৰিত প্ৰতিটো অসমীয়া গীতৰ অনুষ্ঠান তাই শুনে। সুকণ্ঠী শিল্পীৰ কণ্ঠই তাইক আপ্লুত কৰে। সম্ভাৱনাপূৰ্ণ শিল্পীৰ কণ্ঠই তাইক উল্লসিত কৰে। সেই শিল্পীক তাই স্নেহাশিসেৰে বুৰাই পেলাব খোজে। তাই আশা কৰে—অসমত নতুন নতুন প্ৰতিভাৱান শিল্পী ওলাব। তৰালিৰ কণ্ঠত, মনজ্যোৎস্নাৰ কণ্ঠত তাই প্ৰচুৰ সম্ভাৱনা দেখে। ভাল শিল্পীক প্ৰশংসা কৰিবলৈ তাই বিন্দুমাত্ৰও কাৰ্পণ্য নকৰে। হৃদয়ৰ এই উদাৰতাখিনিয়েই এতিয়া তাইৰ মূল সম্পদ। ডেড় কুৰি বছৰো অধিক হৈ গ'ল তাইৰ কণ্ঠ থমকি ৰোৱাৰ। আক্ষেপ তাই নকৰে। বিধি-লেখন বুলি ধৰি লৈছে। কিন্তু আক্ষেপ কৰে তেতিয়া যেতিয়া 'আধুনিকতা'ৰ নামত অসমৰ গীতিকাৰ-গায়ক-গায়িকাই নিজৰ মাটিৰ সুবাস এৰিব খোজে। শিপা ছিগা গছ বাঢ়িব কেনেকৈ? তাই ভাবে।

নীলই দীপালিক বিয়া কৰাব খোজে। এই প্ৰস্তাৱটোকে লৈ অক' আৰু নীল মোৰ ঘৰলৈ আহিছিল '৭৫ চনৰ দুটি সন্ধিয়াত। 'পোনাদা, মই দীপালিক বিয়া কৰাব খোজোঁ।'

কথাষাৰ কৈয়েই নীলই মোৰ মুখলৈ চাই আছিল। কেইমুহূৰ্তমান ময়ো চাই ৰৈছিলো নীল আৰু অক'ৰ মুখলৈ। দীপালি তেতিয়া আৰু গায়িকা দীপালি হৈ থকা নাছিল। খোজটোও ভালকৈ পেলাব নোৱাৰা অৱস্থা। নীলৰ হাতত তাই তুলিকাডালো তুলি দিব পৰা হৈ থকা নাছিল। কোন সাহসেৰে মই কৈ দিওঁ—'বৰ ভাল কথা। প্ৰস্তাৱটো মই বুপাইকণদাদালৈ পঠিয়াম।' মই ক'লো, "আৱেগেৰে সিদ্ধান্ত নল'বা। আৱেগ শেষ হৈ গ'লে তুমি যদি 'ভুল কৰিলো' বুলি নিজৰ কপালক দোষ দিয়া, তেনেহ'লে আমি কষ্ট পাম। তায়ো *(দীপালিয়ে)* যদি কেতিয়াবা ভাবিবলগীয়া হয় যে তুমি তাইক 'অনুগ্ৰহ' কৰিলা, 'পুতৌ' কৰিলা, তেনেহ'লে কথাটো মাৰাত্মক হ'ব। আকৌ এবাৰ ভাবি চোৱা। তোমাৰ ঘৰখনৰ মতামত লোৱা। দীপালিৰ মতামতো আমি বিচাৰিব লাগিব।" পিছদিনা সন্ধিয়া নীল আৰু অক' পুনৰ আহিল আৰু ক'লে, 'মই মোৰ সিদ্ধান্তত অটল।' মই জানো, নীলই যি ভাবে, সেইটোকে কৰিবলৈ বিচাৰে। কোনে বাঃ বাঃ দিছে, কোনে ফিচিঙা-ফিচিঙি কৰিছে, সেইবোৰৰ হিচাপ নাৰাখে। আনে নকৰা, কৰিবলৈ সংকোচ কৰা, অথচ কৰাটো উচিত বুলি ভবা কাম কৰি আনন্দ পায় নীলই। তাৰ বাবে কিন্তু ঢোল পিটিও নুফুৰে। সেইবাবেই কোনো প্ৰতিকূল পৰিস্থিতিয়েও নীলক উচিত বুলি গৈ থকাৰ বাটৰ পৰা ঘূৰাই আনিব নোৱাৰে। নীলৰ সম্পৰ্কে এইখিনি কথা মই জানো। মই ইয়াকো জানো যে অসমীয়া ৰাইজৰ অতি শ্ৰদ্ধাৰ কবি বিনন্দ চন্দ্ৰ বৰুৱাৰ ঘৰখনো খুবেই উদাৰ আৰু অতি বহল মনৰ। কিন্তু মোৰ এটা ভয় সদায় আছিল-- আপোন পাহৰা নীলপৱনে সংসাৰ চলাব পৰিবনে? দায়িত্ব বুজিবনে? তাতে যদি দীপালিকে সংগী হিচাপে লৈ লয়, তেনেহ'লে তাৰতো দায়িত্ব আৰু বাঢ়িব। দীপালিক মুহূৰ্তৰ বাবেও অকলশৰীয়া কৰি এৰি থৈ যাব নোৱাৰিব। কথাখিনি মই খোলাখুলিকৈ ক'লো। নীলই মাথোন হাঁহিলে। অৱশেষত দীপালিক নীলই বিয়া কৰালে—১৯৭৬ চনৰ ৭ মাৰ্চত। কন্যাদান কৰিলে মোৰ দেউতাই (স্বৰ্গীয় লক্ষ্মীনাথ বৰঠাকুৰ)। এবাৰ মোক হাতখনত ধৰি ককায়েকৰ (দীপালিৰ দেউতাকৰ) ফটোখনৰ ওচৰলৈ লৈ গ'ল। 'চাচোন, ককাইদেউলৈ চা।' দেউতাৰ চকুহাল সেমেকিছিল। তাহানিতে হেৰুওৱা ককায়েকলৈ কিজানি বৰকৈ মনত পৰিছিল। আৰু সেইদিনাই আৱিষ্কৃত হৈছিল দেউতাৰ অসুখৰ কথা। কেন্সাৰ। ডিঙিত। কথাটো মোক জনাইছিল বৰ্তমান তেজপুৰত থকা, আমাৰ পৰিয়ালৰে এজনৰ নিচিনা হৈ পৰা ডাঃ হাদি আলম বৰাই। বিয়াৰ পিছদিনাই দেউতাক আমাৰ মাকুমৰ ঘৰলৈ পঠিয়াই দিলো আৰু তাৰ পৰাই ডাঃ হাদিয়ে দেউতাক অসম মেডিকেললৈ লৈ গৈছিল।

নীলপৱন আৰু দীপালিৰ সংসাৰ হ'ল। সেই সংসাৰে সাতাইশটা বছৰ পূৰ্ণ কৰিলে। নীলপৱনে প্ৰমাণ কৰি দেখুৱালে যে মই আশংকা কৰাৰ ধৰণে নীলপৱন দায়িত্বহীন স্বামী নহয়। বৰং প্ৰতিটো ক্ষণত দীপালিৰ সুখ-দুখৰ প্ৰতি সজাগ। দীপালিয়ে কি দিছে, সেইটো নীলৰ বাবে হিচাপৰ প্ৰয়োজন নাই। সি দীপালিক কি দিব পাৰিছে, সেইটোহে যেন আচল কথা। নীলই হাতত তুলিকা ঠিকেই ৰাখিছে। নতুন নতুন সৃষ্টি কৰি গৈছে। কেৱল কৰ্তব্য বুলি নহয়, আন্তৰিকতাৰে, পত্নীৰ বাবে যিমানখিনি কৰিব পাৰে কৰি

গৈছে। বাট তাৰ সদায় ওখোৰা-মোখোৰা, কিন্তু সেই বাটতো নীলৰ খোজ দৃঢ়। লক্ষ্য আৰু আদৰ্শত অবিচল। বন্ধুৰ পথতো নীলৰ মুখৰ হাঁহি হৈ আছে অম্লান। হৃদয় উদাৰ নহ'লে, মন মুকলি নহ'লে, এই হাঁহি কোনেও মুখত ৰাখিব নোৱাৰে। কোনোদিন কোনো আক্ষেপ নাই, কোনো উষ্মা নাই, ক্ষোভ নাই। নোপোৱাখিনিৰ বাবে হামৰাও কাঢ়িলে কি হ'ব, পোৱাখিনিকে আলফুলে তুলি লোৱা—এয়াই যেন নীলৰ ক'বলগীয়া কথা। নীলপৱনক লগ পোৱাসকলে এই অনুভৱেই কৰিব। ❐

# মোৰ প্ৰিয় গায়িকা দীপালি বৰঠাকুৰক লগ পোৱা সেই দিনবোৰ

ড° মামণি ৰয়ছম গোস্বামী

সেয়া সম্ভৱ ১৯৬০ চনৰ এপ্ৰিল মাহ। মই তেতিয়া কটন কলেজৰ অসমীয়া ভাষাৰ অনাৰ্ছৰ ছাত্ৰী আছিলো। দীপালি মোতকৈ এবছৰ কনিষ্ঠা আছিল। সেই সময়ত মোৰ লগৰ আন আন ছাত্ৰীবোৰৰ ভিতৰত আছিল তেজপুৰৰ নিজৰা, কিৰণ, গুৱাহাটীৰ নিৰ্মালী, মুক্তি দে আদি।এই ছাত্ৰীসকলৰ ভিতৰত দুগৰাকী গানৰ বাবে প্ৰখ্যাত আছিল। তেওঁলোক হ'ল দীপালি বৰঠাকুৰ আৰু মুক্তি দে। দুয়ো শ্ৰেষ্ঠা গায়িকা আছিল। আমি কমন ৰুমত দুয়োকে বহুৱাই লৈ গান শুনিছিলো।

দীপালিৰ কণ্ঠত এক যাদু আছিল। মোৰ ভালদৰে মনত আছে — এদিন ৰাতি জনশূন্য আলিৰে গৈ থাকোঁতে মই হঠাৎ কোনোবা এটা অনুষ্ঠানত দীপালিয়ে গাই থকা গীতৰ সুৰ শুনা পাইছিলো। নিৰ্জন পথত শুনা দীপালিৰ কণ্ঠই এক মধুৰ পৰিৱেশৰ সৃষ্টি কৰিছিল। প্ৰেম আৰু ৰহস্যই ওতপ্ৰোত হৈ সেইদিনা মোৰ মনত এক সংজ্ঞাহীন ভাবনাৰ সৃষ্টি কৰিছিল। মানৱ হৃদয়ৰ এক প্ৰতিধ্বনিয়ে অনেক হৃদয় পোহৰ কৰি তুলিব পাৰে। দীপালিৰ কণ্ঠত সেই ঐশ্বৰিক গুণ আছিল। সেয়ে মই সেই দিনটোৰ কথা কেতিয়াও পাহৰিব নোৱাৰোঁ।

কটনত পঢ়ি থকা সময়ত মাজে-সময়ে দীপালি আমাৰ ঘৰলৈ আহিছিল। মোৰ স্বৰ্গীয়া মা অম্বিকা দেৱীৰ ওচৰত বহি তেওঁ ভাল পোৱা গীত গাইছিল। সংগীতৰ প্ৰতি মোৰ মাৰ অত্যন্ত ৰাপ আছিল। তেওঁ আমাৰ সম্বন্ধীয়া মামা শ্ৰীমান প্ৰফুল্ল গোস্বামীৰ (একালৰ সাংসদ) সৈতে বহি নিজে সুৰ দি ৰবীন্দ্ৰ সংগীত গাইছিল। নিজে টুকি থোৱা ৰবীন্দ্ৰ সংগীতৰ এখন সৰু নোট বহী তেওঁ অহৰহ লগত ৰাখিছিল। মায়ে কৈছিল, দীপালিৰ কণ্ঠই একেবাৰে কঠুৱা হৃদয়ো গলাব পাৰিব। সংগীতে শত্ৰু-মিত্ৰ সকলোকে এক কৰি পেলাব পাৰে। মায়ে ঠিকেই কৈছিল। সেই সময়ত দীপালিৰ কণ্ঠ যিসকলে শুনিছিল, তেওঁলোকে নিশ্চয় কেতিয়াও সেই কণ্ঠ পাহৰিব নোৱাৰে।

কঠোৰ, প্ৰচণ্ড ব্যক্তিত্বসম্পন্ন লোকৰ হৃদয়তো সংগীত প্ৰবাহ অন্তঃসলিলাৰ দৰে কেনেদৰে বৈ থাকে, তাৰ প্ৰমাণ মই ৰামায়ণ অধ্যয়ন কৰি থকা সময়তে অনেক ঠাইত পাইছিলো। মৰিছাছ দ্বীপমালা, ত্ৰিনিদাদৰ পৰ্ট অব স্পেইন চহৰ, বালি দ্বীপ ইত্যাদিত ভ্ৰমণ কৰা সময়ত সেইবোৰ অঞ্চলত ৰামায়ণৰ প্ৰভাৱ দেখিছিলো। ৰামায়ণ আৰু সংগীতৰ বিচিত্ৰ কাহিনী শুনিছিলো।

ভাৰতত এটা কিংবদন্তি প্ৰচলিত আছিল— ৰামায়ণৰ চৰিত্ৰ ৰাৱণৰ বিষয়েও। ৰাৱণ বীৰ আছিল। তেওঁ অনেক ৰাজ্য জয় কৰিছিল। ৰাৱণ কিন্তু ক্ৰূৰ আৰু খুংখাৰ স্বভাৱৰ অহংকাৰী ব্যক্তি আছিল। তেওঁ মানুহৰ ৰক্ত মদিৰাৰ দৰে পান কৰিছিল। দণ্ডকাৰণ্যত মানুহৰ অস্থিৰ পৰ্বত এখনো দেখা গৈছিল। সেইবোৰ আছিল ৰাক্ষসে খাই এৰা মানুহৰ অস্থিপুঞ্জ। এনে এক ৰাক্ষস ৰজা ৰাৱণৰো সংগীতৰ প্ৰতি আছিল প্ৰচণ্ড তৃষ্ণা। এবাৰ হিমালয়ৰ অৰণ্যত ঘূৰি ফুৰোঁতে হঠাৎ কৈলাশ পৰ্বতৰ শিখৰত তেওঁ বাগৰি পৰিল। এটা শিলৰ বুকুত ধৰি কোনোমতে তেওঁ হেনো পৰি নোযোৱাকৈ ওলমি থাকিল। আসন্ন মৃত্যুৰ পৰা নিজকে ৰক্ষা কৰিবলৈ তেওঁ সদাশিৱক বন্দনা কৰি গীত গাবলৈ ধৰিলে। কিন্তু গীতৰ লগত বাদ্যযন্ত্ৰৰো প্ৰয়োজন। সেয়ে ৰাৱণে তেওঁৰ কুৰিখন হাতৰ পৰা এখন হাত এৰুৱাই নিজৰ দহটা মূৰৰ এটা মূৰ কাটি পেলালে। নিজৰ শৰীৰৰ পৰা সিৰ এডালো টানি উলিয়াই আনিলে। কটা মূৰৰ লগত এই সিৰ বান্ধি তেওঁ একতাৰা বাদ্যযন্ত্ৰৰ সৃষ্টি কৰিলে। এই একতাৰা বজাই তেওঁ শিৱক প্ৰাৰ্থনা কৰি গীত গাবলৈ ধৰিলে। এই গীতত সন্তুষ্ট হৈ শিৱই তেওঁক মৃত্যুৰ পৰা ৰক্ষা কৰিলে।

দীপালি বৰঠাকুৰক মই শেষবাৰ লগ পাইছিলো নগাঁৱৰ 'কিশলয়' নামৰ ক্লাবটিয়ে দিয়া এক সম্বৰ্ধনা সভাত। এই সভাত তেওঁৰ বাহিৰেও তেওঁৰ সুযোগ্য স্বামী প্ৰখ্যাত শিল্পী নীলপৱন বৰুৱা, আমাৰ পৰম শ্ৰদ্ধাৰ কবি নৱকান্ত বৰুৱা আৰু মোকো সন্মান জনোৱা হৈছিল। সেইদিনা মই দীপালিৰ শাৰীৰিক অসুস্থতাৰ কথা ভালদৰে বুজি পালো। দীপালিক দেখি মই হৃদয়ত এক যন্ত্ৰণা অনুভৱ কৰিলো। কিয় এনে হ'ল দীপালিৰ? আৰু কত গীতেৰে তেওঁ এই ৰক্তাক্ত পৃথিৱীত অমৃতৰ জোৱাৰ আনিব পাৰিলেহেঁতেন!

মানুহে কয়—হিমালয়ৰ শৃংগত অহৰহ ওংকাৰৰ এক প্ৰতিধ্বনি শুনা যায়। মোৰ ভাব হয়, অসমৰ আকাশতো দীপালিৰ কণ্ঠৰ প্ৰতিধ্বনি চিৰকাল থাকি যাব। তেওঁৰ কণ্ঠ সঁচাকৈয়ে অনন্য আছিল। ❑

# কণমান বৰশিৰে চিপ্....

**গৌতম প্ৰসাদ বৰুৱা**

কবিতা আবৃত্তি কৰিলে আৰু মন আন্দোলিত কৰা গীত শুনিলে মানুহ উজ্জীৱিত হয়। মোৰ এজন আমেৰিকান বন্ধু ব'ব টাকাৰে (স্কুল পৰিদৰ্শক) মন অৱসাদগ্ৰস্ত হ'লে হেনো গীতৰ আশ্ৰয় লয়। 'কান্ট্ৰি মিউজিকে' (আমাৰ লোকগীত জাতীয়) তেওঁৰ মনলৈ হেনো আনি দিয়ে নতুন হিল্লোল। সেয়েহে অতি কায়িক আৰু মানসিক পৰিশ্ৰমৰ পিছত মিচৌৰী প্ৰদেশৰ 'ফেচটাচ্ চিটী'ৰ ঘৰত বহি চি-ডি ৰেকৰ্ড বজাই ব'ব টাকাৰে শুনে শৈশৱত শুনা 'কান্ট্ৰি মিউজিক'। তেওঁৰ হেনো সেই গীতবোৰ শুনি সকলো দুখ-ভাগৰ আঁতৰি পৰে। ব'বৰ ঘৰৰ কাষৰে বৈ যায় মিচিচিপি আৰু মিচৌৰী নদী।

ঠিক তেনে এখন বিশাল নদী লুইতৰ পাৰত থাকি, বিশেষকৈ ব'হাগৰ বতৰত মোৰো মনত প্ৰায়ে খুন্দা মাৰে যৌৱনত শুনা কেইটামান গীতৰ অময়া সুৰ। সেই গীত গাওঁতা শিল্পীগৰাকী হ'ল দীপালি বৰঠাকুৰ। দীপালি বৰঠাকুৰ এটা প্ৰাতঃস্মৰণীয় নাম। তেওঁ প্ৰাতঃস্মৰণীয় পূৰঠ বয়সত হোৱা নাই। তেনেই কুমলীয়া বয়সতে দীপালি আছিল কোকিলকণ্ঠী।

দীপালি বৰঠাকুৰ আমাতকৈ বয়সত ভালেখিনি সৰু। আমি বোধহয় কটনত বি.এ. মহলাত পঢ়ি থাকোঁতে তেওঁ কলেজলৈ আহিছিল প্ৰথম বাৰ্ষিকৰ ছাত্ৰী হিচাপে। তেতিয়াই প্ৰথম দেখিছিলো তেওঁক। পৰিষ্কাৰ-পৰিচ্ছন্ন সাধাৰণ বেশভূষাৰে অসাধাৰণ ব্যক্তিত্ব।

বিস্ময়ত হতবাক হৈ দীপালিৰ গান শুনিছিলো প্ৰথমে কলেজীয়া জ্যেষ্ঠ ছাত্ৰ হিচাপে। 'বন্ধু সময় পালে, আমাৰ ফালে এবাৰ আহি যাবা' বুলি যেতিয়া গীতটো জুৰি যায়, তেতিয়া যেন আমাৰ গাটো শিৰ্‌শিৰাই উঠে। মই নিজে গান গাব নাজানো। কিন্তু ভাল গান শুনি মই ভাল পাওঁ। দীপালিয়ে যেতিয়া 'ব-ন্-ধু-উ-উ-উ-উ' বুলি প্ৰথম 'চি-চাৰ্পত' সুৰটো তোলে, তেতিয়া মই লেখি থাকিলেও মোৰ হাতৰ কলমটো ৰৈ যায়। খুউব সম্ভৱ লিৰিকত থাকিলে বা নাথাকিলেও দীপালিয়ে মাজতে 'বন্ধু' শব্দটো উচ্চাৰণ কৰাৰ ঠিক আগতে অ' শব্দটো যেন লগাই দিয়ে। সেইটো বোধহয় তেওঁৰ 'গায়কীৰ' বিশেষ মাত্ৰাহে আছিল। অপূৰ্ব কণ্ঠস্বৰ আছিল দীপালিৰ।

সেইখিনি সময়ত গুৱাহাটীত বহুত বিশিষ্টা গায়িকাৰ পয়োভৰ আছিল। তেতিয়া সুললিত গান গোৱা ছোৱালী আৰু মহিলাৰ মাজত আছিল গুণদা দাস, শেৱালি দেৱী, স্বৰ্গীয়া সুৰগা শইকীয়া, লক্ষহীৰা দাস, তুলিকা দাস, মায়াৰাণী দাস, মৃদুলা দাস, মিনতি ভৰালী আৰু বীণা ভাগৱতী প্ৰমুখ্যে বহুতো। প্ৰত্যেক গৰাকী আছিল নাম কৰা সুনিপুণ

শিল্পী। হঠাৎ দীপালি এই সুনিপুণ শিল্পীৰ জগতখনলৈ আহিল হিল-দ'ল ভাঙি শিৱসাগৰৰ পৰা। গুৱাহাটীৰ সংস্কৃতিৰ বৰঘৰত এজাক মলয়া বতাহ যেন বৈ গ'ল।

খোজ লাহেকৈ দিবি সখী
খোজ লাহেকৈ দিবি
ঘাট পিছল চাবি সখী
খোজ লাহেকৈ দিবি ।

জাকৈ লাহেকৈ বাবি সখী
জাকৈ লাহেকৈ বাবি
সোণে খৰকৈ বজায় পেপাঁ
মন পিছলে চাবি ।।

দীপালিয়ে গাই থকা গীতটো শুনি শুনি অন্যমনস্ক হৈ যাওঁতে যেন আমাৰ ভৰি পিছলি পৰিছিলেই. ., ভাগ্যেহে যেন নপৰিলো। গান শুনি শুনি মচগুল হৈ পৰি পিছত গম পাইছিলো" যে এই অপূৰ্ব গানটো সুৰ সংযোজন কৰিছিল বীৰেনদাই অৰ্থাৎ স্বৰ্গীয় বীৰেন ফুকনে। বহুতে কয়—এই গীতটোৰ মাজত লুকাই আছে উত্তৰ প্ৰদেশ অঞ্চলৰ পাহাৰীয়া সুৰ। মই গানটোত ক'ৰ মূল আছে নাজানো। জানিবও খোজা নাছিলো কাহানিও। গানটো শুনি পুলকিত হৈছিলো। সেয়েহে শুনিছিলো বাৰে বাৰে।

কলেজত পঢ়ি থাকোঁতে মই ৰেডিঅ'ত ঘোষক হিচাপে বহুতো দিন কাম কৰিছিলো। মোৰ লগত সেই সময়ত কাম কৰা আন কেইজন মোৰ বন্ধু আছিল— ঈশান বৰুৱা, ধীৰদা ভূঞা, নীৰেন বৰুৱা আৰু সদ্য প্ৰয়াত প্ৰফুল্ল শইকীয়া। প্ৰফুল্ল আমাতকৈ বেছ সৰু আছিল। মনে-প্ৰাণে শিল্পী। আজৰি সময়ত ৰেডিঅ'ৰ লাইব্ৰেৰীৰ পৰা আমি তিনিজন শিল্পীৰ গান শুনিছিলো— খগেন মহন্ত, দীপালি বৰঠাকুৰ আৰু বীৰেন্দ্ৰনাথ দত্ত। এওঁলোকৰ গীতবোৰে আমাৰ মনত হিল্লোল তুলিছিল। বীৰেন্দ্ৰনাথ দত্তৰ সুৰত দীপালিয়ে কেইটামান বিখ্যাত গান গাইছিল। তাৰ ভিতৰত আটাইতকৈ সুমধুৰ গীতটো হ'ল 'কণমান বৰশীৰে চিপ্'।

প্ৰকৃততে কলেজত পঢ়া দিনৰে পৰা দীপালি আছিল 'চেলিব্ৰিটী'। তেওঁৰ নিখুঁত উচ্চাৰণ, গান পৰিৱেশন কৰাৰ বিশেষ ভংগী আৰু সুৰৰ মায়াজাল গুঁঠিব পৰা ক্ষমতাৰ বাবে তেওঁ গোৱা গীতসমূহ যুগান্তকাৰী হৈছিল। প্ৰথমে বোধকৰো তেওঁৰ ককাইদেৱেক ভবেন বৰঠাকুৰৰ পৰাই পাইছিল অপৰিসীম গীতৰ সমল।

কলেজীয়া দিনত আমি দীপালিৰ গান শুনিছিলো— বিশেষ বিশ্লেষণ কৰি নহয় (বিশ্লেষণ কৰিব পৰা ক্ষমতাও আমাৰ নাছিল), শুনিছিলো গানখিনি শুনি আমাৰ ভাল লগাৰ কাৰণেহে। আমাৰ অন্তৰ আত্মাত হেন্দোলনি তুলি গৈছিল দীপালিৰ গানবোৰে।

যোৱা প্ৰায় তিনি দশক কাল অসমৰ বাহিৰত আমি বসবাস কৰাৰ বাবে দীপালি

বৰঠাকুৰৰ লগত মোৰ বিশেষ সংযোগ নাছিল। কিন্তু বন্ধু-বান্ধৱৰ যোগে তেওঁলোকৰ খবৰ নিয়মিতৰূপে আমি পাই আছিলো। এতিয়াৰ দুজন বিখ্যাত শিল্পী বেণু মিশ্ৰ আৰু নীলপৱন বৰুৱা মোৰ স্কুলীয়া দিনৰে বন্ধু। নীলপৱন আজিও মোৰ বিশেষ বন্ধু। তেখেত শান্তিনিকেতনত পঢ়া বাবে আৰু প্ৰায়ে কলিকতাৰ লগত তেখেতৰ সংযোগ থকা বাবে মোৰ লগত বিশেষ আত্মীয়তা গঢ়ি উঠাত সহায় হৈছিল। নীলপৱনে 'টেৰাকোটা'ৰ বিভিন্ন শিল্পৰ ফৰ্মৰ ওপৰত পৰীক্ষা-নিৰীক্ষা কৰিছিল। তেওঁ মোক দান কৰা টেৰাকোটাৰ এটা সৰু কিন্তু বিশিষ্ট মডেলে এতিয়াও মোৰ ঘৰ শুৱনি কৰিছে। মই ষাঠিৰ দশকৰ শেষৰা সত্তৰ দশকৰ মাজলৈকে ইণ্ডিয়া কাৰ্বনত চাকৰি কৰোঁতে নীলপৱন তাত শিল্পকৰ্মৰ শিক্ষক আছিল। তেওঁৰ সেই কণমানি ছাত্ৰহঁত আজি দেশে-বিদেশে বিচৰণ কৰিছে গ্ৰাফিক বিশেষজ্ঞ হিচাপে। সেয়া যে কিমান আনন্দৰ কথা।

নীলপৱন বন্ধুবৎসল। এসময়ত নিৰাকাৰ সৌৰভ কুমাৰ চলিহাক সাকাৰ কৰিবলগীয়া হওঁতে মোৰ মনলৈ আহিছিল এজন মানুহৰ নাম— নীলপৱন। মোৰ ব্যক্তিগত অনুৰোধত নীলপৱনে আঁকিছিল ব্যক্তি সৌৰভ কুমাৰ চলিহাৰ কল্পিত প্ৰতিকৃতি। দেশ-বিদেশত সৌৰভ কুমাৰ চলিহাৰ প্ৰতিকৃতি হিচাপে সেইখন পেইণ্টিঙেই প্ৰচাৰ হৈছিল।

গুৱাহাটীৰ জজ ফিল্ডত নীলপৱনৰ এটা চিত্ৰশালা আছিল। আমি গধূলি সময়ত তাতে গৈ বহিছিলো, বিভিন্ন কথা পাতিছিলো। আমাৰ আড্ডা প্ৰায়েই জমি উঠিছিল। মোৰ এখন ভ্ৰমণ কাহিনী 'দেশে দেশে নানা ৰঙ'ত পেৰিছৰ ম'মাৰ্তলৈ যাওঁতে নীলপৱনলৈ কেনেকৈ বাৰে বাৰে মনত পৰিছিল, সেই বিষয়ে সবিশেষ লেখিছোঁ। চালভেদৰ ডালীয়ে তাত অতিক্ৰম কৰা কষ্টকৰ জীৱনৰ দৰে নীলপৱনো জীৱনৰ দুখ-কষ্টৰ সন্মুখীন হৈছিল বহুবাৰ। কিন্তু তেওঁ হতাশ হোৱা নাছিল। জীৱনৰ প্ৰতি এই ইতিবাচক সঁহাৰিয়েই হ'ল তেওঁৰ প্ৰকৃত অমূল্য সম্পদ। জীৱনৰ পৰিপূৰ্ণতাক সজীৱকৈ চাব পৰা দৃষ্টিভংগীৰ জোৰেই দীপালি আৰু নীলপৱনৰ অন্তৰাত্মাৰ মিলনৰ মূল কথা। দুয়ো দুয়োৰে পৰিপূৰক।

কোনে কয় দীপালিৰ কণ্ঠ ৰোধ হৈ গ'ল? যি কণ্ঠই হাজাৰজনৰ মন জয় কৰিব পাৰে, দোলা দি যাব পাৰে আৰু উজ্জীৱিত কৰিব পাৰে— সেই কণ্ঠস্বৰ বিজয়ীৰ কণ্ঠস্বৰ। পৰাভূত কেতিয়াও হ'ব নোৱাৰে।

দীপালিৰ কণ্ঠস্বৰ জীয়াই আছে নতুন প্ৰজন্মৰ মাজত। দীপালিৰ দৰে যেতিয়া গান গাবলৈ নতুন শিল্পীয়ে প্ৰয়াস কৰা দেখোঁ, তেতিয়া মোৰ ভাব হয়— সেয়া যেন দীপালি নিজে মাইকৰ সন্মুখত থিয় দিছে। আগত হাজাৰ দৰ্শক। সেই স্বভাৱসিদ্ধ থিয় হোৱাৰ ভংগী, হাৰমনিয়ামত ককায়েকৰ হাতৰ পৰশ আৰু মই যেন শুনিছোঁ সেই অপূৰ্ব কণ্ঠৰে নিগৰি অহা গীতটো—

সোণৰ খাৰু নালাগে মোক<br>
বিয়াৰ বাবে আই .........।

যেতিয়া সম্বিত ফিৰি আহে, তেতিয়া অনুভৱ কৰোঁ মই অসমত নাই। এতিয়া সেই কুৰি বছৰৰ ডেকা হৈয়ো থকা নাই। এতিয়া মোৰ বয়স বাষষ্ঠি। সেই ঊনৈশ-বিশ বছৰতে শুনা গীতটোৱে এতিয়াও আমাৰ মনত এনেকৈয়ে দোলা দি যায়। সেয়েহে মই কওঁ— দীপালিৰ কণ্ঠ ৰোধ হোৱা নাই। হৈছে উত্তৰণ।

মাত্ৰ ২৭ বছৰ বয়সত দীপালি 'মটৰ নিউৰণ' ব্যাধিত আক্ৰান্ত হ'ল। কিন্তু সেই বিখ্যাত প্ৰশান্ত হাঁহিটো দীপালিৰ মুখত আজিও আছে। কেই বছৰমান আগত আশ্ৰমৰ লেখীয়া তেখেতসকলৰ ঘৰলৈ যাওঁতে দীপালিয়ে আমাক হাঁহি মুখেই খন্তেকৰ বাবে হ'লেও মাত দি গ'ল। তেওঁক দেখি ভাবিলো— ব্যাধিয়েও নিৰাশ কৰিব নোৱাৰা এই সজীৱতাৰ মূল কাৰণ কি? বোধহয় সযত্নে লালিত, নিৰাশ নোহোৱা জীৱনবোধ আৰু নিজৰ ওপৰত থকা অপৰিসীম বিশ্বাস। ঠিক সেই বৰশীৰ সৰু কণমান চিপটোৰ দৰে। কণমান চিপটোৰ ভৰসাতেই মানুহে টানি তোলে বিশালকায় মৎস্য।

মিনিয়াপলিচৰ পৰা মিলওৱাকিলৈ আমি গাড়ীৰে গৈ আছোঁ। লখিমী, মই আৰু আমাৰ বোৱাৰী স্মিতা। হঠাৎ ড্ৰাইভাৰৰ চিটত বহি গাড়ী চলাই যোৱা আমাৰ কুৰি বছৰ পাৰ হওঁ হওঁ হোৱা ল'ৰাই 'দেউতা, এটা গান শুনা' বুলি টেপ্-ৰেকৰ্ডাৰটো টিপি দিলে। ভাহি আহিল—

পিয়াহ লাগি বন্ধু তুমি
নুখুজিবা পানী
খাল-বিলৰ ঘোলা পানী
নিদিওঁ তোমাক আনি।.....

বন্ধু
সময় পালে আমাৰ ফালে
এবাৰ আহি যাবা। ❑

# যুৰীয়া তৰা

প্ৰতাপ গোস্বামী

জীৱিত কালত গুণীজনক স্বীকৃতি দিয়াত আমি অসমীয়াবোৰ বৰ কৃপণ। প্ৰাচ্যবিদ্যাৰ্ণৱ পণ্ডিত কৃষ্ণকান্ত সন্দিকৈৰ জীৱিত কালত অহোপুৰুষাৰ্থ কৰিও তেখেতৰ অভিনন্দন/ সম্বৰ্ধনা গ্ৰন্থ এখন তেখেতৰ হাতত তুলি দিব নোৱাৰাত সন্দিকৈদেৱৰ বিয়োগৰ পিছত সেইখনেই স্মাৰক গ্ৰন্থৰূপে প্ৰকাশিত হ'ল। শেহতীয়াকৈ গুণীৰ গুণ বুজা লোক আমাৰ মাজত আৱিৰ্ভাৱ হোৱাটো শুভ লক্ষণ। ইয়াৰ ফলস্বৰূপে সাহিত্যাচাৰ্য যতীন্দ্ৰনাথ গোস্বামী, পদ্মভূষণ চৈয়দ আব্দুল মালিক, বিশিষ্ট বুদ্ধিজীৱি ড° হীৰেন গোহাঁই আদি কেইগৰাকীমান ব্যক্তিৰ অভিনন্দন গ্ৰন্থ তেখেতসকলৰ জীৱিত কালত প্ৰকাশ হৈ ওলোৱাটো আনন্দৰ কথা। ঠিক সেইদৰে অসমৰ দুগৰাকী সু-সন্তান ক্ৰমে মানৱদৰদী শিল্পী নীলপৱন বৰুৱা আৰু তেওঁৰ পত্নী, এসময়ৰ কোকিলকণ্ঠী গায়িকা, পদ্মশ্ৰী দীপালি বৰঠাকুৰৰ এখন অভিনন্দন গ্ৰন্থ প্ৰকাশ কৰিবলৈ লোৱাটো অতি সময়োপযোগী আৰু প্ৰশংসনীয় কথা হৈছে।

ললিত-কলা বিষয়ত এধানমানো জ্ঞান নথকাকৈ নীলপৱনৰ শিল্প-কৰ্মৰ বিষয়ে আলোচনা আগবঢ়াবলৈ যোৱাটো ধৃষ্টতাহে হ'ব। সেয়ে তেওঁৰ সৈতে কটোৱা কেইটিমান অন্তৰংগ মুহূৰ্তৰ কথাকে লিখিবলৈ লৈছোঁ। ১৯৪৯-৫০ চনৰ কথা। যোৰহাট পলিটেক্‌নিক্ স্কুলত আমি নৱম শ্ৰেণীত পঢ়ি থাকোঁতে নীলই সপ্তম শ্ৰেণীত নাম লগাইছিলহি। তেওঁৰ দদায়েক বিজয় প্ৰকাশ বৰুৱা তেতিয়া একে বিদ্যালয়ৰে অষ্টম শ্ৰেণীৰ ছাত্ৰ। সৰু হ'লেও নীলপৱনো আমাৰ লগ হ'ল। বিদ্যালয়ৰ বিভিন্ন অনুষ্ঠানত দুয়ো সক্ৰিয় অংশগ্ৰহণ কৰাত আমাৰ সংগী হৈ পৰিল। সেয়াই আছিল আমাৰ সম্পৰ্কৰ আৰম্ভণি। ১৯৫৬ চনৰ পৰা কৰ্মসংস্থানৰ কাৰণে মই মৰিয়নিত থাকিবলৈ ল'লো। নীলও তেওঁৰ খুড়াক স্বৰ্গীয় নৰেন্দ্ৰ নাথ বৰুৱাৰ ঘৰত থাকিবলৈ লোৱাত আমাৰ ঘনিষ্ঠতা বাঢ়িল। মৰিয়নিত থকা সময়ত তেওঁ প্ৰায় প্ৰতি সন্ধিয়াতে কাটনিবাৰী চাহ বাগিচাত থকা আমাৰ ঘৰলৈ আহিছিল। খেয়ালী মনৰ নীল, কেতিয়াবা বন-বিৰিখ, নদী-পাহাৰ, চৰাই-চিৰিকটিৰ প্ৰেমত বিভোৰ হৈ ওলাই গৈছিল সকলোৰে অজানিতে। ঘূৰি আহি তাৰ অভিজ্ঞতা-উপলব্ধি-আনন্দৰ কথা আমাক হিয়া উজাৰি কৈছিল।

তেতিয়াৰ এটা কথা মনত পৰিলে আজিও মোৰ হাঁহি উঠে । এবাৰ আমি এখন থিয়েটাৰ পাতিছিলো। দৃশ্যপটৰ পৰিকল্পনা আছিল মোৰ। যোৰহাটৰ পৰা এজন শিল্পী নি চিত্ৰ অঁকালো। নীলই চাবলৈ বিচাৰিলে। তেওঁক দেখুৱাবলৈ নি ক'লো — 'শিল্পীজনৰ হাতখন ভাল; পিছে হাতখনৰ লগতে *(সোঁহাতৰ তৰ্জনী আঙুলিৰে মোৰ কাণখনৰ ওপৰত খুটিয়াই ক'লো)* এইটোও লাগে বুজিছা।' বহু দিনৰ পিছত নীলপৱন শান্তিনিকেতনৰ পৰা

পঢ়ি থকাৰ মাজতে এবাৰ আহিছিল আৰু পুনৰ সেই দৃশ্যপটটো চাবলৈ বিচাৰিলে। তেওঁক ৰংগমঞ্চলৈ লৈ গ'লো। তেওঁ সেইখন চাই ক'লে—'প্ৰতাপদা, ছবিখন প্ৰথমবাৰ চাবলৈ আহোঁতে আপুনি এষাৰ কথা কৈছিল আৰু মই ভাবিছিলো ছবি আঁকিবলৈ আকৌ মূৰটো কেলেই! এতিয়া হাঁহি উঠিছে—প্ৰকৃততে ছবি আকোঁতে হাতখনতকৈয়ো মূৰটোৱেহে বেছি কাম কৰে।'

তেওঁৰ ভুৱন ভুলোৱা ভলভলীয়া হাঁহিটোৱে ভাৰাক্ৰান্ত লোকৰ অন্তৰতো আনন্দৰ জোৱাৰ তোলে। আশীৰ দশকত চাকৰি সূত্ৰে মই বিশ্বনাথ চাৰিআলিত। তেতিয়াই নীলপৱন বৰুৱাৰ এখন চিত্ৰ প্ৰদৰ্শনী পতা আৰু দীপালি বৰঠাকুৰক সম্বৰ্ধনা জনোৱাৰ বিষয়ে নীলপৱনৰ লগত আলোচনা কৰিছিলো। শাৰীৰিক অসুস্থতা হেতুকে দীপালি যাব নোৱাৰাত মনতে বৰ দুখ পাই আছিলো। পিছত যোৰহাটলৈ আহি যোৰহাট পেনোৰামাৰ উদ্যোগত দুয়োকে সম্বৰ্ধনা জনাবলৈ পাই কৃতাৰ্থ হৈছিলো। উক্ত অনুষ্ঠানত যোৰহাটৰ বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠান আৰু সংগঠনে যি বিপুল সঁহাৰি জনালে, সি শিল্পীযুটিৰ জনপ্ৰিয়তা আৰু তেওঁলোকলৈ থকা অকৃত্ৰিম শ্ৰদ্ধা, মৰম, প্ৰীতিৰেই প্ৰতিফলন।

'সোণৰ খাৰু নেলাগে মোক' গীতটিৰ গায়িকা, 'ৰূপ-কথাৰ পৰী', 'বুলবুল', 'কোকিলকণ্ঠী' আদি নামেৰে পৰিচিত এই গৰাকী শিল্পীয়ে প্ৰায় দুটা দশক ধৰি (১৯৪৭-৬৮) অসমৰ গীতৰ মঞ্চত আলোড়ন সৃষ্টি কৰিছিল। মাত্ৰ একুৰি সাত বছৰ বয়সতে 'মটৰ নিউৰণ' ব্যাধিয়ে কেৱল শিল্পীগৰাকীকেই চিৰদিনৰ বাবে কণ্ঠ ৰোধ কৰি যোৱা নাই, বাক্‌ৰুদ্ধ কৰিলে শিল্পীগৰাকীৰ হাজাৰ হাজাৰ গুণমুগ্ধ শ্ৰোতাকো। নিজান পৰিল অসমৰ আকাশ-বতাহ। যিসকলে এই শিল্পীগৰাকীয়ে গীতৰ সভাত গীত-পৰিৱেশন কৰা শুনা নাই, দেখা নাই, সেইসকলেও তেওঁৰ বাণীবদ্ধ গীতৰ লহৰ শুনি মুগ্ধ নহৈ পৰা নাই। সেয়ে জীৱিত কালতে কিংবদন্তীত পৰিণত হোৱা এই শিল্পীগৰাকীক ১৪.৪.৯৮ তাৰিখে নতুন দিল্লীত ভাৰতৰ ৰাষ্ট্ৰপতি কে.আৰ.নাৰায়ণনে পদ্মশ্ৰী উপাধি প্ৰদান কৰে। কিন্তু এই বঁটা গ্ৰহণ কৰিবলৈ শ্ৰীমতী বৰঠাকুৰ মঞ্চলৈ উঠি যাব নোৱাৰিলে। ৰাষ্ট্ৰপতিয়েহে মঞ্চৰ পৰা অৱৰোহণ কৰি হুইল ছেয়াৰত বহি থকাতে শিল্পীগৰাকীক পদ্মশ্ৰী সন্মানেৰে সন্মানিত কৰে।

অসম আৰু অসমীয়াক কেন্দ্ৰীয় চৰকাৰে সদায় দেখুৱাই অহা অৱজ্ঞাৰ অভিযোগটো কেৱল আমি সংকীৰ্ণমনা অসমীয়ামখাৰে অভিযোগ নহয়, দিল্লীবাসীৰো। ১৪.৪.৯৮ তাৰিখৰ হিন্দুস্তান টাইম্‌ছত দিল্লীৰ প্ৰতিনিধি পুনম যোশীয়ে দীপালি বৰঠাকুৰক পদ্মশ্ৰী প্ৰদান সম্পৰ্কত লিখিছিল—'পলমকৈ হ'লেও অসমৰ কোকিলকণ্ঠী গায়িকাই প্ৰাপ্য সন্মান পালে'। তেওঁ আৰু লিখিছিল 'মহাবাহু ব্ৰহ্মপুত্ৰ, এশিঙীয়া গঁড়ৰ বিচৰণ ভূমি আৰু ভূপেন হাজৰিকাৰ লগতে অসমখন এইগৰাকী কোকিলকণ্ঠী গায়িকাৰ কাৰণেও জনাজাত। শিল্পীগৰাকীৰ কণ্ঠৰোধ হোৱাৰ তিনিটা দশকৰ পাছতহে কেন্দ্ৰই স্বীকৃতি জনোৱাটো অৱশ্যে এক সম্পূৰ্ণ বেলেগ প্ৰসংগ।' তেখেতৰ এই তীৰ্যক মন্তব্য প্ৰণিধানযোগ্য।

১৯৬০ চনত যোৰহাটত অনুষ্ঠিত সদৌ অসম আন্তঃমহাবিদ্যালয় সংগীত

প্রতিযোগিতাত শ্ৰেষ্ঠা গায়িকাৰ সন্মান অৰ্জন কৰা দীপালিক ১৪.১১.৯৯ তাৰিখে যোৰহাট পেনোৰামাই যোৰহাট জিলা পুথিভঁৰাল প্রেক্ষাগৃহত ৰাজহুৱা সম্বৰ্ধনা জনায়। শৈশৱৰে পৰা লাজকুৰীয়া, বিনয়ী আৰু প্রচাৰবিমুখ শিল্পীগৰাকীয়ে যোৰহাটত আয়োজন কৰা এই সম্বৰ্ধনাৰ বিষয়ে আন্তৰিকতাৰে কৈছিল—'এহ। এইবোৰনো কিয় কৰিছে? মই লাজ পাওঁ, বেয়া পাওঁ।'

শৈশৱৰ স্মৃতি ৰোমন্থন কৰি দীপালিয়ে তেতিয়াৰ সৰ্ববৃহৎ শিশু অনুষ্ঠান মইনা মেলৰ কথা কৃতজ্ঞতাৰে স্মৰণ কৰি কয়—'১৯৪৭ চনতেই মইনা মেলৰ যোগেদি মঞ্চত প্ৰথম লোকগীত আৰু ভক্তিমূলক গীত পৰিৱেশন কৰোঁ। গীতৰ প্ৰাথমিক পাঠ আহৰণৰ বছৰকেইটাত মোৰ পথপ্ৰদৰ্শক আছিল সৰু ককাইদেউ, বিখ্যাত গীতিকাৰ ভবেন বৰঠাকুৰ আৰু প্ৰখ্যাত সাহিত্যিক, শিক্ষাবিদ, অসমীয়া সংস্কৃতিৰ ধাৰক আৰু বাহক, পৰাগধৰ চলিহাদেৱ । ১৯৪৭-৫৭ৰ দশকটোত অসমৰ বিভিন্ন মঞ্চত গীত পৰিৱেশন কৰিবলৈ সুযোগ পাওঁ। অসম সংগীত নাটক অকাডেমীয়ে ডিব্ৰুগড়ত আয়োজন কৰা সংগীত সমাৰোহত অংশ গ্ৰহণ কৰি শ্ৰেষ্ঠা গায়িকাৰ সন্মান লাভ কৰোঁ। হয়তো মোৰ বয়সৰ বাবেই সহৃদয় ৰাইজৰ পৰা পোৱা বিপুল সমাদৰ, স্বীকৃতি, উৎসাহ-উদ্দীপনাত মই বৰ আৱেগবিহ্বল আৰু মাজে মাজে বিস্ময়াভিভূত হৈ পৰিছিলো।'

'লাচিত বৰফুকন' বোলছবিত গীতত কণ্ঠদান কৰা দীপালি বৰঠাকুৰক কলকাতাৰ 'হিজ মাষ্টাৰ্ছ ভইচ' গ্ৰামোফোন কোম্পানীয়ে আমন্ত্ৰণ কৰি কেইবাখনো গ্ৰামোফোন ৰেকৰ্ড বাণীবদ্ধ কৰিছিল।

অতি বিস্ময়কৰ কথা যে তেওঁ এতিয়া আৰু গাব নোৱাৰা হোৱাত কোনো দুশ্চিন্তা নকৰে। "ই ইমান পুৰণি হৈ গ'ল যে মই এতিয়া ইয়াক 'পিছৰ জনম' বুলি গ্ৰহণ কৰিছোঁ। এই দুৰ্দশা আৰম্ভ হওঁতেই মই পৰিস্থিতিটোৰ লগত খাপ খুৱাই ল'বলৈ যত্নপৰ হৈছিলো। কাৰণ মই জানিছিলো, ওৰে জীৱন আনৰ বোজা হৈ অকলশৰীয়া জীৱন যাপন কৰিব লাগিব। কিন্তু হঠাতে এক নতুন অধ্যায়ৰ সূচনা হ'ল আৰু মোৰ জীৱনে নতুন দিশ ল'লে। মোক ডাঙৰ ককাইদেৱে 'এজন যুৱক তোমাক বিয়া কৰোৱাৰ প্ৰতি আগ্ৰহী' বুলি কওঁতে যুৱকজনক পাগল বুলিয়েই ভাবিছিলো। নহ'লে মোৰ নিচিনা এজনীক কিয় বিয়া কৰাবলৈ আহিব? মই যে গীত গাব নোৱাৰোঁ আৰু থিয় হ'ব নোৱাৰোঁ, সেয়া তেতিয়ালৈ নিশ্চিত হৈ পৰিছিল। ৰোগটো ক্ৰমান্বয়ে বেয়াৰ ফাললৈ যোৱাৰেই সম্ভাৱনা বেছি। তেনে অৱস্থাত ............। তেওঁক এদিন লগ পালো আৰু অনন্য বুলি বুজিলো।"

দীপালিৰ লগত বিয়াৰ সম্পৰ্কে শ্ৰীবৰুৱাই কয়— 'তেওঁ একেবাৰে নিস্পৃহ। কিন্তু মই জোৰকৈ ধৰিলো। মোৰ জীৱনটো বৰ দ্ৰুত গতিত পাৰ হ'বলৈ ধৰিছে। মোক এডাল ব্ৰেক লাগে। তেওঁ সহযোগ কৰিলে আৰু সকলো সুস্থিৰ হৈ পৰিল।'

কণ্ঠৰোধকাৰী ব্যাধিৰ কথা স্মৰণ কৰি শ্ৰীমতী বৰঠাকুৰে কয়— 'সহৃদয় ৰাইজ আৰু চৰকাৰৰ সহায়ত মোক চিকিৎসাৰ কাৰণে প্ৰথমে কলকাতালৈ আৰু তাৰ পিছত ডাবলিনৰ(আয়াৰলেণ্ড) ৰিচমণ্ড হাস্পতাললৈ লৈ গৈছিল। কিন্তু মই আকৌ গীত গাব

পৰা হৈ নুঠিলো।' ধ্বনিকবি আৰু অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি বিনন্দ চন্দ্ৰ বৰুৱাৰ জ্যেষ্ঠ পুত্ৰ নীলপৱন বৰুৱাই কয়, 'তেওঁ আকৌ গীত গাব নোৱাৰাটো বৰ দুৰ্ভাগ্যৰ কথা হ'ল। কিন্তু এয়াই নিয়তি। তাক আপুনি বাধা দি ৰাখিব নোৱাৰে। নিজে গীত ৰচনা কৰিব পৰা হ'লে তেওঁ বহুত ভাল হৈ গ'লহেঁতেন । মই শুনিছোঁ, জানিব পাৰিছোঁ, দীপালিৰ নিচিনা এগৰাকীয়ে ব্যৱহাৰ কৰিব পৰা কম্পিউটাৰ আৰু অন্যান্য শৈলী আছে। কিন্তু আমি বৰ পিছপৰা আৰু অতি সাধাৰণ মানুহ। এইবোৰ সুবিধা আমি ঢুকি পোৱাৰ বাহিৰত। আমাৰ সন্তুষ্টি ইমানেই যে আমি সুখী।'

আজিৰ যুগতো 'সন্তুষ্ট' আৰু 'সুখী' বুলি দাবী কৰিব পৰা বিৰল গুণৰ অধিকাৰী বৰুৱা-দম্পতীলৈ আমাৰ আন্তৰিক অভিনন্দন থাকিল। তেওঁলোকৰ অনাগত দিনবোৰ অধিক সুখময়, অধিক আনন্দময় হওক, তাকে কামনা কৰিলো। ❒

# মোৰ স্মৃতিত দীপালি

বীণা দে

দীপালি বৰঠাকুৰ—কেৱল নামতেই যাৰ পৰিচয়। কি সুৱদি কণ্ঠ ! কি সুন্দৰ উচ্চাৰণ ! কি সাৱলীল গতি ! কি নাই দীপালিৰ গীতত ? তাইৰ কণ্ঠত যেন যাদু আছে, যি যাদুৰ পৰশত কথাবোৰ সুৰ হৈ নিগৰি ওলাই আহে।

স্কুলত পঢ়ি থকা দিনৰে পৰা দীপালিৰ লগত মোৰ নিবিড় সম্বন্ধ। শিৱসাগৰৰ ফুলেশ্বৰী স্কুলত পঢ়ি থকা দিনতে প্ৰথম তাইৰ গীত শুনিছিলো—

সুন্দৰ তুমি চিৰ সুন্দৰ
সুন্দৰ দেৱতা মোৰ।

কোনো যন্ত্ৰ আদি নোহোৱাকৈ শিক্ষয়িত্ৰী বাইদেউসকলৰ অনুৰোধ ৰাখি গাইছিল। এনে লাগিছিল যেন আকুল আৱেগেৰে ভগৱানৰ চৰণতহে অৰ্পণ কৰিছিল গীতটি। সকলোৰে অন্তৰ পৰশি যোৱাকৈ গীত গাব পৰা কণ্ঠৰ অধিকাৰী আছিল তাই সৰুৰে পৰাই। স্কুলত পঢ়ি থকা তাহানি দিনতে শিৱসাগৰত আমি একেলগে গান-বাজনা কৰিছিলো, গীত গাইছিলো বহুতো অনুষ্ঠানত। সেউজকোঁৱৰ পৰাগ চলিহাদেৱৰ ৰচিত আৰু সুৰাৰোপিত 'চাৰি হেজাৰ বছৰৰ অসম'ৰ প্ৰায়খিনি গীতেই আমি একেলগে গাইছিলো।

ইয়াৰ উপৰিও ভগৱতী প্ৰসাদ বৰুৱা ঘূৰণ ৰংগমঞ্চ আনুষ্ঠানিকভাৱে মুকলি কৰাৰ দিনাও নাট্য-মন্দিৰত আমি একেলগে গীত পৰিৱেশন কৰিছিলো। সেইদিনা ৰাইজৰ মাজত উপস্থিত আছিল প্ৰখ্যাত নাট্যকাৰ স্বৰ্গীয় ইন্দ্ৰেশ্বৰ বৰঠাকুৰ আৰু সুসাহিত্যিক স্বৰ্গীয় অতুল চন্দ্ৰ হাজৰিকাদেৱ। সেইদিনাৰ অনুষ্ঠানটো খুব গাম্ভীৰ্যপূৰ্ণ আৰু আকৰ্ষণীয় আছিল। উপস্থিত সকলোৱে দীপালিৰ গীতৰ উচ্চ প্ৰশংসা কৰিছিল। সেইদিনাৰ গীত-মাতখিনি আমি পৰিৱেশন কৰিছিলো সেউজকোঁৱৰ স্বৰ্গীয় পৰাগ চলিহাৰ (বনদাদা) তত্ত্বাৱধানত। তদুপৰি 'সেউজীয়া সমাজ সংগীত বিদ্যালয়'ৰ নানান অনুষ্ঠানত আমি একেলগে গীত-মাতসমূহত অংশ গ্ৰহণ কৰিছিলো। শিৱসাগৰৰ 'জ্যোতি সংঘ'ৰ নানান অনুষ্ঠানতো আমি একেলগে গান গাইছিলো। সেই সময়ত 'জ্যোতি সংঘ' এটি লেখত ল'বলগীয়া নাম আছিল। এইদৰে প্ৰায়বোৰ অনুষ্ঠানতেই সেই সময়ত আমি একেলগে গীত গাইছিলো।

তাৰ পিছত মই বিয়া হৈ গুৱাহাটীলৈ গুচি আহিলো। দীপালিৰ লগত এৰাএৰি হ'লো যদিও কিছুদিনৰ পিছতে তায়ো কটন কলেজত পঢ়িবলৈ আহিল আৰু আমি আকৌ লগ হ'লো। গুৱাহাটীত আমি চান্দমাৰিৰ ভাড়াঘৰত থকা সময়ত তাই আমাৰ ওচৰলৈ প্ৰায়ে আহিছিল। ৰেডিঅ'ৰ অনুষ্ঠান কৰি আহি প্ৰায়ে আমাৰ ঘৰত সোমাইছিল। আকাশবাণীত সেই সময়ত প্ৰায়ে প্ৰচাৰ হৈছিল মন-প্ৰাণ হৰি নিয়া তাইৰ সুন্দৰ গীতবোৰ।

পিছত স্বনামধন্য শিল্পী নীলপৱন বৰুৱাৰ লগত তাইৰ বিয়া হ'ল আৰু গুৱাহাটীত নিগাজিকৈ থাকি গ'ল।

দীপালি খুব অমায়িক প্ৰকৃতিৰ আছিল আৰু ব্যক্তিত্বও আছিল খুব আকৰ্ষণীয়। সাজ-পোছাকত সুৰুচিপূৰ্ণ মনৰ পৰিচয় ফুটি উঠিছিল। নিজে ঘৰতে বোৱা গুণাৰ সুন্দৰ সুন্দৰ পাৰি লগোৱা পাটৰ মেখেলা-চাদৰেই তাইক সদায় পিন্ধা দেখিছিলো।

যদিও তাই সংগীতৰ ক্ষেত্ৰত অপ্ৰতিদ্বন্দী, তাই কিন্তু আনকো প্ৰশংসা আৰু উৎসাহিত কৰিব জানিছিল খুব ভালদৰেই। মোক তাই প্ৰায়ে কৈছিল—'তই মোতকৈ বেছি ভালকৈ গাব পাৰ। গান গাই থাকিবি, এৰি নিদিবি।' কিন্তু মই তাইৰ কথা ৰাখিব নোৱাৰিলো। গান গোৱা প্ৰায় বাদেই পৰিল নানান কাৰণত। তথাপিও মাজে-সময়ে অ'ত-ত'ত দুই-এটি গীত গালেই বৰকৈ মনত পৰে দীপালিলৈ। তাইৰ নিচিনাকৈ সংগীত-শিল্পী হিচাপে মোৰো নাম হোৱাটো খুব আশা কৰিছিল দীপালিয়ে।

এতিয়াও মাজে-সময়ে যাওঁ দীপালিক লগ পাবলৈ—নীলপৱনে আশ্ৰম হেন কৰি ৰখা বেলতলাৰ ঘৰখনলৈ। গেট খুলি সোমাই যোৱাৰ লগে লগে যেন এক অনন্য অনুভূতি। বহুতো সময় ধৰি আমি—মানে মই, চঞ্চল, দীপালি আৰু নীলপৱনে বহি কথা পাতোঁ। আমি আকৌ তাহানিৰ দিনবোৰলৈ ঘূৰি যাওঁ। গান-বাজনাৰ লগতে নানান বিষয়ৰ কথা। উভতি অহাৰ সময়ত মনটো সেমেকি উঠে।

আকাশবাণীত বাণীবদ্ধ কৰি ৰখা দীপালিৰ কেইবাটাও গীত হেৰাই যোৱা বুলি শুনি বৰ দুখ পালো। তাহানিৰ সেই অন্তৰস্পৰ্শী গীতবোৰ তাইতো আমাক নতুনকৈ কোনো দিনেই শুনাব নোৱাৰিব। ভগৱানৰ নিষ্ঠুৰ বিচাৰত তাইৰ গীতৰ কণ্ঠ যে এতিয়া স্তব্ধ। যিখিনি গীত এতিয়াও আকাশবাণীত বাণীবদ্ধ কৰা আছে, সেইখিনি যাতে হেৰাই যাব নোৱাৰে, তাৰ বাবে আকাশবাণী কৰ্তৃপক্ষই যেন সুব্যৱস্থা গ্ৰহণ কৰে আৰু মাজে-সময়ে আকাশবাণীয়ে ৰাইজক যেন সেই গীতবোৰ শুনাৰ পৰা বঞ্চিত নকৰে।

তাইৰ গীতসমূহ অমৰ হওক। ভগৱানে শৰীৰ, মন সুস্থ কৰি তোলক। অনাগত দিনবোৰ নীলপৱনৰ সৈতে সুখ আৰু শান্তিৰে অতিবাহিত হওক। এয়ে মোৰ একান্ত কামনা। ❐

# দীপালি ঃ এক জন্মগত প্ৰতিভা

শেৱালি দত্ত

দীপালিৰ কথা লিখিবলৈ বহি পিছলৈ ঘূৰি চোৱাৰ এই মুহূৰ্তটোত অতীতৰ বহুত মৰমসনা স্মৃতিয়ে আহি মোৰ মনত অগা-ডেৱা কৰিছে। এই স্মৃতিৰ টুকুৰাবোৰ সঁচাই বৰ মধুৰ। আজিৰ টি.ভি., কম্পিউটাৰ, ভি.ডি.অ' গেইমছৰ জগতখনৰ পৰা বহুত আঁতৰত থাকিলেও আমি কোনো দিন আক্ষেপ নকৰোঁ যে আমাৰ জীৱনত বহুত কিবা-কিবি পোৱাৰ আনন্দৰ পৰা বঞ্চিত হৈছিলো বুলি। বৰং গৌৰৱহে অনুভৱ কৰোঁ যে সৰু-সৰু কথা, সৰু-সৰু কাম একোটাৰ মাজতে আমি কিমান আনন্দ বিচাৰি ল'ব জানিছিলো। খেলা-ধূলা, গান-বাজনা, তলসৰা ফুল-ফল বুটলি, ল'ৰালিৰ লুকা-ভাকুৰে আনন্দময় আছিল আমাৰ জীৱন।

সেই সময়ৰ ৰংপুৰ নগৰ আমাৰ কাৰণে ৰঙৰ ৰহঘৰাৰ দৰে আছিল। ব'হাগ আহিব বুলি এমাহ আগৰে পৰাই ঢোল-তাল, পেঁপা-গগনাৰ খিট্-খিটনি, ঘৰে ঘৰে তাঁতশালত বিহুৱান বোৱাৰ খট্-খটনিৰে চৌদিশ ৰজন্জন, বিহুৰ দিনকেইটাততো কথাই নাই। বৰঘৰৰ পদুলি, আগ চোতাল, পিছ চোতালত ওৰে ৰাতি হুঁচৰিৰ দপ্দপনি। বিয়া-বাৰুতো জাত জাত বিয়ানাম, জোৰানামেৰে উৎসৱমুখৰ পৰিৱেশ। আইনাম, গোসাঁইনাম, বৰসবাহ, পালনাম ইত্যাদিৰ উপৰিও জয়সাগৰৰ পাৰত পতা জয়মতী উৎসৱ, শিৱসাগৰৰ 'আৰ্য সমাজ', 'সেউজীয়া সমাজ', 'সংগীত বিদ্যালয়', 'জ্যোতি সংঘ' আদি সাংস্কৃতিক অনুষ্ঠানবোৰৰ জৰিয়তে পতা নানা ধৰণৰ প্ৰতিযোগিতা, সাংস্কৃতিক সন্ধিয়া আৰু পদ্মধৰ চলিহা, পৰাগধৰ চলিহাদেৱ আদিয়ে কণ-কণ শিশুসকলক লৈ কৰা নানা ধৰণৰ নৃত্য-গীতেৰে এক সাংস্কৃতিক পৰিৱেশত ডাঙৰ হৈছিলো আমি। গতিকে সাংস্কৃতিক জগতখনৰ প্ৰতি দুৰ্বলতা এটা সদায়ে আছিল।

মনত পৰিছে দীপালিহঁতৰ ঘৰৰ গাতে লাগি থকা আমি পঢ়া স্কুলখনৰ পৰা বেঞ্চ কঢ়িয়াই কঢ়িয়াই আনি জোৰা লগাই ষ্টেজ সজা আৰু বে'ডকভাৰ জোৰা লগাই, হাতত পিন্ধা খাৰুৰে স্ক্ৰীণ লগাই, সাজি-কাচি নাচ-গান, সৰু-সৰু নাটক আদি কৰি আনন্দত আত্মহাৰা হোৱা দিনবোৰলৈ আৰু আমাৰ সেই প্ৰচেষ্টাত ঘৰৰ ডাঙৰসকলে আমাৰ লগত কেনেকৈ সহযোগিতা কৰি উৎসাহ যোগাইছিল, সেইবোৰ কথালৈ।

মোৰ মনত পৰা দিনৰে পৰা দীপালিক মোৰ নিচেই ওচৰৰ পৰাই পাইছিলো। এল. পি. স্কুলত পঢ়াৰ দিনৰে পৰাই একে শ্ৰেণীৰ, একেখন বেঞ্চত গাতে গা লগাই বহা, ডিঙিত ধৰাধৰি কৰি থকা লগৰ লগৰী। এক কথাত ক'বলৈ গলে আমি দুয়ো আছিলো সখী। ফুল বচা কাগজত ৰঙা ফিটা মাৰি সৰু-সৰু উপহাৰ বিনিময় কৰা সখী।

আমি পঢ়া ১নং বালিকা স্কুলখন (যিখন পতিলা বাইদেউৰ স্কুল নামে জনাজাত) দীপালিহঁতৰ ঘৰৰ গাতে লগা আছিল। দীপালিহঁতৰ ঘৰ মানে আমি দীপালিহঁতৰ ডাঙৰ মোমায়েক স্বৰ্গীয় সদানন্দ বেজবৰুৱাৰ ঘৰখনকে জানিছিলো। কেইবাগৰাকীও মোমায়েক-মামীয়েক, তেখেতসকলৰ ল'ৰা-ছোৱালী, দীপালিৰ ককায়েক ভূপেনদা, ভবেনদা, দীপালিৰ মাক আদিৰে এটা বৃহৎ যৌথ পৰিয়াল। ডাঙৰ মোমায়েকৰ ল'ৰা-ছোৱালী অপূদা আৰু নিলি বাইদেউৰো মোৰ দাদা-বাইদেউৰ লগত বৰ বন্ধুত্ব আছিল আৰু সেই সম্পৰ্কয়ো দুয়োখন ঘৰকে বেছি ওচৰ কৰি ৰাখিছিল। পৰি, অজিতহঁত তেতিয়া সৰু-সৰু।

আমাৰ স্কুলৰ গাতে লাগি আছিল সিহঁতৰ ঘৰৰ পুখুৰীটো আৰু পুখুৰীটোৰ পাৰতে আছিল এজোপা ডাঙৰ পৰা-আমলখি। গছজোপাৰ গাত থোকাথোকে লাগি থকা ডাঙৰ-ডাঙৰ, হালধীয়া পৰা-আমলখিবোৰে আমাক বৰকৈ আকৰ্ষণ কৰিছিল আৰু সুবিধা পালেই জেওৰাখন পাৰহৈ সেইবোৰ বুটলিবলৈ দৌৰিছিলো আৰু ডাঙৰসকলৰ গালি-শপনি খায়ো জেবা-জেবে নিমখ লৈ পুখুৰীৰ পাৰত বহি আমলখি খাইছিলো।

দীপালি সৰুৰে পৰাই পঢ়া-শুনাতো বেছ ভাল আছিল। শ্ৰেণীত পাঠ পঢ়োঁতেই হওক বা কথা কওঁতেই হওক, তাইৰ সদায় খোলা মাত আৰু স্পষ্ট উচ্চাৰণ আছিল। মাতত কোনোদিন কৃত্ৰিমতাৰ প্ৰলেপ নাছিল, যিটোৱে পিছত এগৰাকী গায়িকা হিচাপে নিজকে প্ৰতিষ্ঠা কৰাত তাইক যথেষ্ট সহায় কৰিছিল।

দীপালিয়ে বহুত সৰুৰে পৰাই গান গাইছিল। স্কুল ছুটীৰ সময়ত শেষৰ ফাললৈ বাইদেউহঁতে প্ৰায়ে আমাক নাচ-গান কৰোৱাইছিল। মোৰ মনত পৰাত মই কোনোদিন দীপালিক নচা দেখা নাছিলো। আমিহে নাচি-বাগি গান গাইছিলো। তাই স্বভাৱতে বৰ লাজকুৰীয়া আৰু শান্ত আছিল। কোনোবাই গান এটা গাবলৈ ক'লেও সদায় তলমূৰ কৰি ভৰিৰ আঙুলিৰে মাটি লিখি লিখিহে গানটো গাই শেষ কৰিছিল। তাই সৰুতে গান গোৱাৰ ধৰণটো মোৰ এতিয়াও চকুত ভাহি আছে। মাকে একাষৰীয়াকৈ সেওঁতা ফালি টানি টানি গাঠি দিয়া দুডাল চুটি চুটি বেণীৰে ফুটফুটীয়া ফ্ৰক পিন্ধা দীপালিজনীয়ে যিমান পাৰে তললৈ মূৰটো গুঁজি, মাজে মাজে ডাঙৰ-ডাঙৰ চকু কেইটাৰে ওপৰলৈ চাই কোনো কষ্ট নোহোৱাকৈ ইমান সহজভাৱে গানবোৰ কেনেকৈ গাইছিল, এতিয়াহে ভাবি আচৰিত হওঁ। স্কেল ধৰিবলৈ না হাৰমনিয়াম, না তানপুৰাৰ প্ৰয়োজন হয়। তাল ধৰিবলৈও তবলাৰ প্ৰয়োজন নহয়। কিন্তু তাইৰ গানত তাল-মান-সুৰ-লয় সদায় ঠিক থাকে। অথচ মই জনাত তাই কোনো অনুষ্ঠানতে গান শিকা বা নিজেও ঘৰত হাৰমনিয়াম বা তানপুৰা লৈ অনুশীলন কৰা মনত নপৰে।

সেই সময়ত দিখৌ নদীৰ পাৰত অৱস্থিত আমি পঢ়া ফুলেশ্বৰী উচ্চ মাধ্যমিক বিদ্যালয়খনতে স্কুল ছুটীৰ পিছত চাৰিমান বজাৰ পৰা শিৱসাগৰৰ সেউজীয়া সমাজ সংগীত বিদ্যালয়খনৰ জৰিয়তে নাচ-গান, বাদ্যযন্ত্ৰ ইত্যাদিৰ প্ৰশিক্ষণ দিয়া হৈছিল। তেতিয়ালৈকে সেউজীয়া সমাজ সংগীত বিদ্যালয়ৰ নিজা ভৱন হোৱা নাছিল। বহুত পিছতহে বিলৰ কাষৰ ভৱনটো হয়। তেতিয়া তাত অতুল শৰ্মা, অৱনী বৰুৱা, সতীশ ৰাজখোৱা আদিয়ে

গান, তবলা, চেতাৰ, ভায়'লিন আদি শিকাইছিল। স্কুলখন আমাৰ ঘৰতকৈ দীপালিহঁতৰ পৰাহে বহুত ওচৰত আছিল। আমি আৰু দুৰৰ বহুতে তাত সংগীত শিক্ষা লৈছিলো। কিন্তু দীপালিক তালৈ যোৱাও কোনোদিন দেখা নাছিলো। অৱশ্যে ককায়েক ভূপেনদা আৰু ভবেনদাই তাইক যথেষ্ট সহায়-সহযোগিতা আৰু উৎসাহ-অনুপ্ৰেৰণাৰে আৱৰি ৰাখিছিল।

আমি তেতিয়া প্ৰথম কি দ্বিতীয় শ্ৰেণীৰ ছাত্ৰী। গৰমৰ বন্ধ খোলাৰ পিছত দীপালিয়ে কেইটামান হিন্দী গীত বৰ ধুনীয়াকৈ গাইছিল। আমি সোধাত বায়েক পুতলীৰ ঘৰলৈ গৰমৰ বন্ধত যাওঁতে গ্ৰামোফোনৰ ৰেকৰ্ড যোগে শিকা বুলি কৈছিল। লতা মংগেশকাৰৰ কণ্ঠৰ সেই গানকেইটা তাই কিমান আৱেগ আৰু প্ৰাণ ঢালি গাইছিল, এতিয়াহে ভাবি আচৰিত হওঁ। গানকেইটাৰ আগশাৰীবোৰ এতিয়াও মোৰ মনত আছে।

শিৱসাগৰৰ ৰাজহুৱা সভা-সমিতিত দীপালিয়ে প্ৰায়ে গান গাইছিল। সভাঘৰৰ হুলস্থূলীয়া পৰিৱেশত দুৰৰ পৰা ভাহি অহা দীপালিৰ কণ্ঠৰ —

'মাটিৰ সৰগ মোৰ বুকুৰ আপোন
পথৰ ধূলিত ৰচোঁ সৰগ সপোন'
বা
'সুন্দৰ তুমি চিৰ সুন্দৰ
সুন্দৰ দেৱতা মোৰ'

আদি গীতবোৰত সভাঘৰৰ কাঁহ পৰি ক্ষীণ যোৱা অৱস্থা হৈছিল।

আমি তেতিয়া বেছ সৰু। ফণী তালুকদাৰদেৱ আহিছিল শিৱসাগৰলৈ। তেখেতে মোৰ জেঠপেহাৰ ভতিজাক ডলী বাইদেউক বিয়া কৰাইছিল। সেই সংক্ৰান্তত সেইবাৰ ফণী তালুকদাৰৰ লগতে ডলী বাইদেউ, ভনীয়েক লিলি বাইদেউ আৰু জুলিও জেঠপেহাহঁতৰ ঘৰতে আছিলহি। তেতিয়াই প্ৰথম টেপ্-ৰেকৰ্ডাৰ দেখিছিলো আৰু আমি তেখেতে গান টেপ্ কৰি কৰি শুনোৱাত বৰ আনন্দ পাইছিলো। তেতিয়া তেখেতে দীপালিৰ লগতে আমাৰো গান টেপ্ কৰি নিছিল। লগতে আমি 'দীপশিখা ৰংচ'ৰা' নামৰ শিশু অনুষ্ঠানটোৰ পৰা কৰা 'ভক্ত প্ৰহ্লাদ' নাটখনো টেপ্ কৰি লৈ গৈছিল। ৰেডিঅ'ত প্ৰচাৰ হোৱাৰ দিনা আমি যে কিমান আগৰে পৰা ৰেডিঅ'ৰ কাষত অপেক্ষা কৰি আছিলো।

তাৰ পিছত আমি ঠিক নৱম শ্ৰেণীত থাকোঁতে তালুকদাৰদেৱ আহিছিল পৰাগধৰ চলিহাদেৱৰ 'চাৰি হেজাৰ বছৰৰ অসম'ৰ ৰেকৰ্ডিঙৰ বাবে। তেতিয়া তেখেতে আমাৰ স্কুললৈ আহি আমাৰ সেই বিশেষ শ্ৰেণীটোত বহুতৰ হতুৱাই গান গোৱাইছিল। দীপালিক তেখেতে এটাৰ পিছত এটাকৈ বহুত ধৰণৰ বেলেগ বেলেগ গান গোৱাই ৰেকৰ্ডিং কৰাইছিল। আৰু তেতিয়াই হয়তো কোনো প্ৰাণালীবদ্ধ নিয়ম নোহোৱাকৈয়ে ইমান কম বয়সতে দীপালিক অনাতাঁৰ-শিল্পী হিচাপে স্বীকৃতি দিছিল। তাৰ পিছত এগৰাকী প্ৰতিষ্ঠিত গায়িকা হিচাপে দীপালি সকলোৰে পৰিচিত হৈ পৰিল। গতিকে এই বিষয়ে বঢ়াই কোৱাৰ প্ৰয়োজন নাই। এনেকুৱা এটা সময় আছিল যেতিয়া হেজাৰ হেজাৰ শ্ৰোতা-দৰ্শকে বতাহ-

বৰযুণক উপেক্ষা কৰিও ঘণ্টাৰ পিছত ঘণ্টা অপেক্ষা কৰিছিল দীপালিৰ কণ্ঠৰ গীত শুনিবৰ বাবে। সেয়াই আছিল শিল্পীপ্ৰেমী ৰাইজৰ দীপালিৰ প্ৰতি থকা প্ৰেমৰ নিদৰ্শন।

এগৰাকী গায়িকা হিচাপে দীপালিৰ গানৰ বিশেষত্ব এইখিনিতেই যে তাইৰ গানত কাৰো প্ৰভাৱ পৰা নাছিল বা কাকো দীপালিয়ে অনুকৰণ কৰা নাছিল। মাতত নাছিল কোনো কৃত্ৰিমতা। সদায় শুদ্ধ আৰু স্পষ্ট উচ্চাৰণ, খোলা মাত। দীপালিৰ আটাইতকৈ মন কৰিবলগীয়া কথাটো হ'ল—তাই সকৰে পৰাই প্ৰাণ ঢালি গীত গাব জানিছিল। সেই বয়সত হয়তো সেই গীতবোৰৰ অৰ্থই তাই বুজিব পৰা নাছিল। কেৱল সুৰৰ আলমতেই তাই কেনেকৈ ইমান আৱেগেৰে গীতবোৰ গাইছিল, এতিয়া ভাবিলে আচৰিত হওঁ। সেয়ে হয়তো তাইৰ গীতে সকলো ধৰণৰ মানুহৰ অন্তৰ চুই গৈছিল। বয়স আৰু অভিজ্ঞতাৰ লগে লগে আৰু দুই-এজন সংগীতজ্ঞৰ তত্ত্বাৱধানত কিছু সংগীত শিক্ষা পোৱাৰ পিছৰে পৰা তাইৰ গীতৰ মান অধিক আকৰ্ষণীয় হৈ আহিছিল। আধাফুলা কলিটি পাহি মেলিবলৈ নৌপাওঁতেই কি এক অভিশপ্ত বেমাৰে আহি বিনষ্ট কৰি থৈ গ'ল। কিন্তু তাইৰ গীতে সংগীতপ্ৰেমী ৰাইজৰ মনত যি সাঁচ বহুৱালে, তাক জানো বিনষ্ট কৰিব পাৰিলে? সেয়েহে হয়তো তাইৰ আৱেগ ঢালি গোৱা গীতৰ কলিবোৰে আমাৰ সকলোৰে মনত সদায়ে গুণগুণনি তুলি থাকে। আমি জানো পাহৰিব পাৰিম দীপালিৰ কণ্ঠৰ 'সোণৰ খাৰু নেলাগে মোক.......', 'কোন সেই ৰূপৱতী যায়.....', 'ডালে ডালে গাই কুলি বুলবুলি ......', 'চেনাই মই যাওঁ দেই.......' আদি গীতবোৰ?

এনেকুৱা এগৰাকী গায়িকাৰ বান্ধৱী হিচাপে আজি একাষাৰ লিখিবলৈ পাই সঁচাই মই গৌৰৱান্বিত। গৌৰৱ অনুভৱ কৰোঁ দীপালিৰ স্বামী শিল্পীপ্ৰাণ নীলপৱন বৰুৱাক লৈও। শিল্পীৰ প্ৰতি সহমৰ্মিতাৰ কেনে এক চৰম নিদৰ্শন! এইগৰাকী শিল্পীৰ প্ৰতিও শ্ৰদ্ধাত মূৰ দোঁৱালো। লগতে দুয়োগৰাকী শিল্পীৰ সুস্থ জীৱন আৰু দীৰ্ঘায়ু কামনা কৰিলো। ❒

# নিফুট বাঁহী

কিয় জানো আন্ধাৰে ৰুক্ষ আঙুলিৰে
লিৰিকি-বিদাৰি চালে
বাঁহীটোৰ নিমজ ডিঙিত জকমকাই থকা
সুৰৰ সূতাৰে গঁঠা কণ্ঠহাৰ।

কঠিন স্পৰ্শত সুৰসিক্ত মণিবোৰ
সৰি পৰিল আন্ধাৰ কোলাত
সুৰৰ শিপাই পোখা মেলা আবেলিটো নিজম পৰিল
বিষণ্ণতাই ধুই নিলে সন্ধিয়াৰ মজিয়া।

নিভাঁজ মাটিৰ লেও দি
আইৰ চেনেহী হাতেৰে গঢ়া
বাঁহীটোৰ নিটোল দেহত শইচৰ সাজ
নিগৰি ওলোৱা সুৰৰ স্বচ্ছতাত ভাহি উঠা
গাঁৱৰ ওখোৰা-মোখোৰা আলিটোৱে যেন
হাতবাউল দি মাতে।

কেতিয়াবা সুৰবোৰে এডৰা লহপহ শইচ হৈ
মন পথাৰত হালি-জালি নাচে
কেতিয়াবা আক' এজোলোকা উকলি হৈ
মুখৰিত কৰে মনৰ নিজান
এমুঠি জোনাক হৈ দূৰ কৰে
আইৰ চোতালৰ দুখ।

চিৰি পাতি মংগল চাই চেনাইলৈ আকুল হোৱা
অপেক্ষাৰ পদূলিটো হে চাটি-ফুটি কৰা হিয়াৰ বাতৰিও
কৈ যায় ছেগ চাই।

সুৰ ঢালি ঢালি ভাগৰি নপৰা বাঁহীটোৰ
হাঁহি নোহোৱা হ'ল
বতাহত বৈ গ'ল তাৰ ধ্বনি
চিৰসেউজ, শাশ্বত হৈ।
হতাশা, হুমুনিয়াহৰ উচ্‌পিচনিৰে ওন্দোলি উঠিল
উদাস নিভৃত।

গৰ্ভত বন্দী হৈ ৰ'ল এটি সুৰীয়া পখী
যি কেতিয়াও উৰিব নোৱাৰে বাঁহীৰ বন্ধ্ৰ খুলি।

—স্বপ্নালী মহন্ত

# উজনি পানীৰ মাছ

**সুনীলপৱন বৰুৱা**

অসমৰ কলামোদী ৰসজ্ঞ ব্যক্তিৰ মাজত নীলপৱন বৰুৱা এটি পৰিচিত নাম। অৱশ্যে মাথোন শিল্পী বুলি ক'লে ভুল হ'ব। কিয়নো চিত্ৰশিল্পী আৰু কলা সংগঠক হিচাপে ইতিমধ্যে তেওঁৰ চিনাকি উত্তৰ পূৰ্বাঞ্চলৰ সীমা চেৰাই সৰ্বভাৰতীয় স্তৰত প্ৰৱেশ কৰিছে। আনকি কোনো দিন শিল্পকৰ্মৰ লগত পৰিচিত নোহোৱা মানুহ এজনৰ বাবেও তেওঁৰ নামটো পৰিচিত। বাস্তৱিকতে নীলপৱন বৰুৱাৰ সেইটোৱেই হৈছে বৈশিষ্ট্য। এই কথা প্ৰণিধানযোগ্য যে অসমীয়া আৰু কলাৰ নিজস্ব ধাৰা এটা প্ৰতিষ্ঠাৰ অৰ্থে তেওঁ আগবঢ়োৱা সেৱা আৰু ত্যাগৰ বাবেহে সকলো শ্ৰেণীৰ মাজত তেওঁ এক সুকীয়া স্থান লাভ কৰিবলৈ সক্ষম হৈছে। তেওঁৰ কলাসুলভ প্ৰতিভা আৰু শিল্পকৰ্ম কিমান উচ্চ পৰ্যায়ৰ অথবা ভৱিষ্যতে অসম তথা সৰ্বভাৰতীয় চিত্ৰকলাৰ জগতত কেনেদৰে চিহ্নিত হ'ব, সেই কথা নিৰ্ণয় কৰা মোৰ বাবে সম্ভৱ নহয়। সেই কথা ঠিৰাং কৰিব চিত্ৰকলা আৰু ভাস্কৰ্যৰ বিষয়ে সুগভীৰ জ্ঞান আৰু অধ্যয়ন থকা কোনোবা বিশেষ চিত্ৰ-সমালোচকে। মোৰ এই চমু লিখনিৰ উদ্দেশ্য হৈছে চিত্ৰশিল্পী এগৰাকীৰ মাজত সততে দেখা পোৱা মানুহজনৰ পৰিচয় দাঙি ধৰা। এই সম্পৰ্কত পৰিয়ালৰ এজন হিচাপে নিচেই ওচৰৰ পৰা তেওঁক পৰ্যবেক্ষণ কৰিবলৈ যাওঁতে থাউকতে ইংৰাজী ভাষাত প্ৰচলিত প্ৰবাদ বাক্য এটাৰ কথা মনত পৰিছে। সেইটো হৈছে — 'No man is great to his valet', অৰ্থাৎ আলধৰাজনৰ ওচৰত কোনো মানুহেই ডাঙৰ নহয়। অৱশ্যে এই ক্ষেত্ৰত আলধৰাৰ সলনি নিকট আত্মীয় বুলি লিখিলেও বোধহয় ভুল নহ'ব। কিয়নো আনৰ বাবে এগৰাকী যশস্বী শিল্পী ৰূপে পৰিচিত মানুহজন আমাৰ কাৰণে সততে লগ পোৱা সুখ-দুখৰ ভাগীদাৰ এগৰাকী নিচেই আপোন মানুহ। এগৰাকী বহু খ্যাতিসম্পন্ন লোককো যেনেকৈ নিজ মাতৃয়ে কেৱল সন্তানৰ ৰূপতহে দেখা পায়, ঠিক তেনে দৰে শিল্পী হিচাপে নহয়, এজন আপোন মানুহ হিচাপেহে তেওঁ আমাৰ চকুত ধৰা দিয়ে। এনে ধৰণৰ ধাৰণাৰ বশৱৰ্তী হৈয়েই বোধহয় এজন বহু বিখ্যাত সাংবাদিকে তেওঁৰ আত্মজীৱনীখনৰ নামকৰণ কৰিছিল 'ফাডাৰ অব মাই চনছ্' বুলি।

অসমীয়া ভাষা-সংস্কৃতিলৈ বৰঙণি যোগোৱা প্ৰাচীন পৰিয়াল এটাত জন্ম লাভ কৰা নীলপৱন বৰুৱা মোৰ জ্যেষ্ঠ ভ্ৰাতৃ। দুজন ককাই-ভাই আৰু দুগৰাকী বাই-ভনীৰে সৈতে আমাৰ সহোদৰসকলৰ মাজত তেওঁৰ স্থান দ্বিতীয় আৰু মোৰ চতুৰ্থ। আমাৰ মাজত বয়সৰ কিছু ব্যৱধান থকাৰ বাবে তেওঁৰ কৈশোৰ অৱস্থাটো মই নিজে প্ৰত্যক্ষ কৰাৰ সুযোগ নাপালো। মোৰ স্মৃতিয়ে মাথোন তেওঁৰ কৈশোৰ পাৰ হৈ মধ্য যৌৱনত ভৰি

দিয়া ৰূপটোহে ঢুকি পাবলৈ সমৰ্থ হয়। আমাৰ টীয়কৰ ঘৰৰ সন্মুখত সকলো সময়তে পানীৰে উপচি থকা এটা বৰপুখুৰী আছিল। পুখুৰীটোৰ চাৰিওটা পাৰ আছিল আহল-বহল। বৰপুখুৰীৰ দক্ষিণ পাৰত আছিল এটা ক্লাব ঘৰ। নামটো আছিল 'জয়হিন্দ ছাত্র সংঘ'। ১৯৪৫ চনত প্রতিষ্ঠিত এই অনুষ্ঠানটোৱে স্থানীয় ছাত্র-ছাত্রী, যুৱক-যুৱতীসকলক গাঁও সংগঠন, সমাজ সেৱা আৰু সামাজিক দায়বদ্ধতাৰ প্রথম পাঠ লোৱাত সহায় কৰিছিল। আমাৰ অঞ্চলটোৰ আলি-পদুলি মেৰামতি, প্রাকৃতিক দুৰ্যোগৰ সময়ত সাহায্য দান, বিয়া-বাৰু আদি সামাজিক অনুষ্ঠানত সক্রিয় সহযোগিতা আৰু কলা-সংস্কৃতি, খেলা-ধূলাৰ দিশত ছাত্র-ছাত্রীসকলৰ প্রতিভা বিকাশ ঘটোৱাত 'জয়হিন্দ ছাত্র সংঘ'ই অগ্রণী ভূমিকা গ্রহণ কৰিছিল। সৰস্বতী পূজা, ব'হাগী-মেলা আছিল ইয়াৰ দুটা প্রধান অনুষ্ঠান। বাস্তৱিকতে স্বাধীনতাৰ প্রথম দশকটোত আমাৰ সমগ্র অঞ্চলটোত 'জয়হিন্দ ছাত্র সংঘ' ব্যক্তিগত স্বাৰ্থৰ উৰ্ধ্বত থাকি সকলো শ্রেণীৰ লোকক সামাজিকভাৱে সচেতন কৰি তোলাত ভালেখিনি সফল হৈছিল। প্রকৃতপক্ষে 'জয়হিন্দ ছাত্র সংঘ' আৰু নীলদাদা আছিল অভিন্ন। এই অনুষ্ঠানটোৰ মাজতে তেওঁৰ চিন্তা-চৰ্চা, সপোন সকলো প্রতিফলিত হৈছিল। সকলো সময়তে নতুন কিবা এটা কৰাৰ হাবিয়াসে আচ্ছন্ন কৰি ৰখা তেওঁৰ সৃজনীশীল মনটো সতেজ কৰি ৰাখিবলৈকে যেন ইয়াৰ জন্ম হৈছিল। এবাৰ ব'হাগী মেলা উপলক্ষে টাকুৰি ঘূৰাদি ঘূৰি ভালেমান আপুৰুগীয়া সামগ্রী সংগ্রহ কৰি আয়োজন কৰা বৃহৎ প্রদৰ্শনীখন এতিয়াও আমাৰ চকুৰ আগত ভাহি উঠে। নিচেই সৰু কালৰ পৰা তেওঁৰ চিন্তা-চৰ্চা, অধ্যয়ন, সাজ-পোছাক আছিল অগতানুগতিক। গাঁৱৰ পৰিৱেশ আৰু সংস্কৃতিৰ মাজত লালিত-পালিত হোৱা নীলদাদা অনেক ক্ষেত্রত দুঃসাহসী আছিল। বাৰীৰ আমগছৰ আটাইতকৈ ওখ ডালটোত লাগি থকা পকা আমটো চিঙি অনা, চপচপীয়া পানীৰে উপচি থকা পুখুৰীৰ অথবা বাৰিষাৰ নৈৰ বুকুলৈ সাঁতোৰ মেলা, আনে সহজে দাঙিব নোৱৰা কাঠডাল কান্ধত তুলি লোৱা, অন্যায়ৰ প্রতিবাদ কৰা, আগ-পিছ নুগুণি যি কোনো বিপদ-আপদত জপিয়াই পৰা আদি কাৰ্যকলাপে তেওঁৰ জীৱনৰ প্ৰাৰম্ভিক সময়ছোৱাক প্রভাৱান্বিত কৰিছিল। হাতত পইছা পৰিলে নভবা নিচিন্তাকৈ খৰচ কৰি পিচত বিপদত পৰে। কেতিয়াবা এনেও হয় যে হাতত থকা বাছ ভাড়াটো কোনোবা দুখী দৰিদ্রক দান কৰি ১৪ মাইল দূৰৈত থকা যোৰহাট নগৰৰ পৰা খোজ কাঢ়ি ঘৰলৈ ওভতে। শুনিছিলো সৰুৰে পৰা তেওঁ আছিল অত্যন্ত কৌতূহলী। ক'ৰবাত কিবা নতুন শব্দ এটা শুনিলে অথবা কিবা নতুন বস্তুত চকু পৰিলে প্রথম প্রথম তেওঁ হাজিৰ হৈছিল। আমাৰ উমৈহতীয়া পৰিয়ালৰ এজন কৌতুকপ্রিয় খুড়াদেৱে হেনো নীলদাদাক আকৰ্ষণ কৰিবৰ বাবে এনেয়ে কেতিয়াবা গজাল এটাৰ ওপৰত হাতুৰীৰে কোব মাৰি দিছিল। সেই শব্দৰ উৎস বিচাৰি নীলদাদাও তৎক্ষণাত সেই ঠাইত উপস্থিত হৈছিল। যি সময়ত লগৰ ল'ৰাই পেণ্ট পিন্ধিছিল, সেই সময়ত তেওঁ ধুতী-পাঞ্জাবী অথবা খদ্দৰৰ পায়জামা-পাঞ্জাবীহে পচন্দ কৰিছিল। এবাৰ কালিদাসৰ মেঘদূত আবৃত্তি কৰি দেউতাৰ পৰা পুৰস্কাৰ স্বৰূপে এখন চুৰিয়া লাভ কৰিছিল। স্তৱ-কৱচমালাৰ পৰা অতি কঠিন শব্দ গাঁঠনিৰে ভৰি থকা কাৰণে শিৱক নচুওৱা বুলি

কথিত শিৱতাণ্ডৱ স্তোত্ৰটো অতি সহজভাবে আবৃত্তি কৰিব পাৰিছিল। জ্যেষ্ঠ পুত্ৰৰ কাৰ্যকলাপ নিৰীক্ষণ কৰি স্বাভাৱিক গাম্ভীৰ্যৰ সৈতে দেউতাই সততে মন্তব্য কৰিছিল — 'মূৰত পাগুৰি মৰাৰ আগেয়ে বাকী সাজ-পোছাকো ভালদৰে পিন্ধিব লাগিব।' এই কথা ঠিক যে নিৰ্দিষ্ট সীমাৰেখাৰ মাজত হিচাপ কৰি খোজ পেলোৱা আন দহজন অসমীয়াৰ পৰা তেওঁ আছিল পৃথক। অনেক সময়ত তেওঁৰ চিন্তা-চৰ্চা আৰু কাম-কাজে চিনাকি পৰিৱেশ আৰু সীমা অতিক্ৰম কৰিবলৈ চেষ্টা কৰাত স্বাভাৱিকতে আমাৰ আত্মীয়-স্বজন আৰু শুভাকাংক্ষীসকলে তেওঁক ভিন্ন দৃষ্টিভঙ্গীৰে চাবলৈ লৈছিল। এই সময়ছোৱাত তেওঁ বহু পৰিমাণে আৱেগপ্ৰৱণ আছিল আৰু সৰু-সৰু কথাতে সঘনাই উত্তেজিত হৈ পৰিছিল। দিন যোৱাৰ লগে লগে এই দুয়োটাৰ প্ৰভাৱ কমি আহিছিল।

সামাজিক কাম-কাজত অধিক মনোনিৱেশে যাতে পঢ়া-শুনাত ক্ষতি নকৰে, তাৰ বাবে একাধিকবাৰ তেওঁৰ শিক্ষাৰ স্থানো বদলি কৰা হৈছিল। পিছে এইটোৱে বিশেষ সুফল দিয়া নাছিল। আমাৰ ঘৰখন আছিল গাওঁ আৰু চহৰ এই দুয়োটা সংস্কৃতিৰে প্ৰভাৱ পৰা এক উঁমৈহতীয়া বৃহৎ পৰিয়ালৰ উৎকৃষ্ট চানেকি। বছৰৰ বিভিন্ন সময়ত ভিন ভিন উৎসৱ-পাৰ্বণ চলিয়েই থাকে। আমাৰ মা আছিল এগৰাকী অতি নিষ্ঠাবান ধাৰ্মিক মহিলা। বৰপুত্ৰৰ মংগল কামনা কৰি পূজা-পাতল, দান-দক্ষিণা আদিত বেছি ভাগ সময় অতিবাহিত কৰিছিল। অৱশেষত নীলদাদাৰ জীৱনৰ এক নতুন অধ্যায় আৰম্ভ হ'ল। ইমান দিনে প্ৰকাশৰ বাট বিচাৰি ফুৰা তেওঁৰ সৃজনীশীলতাই যেন এক নতুন পথৰ সন্ধান পালে। চিত্ৰকলা বিদ্যাত অধ্যয়নৰ বাবে ১৯৬০ চনত তেওঁ শান্তিনিকেতনলৈ যাত্ৰা কৰিলে। এই যাত্ৰাৰো এক সুকীয়া পটভূমি আছে। এবাৰ 'জয়হিন্দ ছাত্ৰ সংঘ'ৰ উদ্যোগত সচৰাচৰে আয়োজন কৰা সৰস্বতী পূজাৰ মণ্ডপৰ বাঁহৰ খুটা এটাত ডাঙৰ দা এখনৰ পৰা এৰাই যোৱা চোকা অংশ এটাৰ সহায়ত বাঁহী বজাই থকা শ্ৰীকৃষ্ণৰ লগত সাদৃশ্য থকা মূৰ্তি এটা কাটি উলিয়াইছিল। তেওঁ এই শিল্প-চৰ্চাত একাণপতীয়াকৈ মনোনিৱেশ কৰিবলৈ ধৰিলে। নৱলব্ধ এই প্ৰতিভাক আনুষ্ঠানিক ৰূপ দিয়াৰ সংকল্পৰে শান্তিনিকেতনৰ কলাভৱনলৈ যাত্ৰাৰ বিষয়টো উত্থাপন হোৱাত আমি সকলো উৎসাহিত হৈ পৰিলো। অৱশেষত এই বিষয়ে দেউতাৰ সন্মতি লাভ কৰাৰ পিছত শান্তিনিকেতনলৈ যাত্ৰাৰ প্ৰস্তুতি চলিল।

চাৰু আৰু কাৰু শিল্পৰ অধ্যয়নৰ বাবে শান্তিনিকেতনত তেওঁ প্ৰায় আঠ বছৰ সময় কটাইছিল। মই ভাবোঁ, এই সময়ছোৱাই আছিল তেওঁৰ জীৱনৰ সৰ্বোৎকৃষ্ট সময়। শান্তিনিকেতনৰ অনন্য মুক্ত পৰিৱেশ, বিৰল প্ৰতিভাৰ অধিকাৰী গুণীজনৰ সান্নিধ্য আৰু বিশেষকৈ সৰ্বভাৰতীয় তথা আন্তৰ্জাতিক পটভূমিয়ে তেওঁক এক নতুন পথৰ সন্ধান দিলে। ক্ষুদ্ৰ পৰিসৰৰ পৰা যেন বৃহতৰ সন্ধানত জীৱনৰ উত্তৰণ ঘটিল। শান্তিনিকেতনত কাম কৰা সময়ছোৱাত বংগীয় সংস্কৃতিৰ গভীৰ প্ৰভাৱ পৰিছিল। ষাঠিৰ দশকৰ সামৰণিত নীলদাদা শান্তিনিকেতনৰ পৰা অসমলৈ ঘূৰি আহিল। কিছু দিন টীয়কত কটাই গুৱাহাটীৰ চাৰুকলা বিদ্যালয়ত শিক্ষক হিচাপে যোগদান কৰিলে। কিছু দিনৰ পিছত বিশ্ববিদ্যালয়ৰ শিক্ষা সাং কৰি মই নিজেও শান্তিপুৰৰ নীলদাদাৰ ভাড়াঘৰত থকা কৰিলো। অসমৰ

এগৰাকী গুণী চিত্ৰ-নিৰ্মাতা শ্ৰীঅতুল বৰদলৈও সেই ঘৰৰ বাসিন্দা আছিল। সেই সময়ত মই সাময়িকভাৱে 'নতুন অসমীয়া'ৰ সম্পাদনা বিভাগত যোগদান কৰিছিলো। আমি থকা ঘৰটোত প্ৰতিদিনে ভালেমান কবি, শিল্পী আৰু সাংবাদিকৰ সমাৱেশ ঘটিছিল। নতুন নতুন পৰিকল্পনাৰ বাদেও অলপ সময়ৰ বাবে হ'লেও বিনোদনৰ খোৰাক বিচাৰি তেওঁলোক তাত গোট খাইছিল। সেয়েহে ধেমালিতে শান্তিপুৰত থকা ভাড়া ঘৰটোৰ নামকৰণ কৰিছিলো 'অৱসৰ বিনোদন শিবিৰ'। ইয়াৰ মূল নীতি আছিল 'আহক, নিজেও খাওক, আমাকো খুৱাওক'। প্ৰকৃতপক্ষে অৱসৰ বিনোদন শিবিৰৰ অংশীদাৰসকলৰ জীৱন ধাৰণৰ পদ্ধতি দেখি মই অনেক সময়ত বিব্ৰত বোধ কৰিছিলো। যিকোনো ধৰণৰ বিপদ-বিঘিনি, অভাৱ-অনাটন তেওঁলোকে অতি সহজ আৰু সাধাৰণভাৱে গ্ৰহণ কৰিছিল, যিটো মোৰ বাবে স্বাভাৱিকতে কঠিন আছিল। ইতিমধ্যে চাৰুকলা শিল্পচৰ্চাত অধিক মুক্ত জীৱনৰ স্বাদ বিচাৰি নীলদাদাই চৰকাৰী স্বীকৃতি লাভ কৰা চাৰুকলা বিদ্যালয়ৰ পৰা স্বেচ্ছাই পদত্যাগ কৰিছিল। অন্য হাতেদি সাংবাদিকতাৰ পৰা অধ্যাপনালৈ জীৱিকা সলনি কৰি মই নিজেও সাময়িকভাৱে গুৱাহাটীৰ পৰা কৰ্মস্থলী সলনি কৰিলো। সেই সময়তে নীলদাদাই শান্তিনিকেতনৰ পৰা প্ৰত্যাৱৰ্তন কৰা ভাস্কৰ শিল্পী শ্ৰীসোণাৰাম নাথৰ লগ লাগি গুৱাহাটীৰ জজ খেলপথাৰৰ দক্ষিণ দিশত উদ্যোগ প্ৰদৰ্শনী এখনত নিৰ্মাণ কৰা ঘৰ এটাত অসম চাৰু আৰু কাৰুকলা সমাজৰ পাতনি মেলি চিত্ৰশালা আৰু কৰ্মশালা প্ৰতিষ্ঠা কৰি নিজেও থাকিবলৈ ল'লে। ১৯৭১ চনৰ পৰা ১৯৭৬ চনলৈকে এই পাঁচ বছৰতে আজিৰ সকলোৰে পৰিচিত নীলপৱন বৰুৱাই যেন নৱজন্ম লাভ কৰিলে। উক্ত সময়ছোৱাত মই বাহিৰৰ পৰা সততে তেওঁৰ লগত যোগাযোগ ৰক্ষা কৰি আছিলো। কলামোদীসকলৰ বাদেও বন্ধু-বান্ধৱ, শুভাকাংক্ষী আৰু সেই সময়ৰ অসমৰ সাহিত্য-সংস্কৃতিৰ দিক্‌পালসকলেও শিল্পীসকলৰ জীৱন আৰু কৰ্মৰ প্ৰত্যক্ষ অভিজ্ঞতা লাভ কৰিবলৈ জজ খেলপথাৰৰ এসময়ৰ এৰা-পৰলীয়া ঘৰটোত পাক এটা মৰাটো নৈতিক কৰ্তব্য বুলি ভাবিবলৈ ল'লে। সকলো সময়তে উচ্ছেদৰ ভাবুকিৰ মাজতো নিশা এডোখৰলৈকে জোনাক আৰু মমবাতিৰ পোহৰত জজ খেলপথাৰৰ চিত্ৰশালাত নতুন নতুন সৃষ্টিয়ে মুখ দেখিলে। অসমীয়া চিত্ৰকলা আৰু ভাস্কৰ্যত এটা নতুন জোৱাৰ আনিবলৈ নীলপৱন বৰুৱা আৰু তেওঁৰ ঘনিষ্ঠ সহযোগী তথা সতীৰ্থসকলৰ আপ্ৰাণ চেষ্টাই ধীৰে ধীৰে সঁহাৰি লাভ কৰিবলৈ ধৰিলে। শিল্পী আৰু কলামোদী ৰাইজৰ যুটীয়া প্ৰচেষ্টাতে ৰাজ্যখনত এক নতুন চিত্ৰ-আন্দোলনৰ জন্ম হ'ল। অসমৰ আধুনিক চিত্ৰকলাৰ ইতিহাসত নিসন্দেহে এই সময়ছোৱা স্মৰণীয় হৈ ৰ'ব।

আমি যি সংস্কাৰৰ মাজত ডাঙৰ দীঘল হৈছিলো, তেনে পৰিৱেশত জন্ম, মৃত্যু আৰু বিবাহক দৈৱঘটিত ঘটনা বুলি বিশ্বাস কৰা হৈছিল। নীলদাদাৰ ক্ষেত্ৰতো তাৰ প্ৰমাণ পোৱা গ'ল। এক ৰকম অপ্ৰত্যাশিতভাৱে ১৯৭৬ চনৰ ৭ মাৰ্চত এসময়ৰ জনপ্ৰিয় সুকণ্ঠী গায়িকা দীপালি বৰঠাকুৰৰ লগত তেজপুৰত তেওঁৰ বিবাহ সম্পন্ন হ'ল। স্নায়ৱিক ৰোগত আক্ৰান্ত হৈ সংগীত জগতৰ পৰা আঁতৰি যোৱা আৰু এসময়ত বিপুল জনপ্ৰিয়তা অৰ্জন কৰা কণ্ঠশিল্পীৰ লগত ইতিমধ্যে প্ৰতিষ্ঠিত হ'বলৈ ওলোৱা এগৰাকী চিত্ৰশিল্পীৰ বিয়াখনে

সেই সময়ত যথেষ্ট আলোড়নৰ সৃষ্টি কৰিছিল। ঘটনাক্ৰমে নিচেই প্ৰাৰম্ভিক স্তৰৰ পৰা এই নতুন সম্পৰ্ক স্থাপনৰ প্ৰক্ৰিয়াত মই এক বিশেষ গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰিব লগা হৈছিল। তেনে এক পটভূমিত আনকি বিয়াৰ চাৰি বছৰৰ পিছলৈকে সেই ভূমিকা দায়িত্ব সহকাৰে পালন কৰিবলৈ চেষ্টা কৰিছিলো। কিয়নো অগতানুগতিকভাৱে যুগ্ম জীৱনৰ পাতনি মেলা সাধাৰণভাৱে সাংসাৰিক দিশত এক প্ৰকাৰ অনভ্যস্ত দুয়োজনৰ বাবে এই সময়ছোৱা অত্যন্ত গুৰুত্বপূৰ্ণ আছিল বুলি মই বিশ্বাস কৰোঁ। পৰৱৰ্তী সময়ছোৱাত ইয়াৰ সুস্পষ্ট প্ৰভাব দেখা পোৱা গৈছিল। যিয়েই নহওক, শান্তিনিকেতনলৈ যাত্ৰা, চাৰুকলা বিদ্যালয়ৰ চাকৰিৰ পৰা স্বেচ্ছাই আঁতৰি অহা, জজ খেলপথাৰতে নিজে পাতি লোৱা চিত্ৰশালা আৰু বাসস্থানত আৰম্ভ কৰা কৃচ্ছ সাধনাৰ দৰে বিৱাহো আছিল শিল্পী জীৱনৰ এক চৰম পৰীক্ষা। আনবোৰ পৰীক্ষাৰ দৰে তেওঁ এই পৰীক্ষাতো উত্তীৰ্ণ হ'ব পাৰিছিল, যিটোৱে ব্যক্তি হিচাপে তেওঁৰ জীৱন-বৃক্ষক বহু ওপৰলৈ তুলি ধৰিছিল। বাস্তৱিকতে চাৰিত্ৰিক দৃঢ়তা আৰু প্ৰখৰ নৈতিক মূল্যবোধে চৰম দুৰ্যোগৰ মাজতো তেওঁক পথভ্ৰষ্ট নহ'বলৈ সহায় কৰি আহিছিল।

নিজৰ বয়সতকৈ কম বয়সৰ লোকৰ লগত মিলা-মিচাৰ মাজেদি মানুহে হেনো মনটো সতেজ কৰি ৰাখিব পাৰে। নীলপৱন বৰুৱাৰ ক্ষেত্ৰত এই সত্যটো বহু পৰিমাণে খাটে, যাৰ বাবে তেওঁৰ গুণমুগ্ধসকলৰ মাজত তৰুণ-তৰুণীৰ সংখ্যাটোৱে প্ৰাধান্য বেছি। শিশুসুলভ আচৰণৰ বাবে যিকোনো শিশুৰ লগতে তেওঁ সহজে আত্মীয়তা গঢ়ি তুলিব পাৰে। সন্তসকলে কয় যে পানীত যেনেকৈ মাছ জীয়াই থাকে, সংসাৰতো মানুহে তেনেকৈ জীয়াই থাকিব লাগে। পানীৰ মাজতে সাঁতুৰি-নাদুৰি ফুৰা মাছবোৰৰ গাত কিন্তু কোনো সময়তে পানী লাগি নাথাকে। মানুহেও সংসাৰত কোনো ধৰণৰ মোহ বা আসক্তি গাত নলগাকৈ জীয়াই থাকিবলৈ শিকিব লাগে। নীলদাদাৰ জীৱনত বহু সময়ত বহল পানীত সাঁতুৰি-নাদুৰি ফুৰা মাছৰ সাদৃশ্য দেখা পাইছোঁ। অৱশ্যে মানুহৰ দৰে মাছৰ ভিতৰতো শ্ৰেণী ভেদ আছে। ইলিচ মাছৰ কথাকে ধৰা যাওক। আপুৰুগীয়া এইবিধ মাছ বন্ধ বা ঠেক পানীত জন্ম নহয়। ইপাৰ-সিপাৰ নেদেখা বৃহৎ নদীৰ মাজেদি বৈ যোৱা প্ৰধান জলধাৰাতহে ইয়াৰ জন্ম হয়। ভটিয়নি পানীত গা এৰা দি নিচিন্ত মনে সাঁতোৰ মেলা যিকোনো মাছৰ লগত ইয়াৰ তুলনা কৰিব নোৱাৰি। ইলিচ মাছৰ প্ৰধান বৈশিষ্ট্য হৈছে ই সোঁতৰ বিপৰীতে সাঁতোৰে। জীৱন নদীত সোঁতৰ বিপৰীতে সাঁতোৰ মেলা নীলপৱন বৰুৱাৰ মাজতো অনেক সময়ত মই তাৰ প্ৰতিফলন দেখা পাওঁ। ❑

# বৃহৎ মানৱ জীৱনৰ সন্ধান কৰা এগৰাকী শিল্পী

**হেমন্ত বৰ্মন**

(কটন কলেজত পঢ়াৰ সময়ত জজ খেলপথাৰৰ এচুকত থকা নীলপৱন বৰুৱাৰ ষ্টুডিঅ'ই আমাক আকৰ্ষিত কৰিছিল আৰু আমি তালৈ সঘনে আহ-যাহ কৰিছিলো। মিষ্টভাষী চিত্ৰকৰগৰাকীৰ কাম-কাজ, কথা-বতৰা আমাৰ বাবে আছিল লোভনীয়। লাহে লাহে নীলপৱন বৰুৱা আমাৰ বাবে বৰুৱাদা হৈছিল। ১৯৭১ চনতে বৰুৱাদাই তাতেই আৰম্ভ কৰিছিল এটি শিল্প সংগঠনৰ। নিজেই সাধনাত মগ্ন আছিল আৰু আন শিল্পী, শিল্প-ৰসিকক সমবেত কৰাইছিল সৰু সেই ঘৰটিত। আমিও কটন কলেজত তেওঁৰ চিত্ৰৰ প্ৰদৰ্শনী এখন পাতিছিলো। তেতিয়া চিত্ৰৰ প্ৰতি থকা কৌতূহলৰ বশৱৰ্তী হৈয়ে শিল্পীগৰাকীৰ চিত্ৰ আঁৰাৰ দিহা কৰিছিলো তেতিয়াৰ ইউনিয়ন হলত, ১৯৭৫ চনত। শ্ৰদ্ধেয় নৱকান্ত বৰুৱা, প্ৰদীপ আচাৰ্য আৰু আন শিক্ষাগুৰুসকলৰ আশীৰ্বাদত সেই প্ৰদৰ্শনীয়ে আমাক এক বিমল আনন্দ দিছিল।

নীলপৱন বৰুৱাৰ সৃষ্টি অসমৰ লোকসংস্কৃতিৰ পৰা আধুনিকতালৈকে বিস্তৃত। সৃষ্টিত অহৰহ অবিচল থকা বৰুৱাৰ দৰে শিল্পী কমেই ওলাব। টীয়কৰ সেউজ, শান্তিনিকেতন, ধূসৰপ্ৰায় গ্ৰাম্য নিবিড়তা—এই সকলোৰে সমাহাৰ ঘটিছে বৰুৱাদেৱৰ সৃষ্টিত। তেওঁৰ চিত্ৰৰ উজ্বল মনোমোহা বৰ্ণৰ ব্যৱহাৰে সহজে দৰ্শকক সংবেদনশীল কৰি তোলে।

জীৱন আৰু অভিজ্ঞতাৰ বৰ্ণাঢ্যই নীলপৱন বৰুৱাৰ শিল্প জিজ্ঞাসাক এক দুৰন্ত গতি দান কৰিছে। জীৱনক বৰ সহজভাৱে ল'ব পাৰে শিল্পীয়ে। জজ খেলপথাৰৰ সেই ষ্টুডিঅ'ৰ পৰা আজিৰ তেওঁৰ বেলতলাৰ সৌৰভনগৰৰ বাসভৱনলৈকে বৰুৱাদাক ভিন ভিন ৰূপত দেখাৰ সৌভাগ্য ঘটিছে। সাধাৰণ জীৱন আৰু বৃহৎ কল্পনা-পৰিকল্পনাই হ'ল বৰুৱাদাৰ বিশেষত্ব।

বৰেণ্য কণ্ঠশিল্পী দীপালি বৰঠাকুৰৰ লগত নীলপৱন বৰুৱাৰ বিয়া হয়। দীপালি বৰঠাকুৰে সংবেদনশীল এইগৰাকী শিল্পীক সৃষ্টিৰ বাবে তাগিদা দিয়া আমি নিজেই দেখিছোঁ। উভয়ৰ কোমল আৰু মানৱীয় ব্যৱহাৰে যিকোনো লোকক সহজে আকৰ্ষণ কৰে।

বৰুৱাৰ সৃষ্টি আৰু অভিজ্ঞতাৰ বিশাল পৃথিৱীত ভুমুকি মৰাৰ হেঁপাহ লৈ ১৯৯১ চনৰ ১০ নৱেম্বৰত তেওঁৰ বেলতলাৰ বাসভৱনত বহু সময় জুৰি কথা পাতিছিলো আৰু

চিত্ৰ চাইছিলো। দীপালি বৰঠাকুৰে মাজে মাজে কৰা দুই এটা মন্তব্যই কথাৰ পাগ তুলিছিল। তাৰেই সাৰ-সংকলন সাক্ষাৎকাৰ হিচাপে তেতিয়া আমাৰ দ্বাৰা সম্পাদিত 'শ্ৰীময়ী'ত প্ৰকাশ পাইছিল। বৰুবাদাৰ সেই কথা-বতৰা পুৰণি হোৱাৰ প্ৰশ্নই নুঠে। বৰঞ্চ পাঠকে বহু কথাৰ সম্ভেদ পাব।

তেতিয়াৰ দৰে বৰুবাদা সৃষ্টিৰ উচ্ছলতাত আজিও টলমল।

বৰুবাদাৰ লগত হোৱা আমাৰ সেই সাক্ষাৎকাৰটি ইয়াত দাঙি ধৰা হ'ল।)

***ল'ৰালিতে ছবিৰ প্ৰতি আকৃষ্ট হৈছিল নেকি ? শিল্প জগতত প্ৰৱেশৰ কাৰণ? দেউতা, পৰিয়ালৰ সমৰ্থন আছিলনে?***

ছবি আঁকাৰ কাৰণে নহয়, ছবিয়ে মুগ্ধ কৰিছিল বাবেই ছবি চাই ভাল পাইছিলো। ছবিৰ ভাষাৰেহে পাৰিপাৰ্শ্বিকক বুজিবলৈ বিচাৰিছিলো। বসন্ত, বিহু, কুলি-কেতেকীৰ মাতৰ বিষয়ে কবিতাত বা পদ্যত পঢ়ি যি অনুভূতি হৈছিল, বাস্তৱত তাক বেলেগ দেখিছিলো। অৱশ্যে বিহুনামৰ ব্ৰহ্মপুত্ৰখন যেন প্ৰথমবাৰ দেখিয়েই চিনাকি চিনাকি লাগিছিল। নিচেই সৰুতেই ব্ৰহ্মপুত্ৰ প্ৰথম দেখিছিলো জাঁজীমুখত অশোকাষ্টমীত স্নান কৰিবলৈ যাওঁতে। জাঁজীমুখত এখন কুমাৰগাঁও আছে। তাৰে নামঘৰত আমি ৰাতি কটাইছিলো কেইবাবাৰো। ৰাতি টিপচাকি এটা হাতত লৈ আইতা এগৰাকীয়ে আমাক চাবলৈ আহিছিল। আইতাই হাতত মাটিৰ পুতলা লৈ আহি আমাৰ হাতে হাতে একোটি দি এটা সুন্দৰ হাঁহি মাৰি গালে-মুখে হাত ফুৰাই মৰম কৰিছিল। পিছদিনা নিচেই পুৱাতে বগৰীগুৰি চাপৰিৰ উলুবনি আৰু বগৰী গছৰ মাজেদি যাওঁতে আৰি মিৰিৰ ম'হে শিং তুলি চাইছিল। আৰি বোলা মিচিং মানুহজনৰ বহুত ম'হ এই চাপৰিত মেলি থয় বুলি শুনিছিলো। সেই ম'হবিলাক প্ৰায় বনৰীয়াৰ নিচিনা আছিল। আৰি মিৰিক আমি আমাৰ গাঁৱৰ মাজেদি ঘোঁৰাত উঠি যোৱাও দেখিছিলো। মানুহজন কুঁজা আছিল। বেলি ওলাওঁ নৌওলাওঁতে আমি গৈ ব্ৰহ্মপুত্ৰৰ পাৰ পাইছিলোগৈ। বগৰী আৰু উলুবনিৰ ডাঠ ঘাঁহনিৰ পৰা ওলায়ে লুইতৰ বগী ধকেধকি বালি পালোগৈ। কুকুৰা এটাই ছোঁ মাৰি মাছ এটা ধৰি নিলে। বালিমাহী আৰু গংগা চিলনীয়ে বালিত ভেও দি ফুৰিছে। ইপাৰৰ শালমৰা ঘাটৰ কুমাৰগাঁৱৰ পানী যুৱলিত থকা টেকেলিৰ দ'মবোৰৰ সুমথিৰা ৰঙটোও চকুত পৰিল। মিচিং গাঁৱৰ দুটামান ঘৰ পানীৰ ওচৰতে দেখিলো। এই পাৰে ঘাটজাল চপাই মাছমৰীয়াই মাছ ধৰিছে। দুপৰীয়াৰ ফালে জালেৰে বিৰাট বিৰাট ভেউ মাছ কেইটামান ধৰিলেই। মাছবোৰ বেঢ়িকুৰি আনি পঁচাৰে মাৰি বালিত পেলাইছেহে, ইফালে ছলাট ছলাটকৈ মাৰি থকা টৌবোৰ বাঢ়িবলৈ ধৰিলে। দূৰৈত চুঙা এটাৰ পৰা ধোঁৱা ওলাইছে আৰু ভোঁকৈ এটা শব্দ হ'ল। কাঠৰ ঘৰটো পানীত জোৰেৰে ওপঙি আহি আছে। ডাঙৰ ল'ৰাবোৰে 'জাহাজ জাহাজ' বুলি চিঞৰিবলৈ ধৰিলে।

জাহাজখন পানী ফালি আগলৈ গৈ আছে। উঠিবলৈ বৰ মন গৈছিল। পিছে ওচৰ নেচাপিল, দূৰেদি গুচি গ'ল। বালিত কোনোবাই বাসন্তী পূজা পাতিছে। ঘট এটাত ৰঙা

কাপোৰ মেৰিয়াই থৈছে। ঘটৰ মুখত কিছুমান গছৰ পাত আৰু ফুল। ওচৰত নৈবেদ্য আদি সজাই থোৱা আছে। সিংহৰ ওপৰত গোসাঁনী বহি আছে। ৰঙা-নীলা ৰঙৰ প্ৰতিমা। চালে চকুৰোৱা। একেলগে কিমান দৃশ্য, কিমান ৰং। এয়া বোধহয় মোৰ প্ৰথম চিত্ৰৰ পাঠ আছিল। আমাৰ গোসাঁইঘৰত সিংহ, গৰুড়, চিপাহী আদিৰ বহুত মূৰ্তি আছিল আৰু ইঞ্জিনিয়াৰ দদাইদেউৱে আমাৰ চ'ৰাঘৰটোৰ সৰুকৈ কৰা নমুনাটো ওপৰৰ চাঙত তুলি থৈছিল। সেইটো দেখি এটা সাজিবলৈ বৰ ইচ্ছা হৈছিল, সাজিব হ'লে নোৱাৰিলো। আমাৰ সৰু দদাইদেউ বিজয় প্ৰকাশ বৰুৱাই এনেবোৰ বস্তু তৈয়াৰ কৰিছিল। পুতলা উৰাজাহাজ আৰু চিপাহী সাজি জাপান-ইংৰাজৰ যুদ্ধ পাতিছিল। দদায়ে থিয়েটাৰৰ দৃশ্য আদিও কৰিছিল। থিয়েটাৰৰ পোষ্টাৰ বৰ সুন্দৰকৈ আঁকিছিল। এইবোৰ চাই বৰ ভাল পাইছিলো— নিজে হাত দিয়া নাছিলো। এবাৰ লাচিত মেলাত মহাত্মা গান্ধীৰ এখন ডাঙৰ ছবি দেখিছিলো। আঠ-দহ ফুটমান ওখ হ'ব। ১৯৪৮ চনত যোৰহাটৰ নৰ্মাল স্কুলত ডাঙৰ প্ৰদৰ্শনী হৈছিল। সেই প্ৰদৰ্শনীত বহুতো পুৰণি ঐতিহ্যপূৰ্ণ বস্তু প্ৰদৰ্শন কৰা হৈছিল। আৱাহন, বৰদৈচিলা, বসুমতী, ভাৰতবৰ্ষ আদি অসমীয়া-বঙলা আলোচনী, ৰামায়ণ-মহাভাৰতৰ ৰঙীণ ছবি দেখিছিলো। পঞ্জিকাৰ ছবিয়েও মনত ৰেখাপাত কৰিছিল। ডাক টিকট গোটোৱা, পুৰণি মুদ্ৰা সংগ্ৰহ কৰা আদি বহুতো চখ আছিল। এবাৰ ডাঙৰ বহী এখন কৰি কাগজে-পত্ৰই পোৱা ছবি কাটি লগাই থৈছিলো। তাৰ প্ৰথমখন ছবি আছিল— লিঅ'নাৰ্ড ডা ভিঞ্চিৰ আত্ম-প্ৰতিকৃতি। পিছৰখন আছিল মাইকেলেঞ্জেলোৰ কোনোবা মূৰ্তিৰ ছবি। তেতিয়া সেইসকলৰ বিষয়ে ভালকৈ বুজি পোৱা নাছিলো। পিছলৈ ৰবীন্দ্ৰনাথ, পুস্কিন আদিৰো ছবি সংগ্ৰহ কৰিছিলো। আমাৰ চ'ৰাঘৰত বাঁহৰ কাঠিৰ ওপৰত কৰা জাপানী দৃশ্যচিত্ৰ (Landscape) আছিল। লগতে আইনাত আঁকা কিছুমান দৃশ্যচিত্ৰ আৰু বাণী আছিল। মাছৰ বাকলিৰে কৰা কিছুমান ছবিও দেখিছিলো। ৰাজা ৰবী বৰ্মাই কৰা কিছুমান ছবি বহু মানুহৰ বৈঠকখানাত দেখা মনত আছে। আমাৰ পেহীৰ ঘৰত দুৰ্বাসাই শকুন্তলাক শাপ দিয়া নানান অলংকাৰ লগাই আৰু জিলিকাই তোলা ছবিখনো মনত আছে। এইখনো বোধহয় ৰাজা ৰবী বৰ্মাৰে আছিল। তেতিয়া অৱশ্যে কাৰ জনা নাছিলো— ছবি চাই মুগ্ধ হৈছিলো আৰু ভৱিষ্যতে ছবিৰ জগতলৈ অহাৰ হয়তো গোপন বাসনা মনতে পোষণ কৰিছিলো। এবাৰ আমাৰ এখন ডাঙৰ কটাৰী ভগাত তাৰে এটুকুৰা জোঙা হৈ পৰি আছিল। তাৰে বাঁহ এডালত আঁকিছিলো। সেইবিলাকৰে এটা চুঙাত ৰবীন্দ্ৰনাথৰ আৰ্হিৰ ডাড়ি থকা এখন মুখ আৰু এটাত বেজবৰুৱাৰ নিচিনা মুখ হৈছিল। এয়ে মোৰ ছবি আঁকাৰ আৰম্ভণি আছিল।

১৯৫৫ চনত এজনৰ লগত জেদ ধৰি মাজুলী-লখিমপুৰ আদিত খোজকাঢ়ি গাঁও-ভূঁই চাই ঘূৰি ফুৰিছিলো। পথে পথে ঘূৰোঁতে বাটে-ঘাটে দেখা চিত্ৰবোৰ ৰেখাৰে আঁকি থলে এটা স্থায়ী ৰূপ থাকি যাব। এই পথ পৰিক্ৰমাৰ ভাবটো বহল হৈ গৈ এসময়ত সমগ্ৰ পৃথিৱীৰ পথকে সামৰাৰ কথা ভাবিছিলো। সেই পৰিক্ৰমাত সাৰথি হওক কলম-পেঞ্চিল। বাটে-বাটে ঘূৰিম। দেশ চাম। ৰেখাচিত্ৰ কৰিম। সেইবোৰ কোনোবা কাগজত

প্ৰকাশ কৰিম। তাৰে দুপইচা সংগ্ৰহ কৰি খাদ্য-পানীয়ৰ যোগাৰ কৰিম। সেই চিন্তাৰ পৰিণতিত আৰু পাঁচ বছৰৰ পিছত শান্তিনিকেতনলৈ ওলালো। ১৯৬০ চনৰ আমাৰ ভ্ৰাতৃঘাতী যুদ্ধৰ কাৰণে সেই বছৰ তাত ভৰ্তি হোৱা নহ'ল। পিছৰ বছৰতে ছাত্ৰৰূপে যোগ দিলো। চিত্ৰ-শিক্ষা কৰিবলৈ ওলাইছিলো পৃথিৱী ভ্ৰমণত সহায় হ'ব বুলি। পিছে চিত্ৰই পথ ভুলাই চিত্ৰৰ ক্ষেত্ৰখনতে ভ্ৰমাই ফুৰাইছে।

দেউতাইঁত কলিকতাত ছাত্ৰ থকাৰ সময়ত কিছু দিন বিখ্যাত ঠাকুৰ পৰিয়ালৰ বাসগৃহৰ ওচৰতে আছিল। তেওঁলোকৰ ঘৰৰ বহুতো ল'ৰাই দেৰিকৈ শুই উঠি ওচৰৰ চাহৰ দোকানত দুপৰীয়ালৈকে আড্ডা দিয়া দেখিছিল। তেওঁলোকৰ মাজত ভালেকিজন শিল্পী, সংগীতজ্ঞও আছিল। আমাৰ কোনোবা এজনে বোলে তেওঁলোকৰ নামকৰণ কৰিছিল 'খোদাৰ খাচী', অৰ্থাৎ অলস প্ৰাণী। সেই সময়ত অন্যান্য শিল্পীসকলকো দেখিছিল অদ্ভুত বেশভূষাত। সমাজৰ লগত নিমিলা চৰিত্ৰৰ। খাদ্যাখাদ্যৰ বিচাৰ নোহোৱা (তেতিয়াৰ দিনত) চিত্ৰ মনত পেলাই দেউতাই আমাক চিত্ৰশিল্পী হোৱাটো আশা কৰা নাছিল। পিছত অৱশ্যে অনুমতি দিলে। আৰু বহু দিনৰ পিছত বোলে এখন সভাত শিক্ষাৰ বিষয়ে ক'বলৈ গৈ দেউতাই কৈছিল— 'আজিৰ শিক্ষাৰ ধাৰা বদলিল, অন্যৰ কথা নকওঁ, মোৰ ল'ৰাটোৱে চিত্ৰ-শিক্ষা কৰি আহোঁতে মই ভাবনাত পৰিছিলো— ই এতিয়া কি কৰে'? এতিয়া দেখিছোঁ ছবি আঁকি, মূৰ্তি কৰি সমাজত বহিবলৈ সি ঠাই এটুকুৰা উলিয়াই লৈছে।' এইদৰে মই শিল্পৰ জগতলৈ আহিলো, তাতে বসবাস কৰিছোঁ। আৰু বহুতক এই ক্ষেত্ৰলৈ আহিবলৈ পথ উলিয়াই দিয়াত সহায় কৰিছোঁ।

***শান্তিনিকেতনৰ অভিজ্ঞতা?***

মোৰ প্ৰথম অভিজ্ঞতা — শান্তিনিকেতনে তাত থকা সকলোকে আত্মমৰ্যাদাৰ প্ৰতি সজাগ হ'বলৈ শিকায়।

নিজৰ সন্মান তোমাৰ নিজৰ।

পাৰিপাৰ্শ্বিক অভিজ্ঞতাৰ পৰা শিকা।

তুমি সকলোকে সন্মান কৰা, তোমাকো সকলোৱে সন্মান কৰিব। এই চৰ্তত আমি আমাৰ শিক্ষাগুৰুসকলৰ প্ৰতি সজাগ আছিলো। তেখেতসকলৰ প্ৰদৰ্শিত পথত খোজ পেলাইছিলো। সততে যত্ন কৰিছিলো— আমি জ্ঞাতে অজ্ঞাতে যাতে তেখেতসকলৰ মনত দুখ নিদিওঁ। এই ভাবে আমাক বিনয়ী হ'বলৈ শিকাইছিল।

শান্তিনিকেতনত প্ৰত্যেকেই প্ৰত্যেকক সন্মান কৰিছিল, স্নেহ কৰিছিল। তেহেলৈ তেওঁ বিশ্ববিদ্যালয়ৰ সৰ্বোচ্চ সন্মানিত ব্যক্তি উপচাৰ্যই হওক বা চতুৰ্থ শ্ৰেণীৰ পিয়ন চকিদাৰেই হওক। এতিয়াৰ কথা নেজানো, আমাৰ সময়লৈকে আমি পিয়ন, চকীদাৰ আদি সকলো জ্যেষ্ঠ লোকক দাদা বুলি সম্বোধন কৰিছিলো।

আমি শান্তিনিকেতনত প্ৰকৃতিৰ খুব ওচৰ চাপি গৈছিলো। বীৰভূমৰ সৰল আৰু বৈৰাগী ধৰণৰ প্ৰকৃতিয়ে আমাক সহজ-সৰল হ'বলৈ শিকাইছিল। পোছাক-পাতি, আচাৰ-

ব্যৱহাৰ সকলোতে বাহুল্য বৰ্জন কৰিবলৈ শিকাইছিল। সৰু-বৰ সকলো কামকে কৰিবলৈ সমানে উৎসাহিত কৰিছিল শান্তিনিকেতনৰ আবহাৱাই। অমাৰ্জিত অৰুচিকৰ পোছাক, আচাৰ-ব্যৱহাৰ সকলোৱে ঘৃণা কৰিছিল আৰু নিজৰ কোনো কামকে কোনো লোকে নিঘিণাইছিল। এইদৰে এক শুচি-শুদ্ধ পৰিমণ্ডলত আমি পবিত্ৰ আৰু শুচি-শুদ্ধ হ'বলৈ সততে যত্নৱান আছিলো।

শান্তিনিকেতন সহশিক্ষাৰ অনুষ্ঠান। কেতিয়াবা ইয়াত ছাত্ৰতকৈ ছাত্ৰীৰ সংখ্যা অধিক যেন অনুভৱ হৈছিল আৰু সততে ছাত্ৰসকলে ছাত্ৰীসকলৰ লগত উঠা-বহা কৰোঁতে, স্ত্ৰীজাতিৰ প্ৰতি সন্মান যাচি ব্যৱহাৰ কৰোঁতে, সকলোতে সুৰুচিৰ প্ৰকাশ হৈ আও-ভাওৰ পৰিশীলন ঘটিছিল। বিভিন্ন দেশ আৰু ৰাজ্যৰ পৰা অহা নানান ভাষা-ভাষীৰ ছাত্ৰ-ছাত্ৰীবিলাকৰ মাজত আদান-প্ৰদানৰ মাজেৰে সমস্ত পৃথিৱী এক হৈ পৰিছিল। বিশ্বভাৰতীয়ে প্ৰকৃততে এক বিশ্বভাতৃত্বৰ ভাব জগাই তুলিছিল। পঢ়া-শুনাত সাংঘাতিক কিবা এটা নহ'লেও শান্তিনিকেতনৰ প্ৰতিজন ছাত্ৰ আৰু প্ৰতিগৰাকী ছাত্ৰীয়ে এই গুণবিলাকেৰে বিভূষিত হৈ উঠিছিল আৰু যিকোনো সমাজত সহজে মিলিব পাৰিছিল। অযথা পুৰুষত্ব দেখুৱাই মিছা ভেম, মিছা গৰ্ব, মিছা শক্তি প্ৰয়োগৰ পৰা দূৰত থাকি বিনয়ী হোৱাৰ কাৰণে শান্তিনিকেতনৰ ছাত্ৰ সমাজক 'মেয়েলি' বা 'ছোৱালী ছোৱালী যেন লগা' বুলি কোৱা শুনা যায়; আচলতে স্ত্ৰী-গুণৰাজিত থকা ধীৰ-স্থিৰ, সভ্য-ভব্য, লজ্জা আদি গুণেৰে ভূষিত প্ৰকৃত শান্তিনিকেতনী ছাত্ৰই নেকি দূষিত সমাজত 'মেয়েলি' নাম পায়। ওপৰত উল্লেখ কৰা গুণেৰে বিভূষিত এজন প্ৰকৃত শান্তিনিকেতনী ছাত্ৰই সমাজত কিবা নহয় কিবা এটাৰে বিশিষ্ট হোৱা চকুত পৰে। এইবিলাকৰ বাহিৰেও প্ৰসিদ্ধ শিল্পী, প্ৰসিদ্ধ চিন্তাবিদ, সংগীতজ্ঞ আদিসকলৰ সান্নিধ্যত লাভ কৰা আনন্দৰ অভিজ্ঞতাৰ কথা জনালে এখন মহাভাৰত হ'ব। তাৰ উপৰি, বীৰভূমৰ গেৰুৱা মাটিৰ সান্নিধ্যৰ অভিজ্ঞতাই চিৰঋণী কৰি ৰাখিছে।

***শান্তিনিকেতনৰ পৰিবেশে মনত স্বাধীন চিন্তাৰ জন্ম দি স্থানীয় ঐতিহ্যৰ ভেটিত কাম কৰাৰ প্ৰেৰণা যোগাব পাৰিছিলনে?***

শান্তিনিকেতনলৈ গৈ প্ৰথমতে তাৰ লোকসকলে ভিন্ন দেশৰ ভিন্ন ভাষা, ভিন্ন আচাৰ-ব্যৱহাৰ আদি জনাৰ কাৰণে কৰা আগ্ৰহ দেখি অবাক হৈছিলো। নৱাগত আদৰণী সভাত বিভিন্ন ভাষা-ভাষীৰ নাচ-গান আদিয়ে সকলোকে মুগ্ধ কৰিছিল। সামান্য কিবা জনাজনকো বৰ প্ৰশংসা কৰা হৈছিল। মোৰ নিচিনাজনকো গান গোৱাইহে ৰেহাই দিছিল। সেই উৎসাহতে পিছলৈ ৰবীন্দ্ৰ সংগীত আৰু নানা দেশ-বিদেশৰ গীত-মাতত নিজৰ গলাৰ ব্যৱহাৰ কৰিবলৈ চেষ্টা কৰিছিলো।

শান্তিনিকেতনৰ প্ৰথম পাঠ লোৱা কেইদিনমানৰ ভিতৰতে আমাৰ ষ্টুডিঅ'ৰ ওচৰত এটা ভাতী তৈয়াৰ কৰি অধ্যক্ষ বিশ্বৰূপ বসুৱে (নন্দলাল বসুৰ বৰপুত্ৰ) মাটিৰ বস্তু পুৰি গ্লেজ্‌দ্ কৰাৰ উপায় কৰিছিল। সেইটোত মই উৎসাহিত হৈ ভালকৈ বস্তুটো লক্ষ্য কৰিলো—ভৱিষ্যতে নিজৰ ঠাইত মৃৎশিল্পৰ এই বিদ্যা শিকি প্ৰচাৰ কৰিব লাগিব। এই

শিল্পক ব্যৱহাৰিক স্তৰত লগাই জীৱিকা নিৰ্বাহৰ পথ মোকলাব লাগিব। গুৱাহাটীলৈ ঘূৰি আহি স্থানীয় আৰ্ট স্কুলত শিক্ষকতা কৰাৰ লগে লগে 'নীপবন আৰ্ট পটাৰী' নাম দি মৃৎশিল্পৰ এটা প্ৰতিষ্ঠান খোলাৰ কাম হাতত লৈছিলো— সময়ত বহু কাৰণত সেইটো হৈ নুঠিল। শান্তিনিকেতনে আমাক শিল্পৰ দাস হ'বলৈ শিকোৱা নাছিল, জীৱনৰ বিভিন্ন দিশত শিল্পৰ ৰস বোৱাই দি ৰসাল পৰিশীলনৰ ভাব সমাজত জগাবলৈহে সদায় সকীয়াইছিল। ডাঙৰ গছৰ গুটি বহু দূৰলৈ বিভিন্ন প্ৰাকৃতিক উপায়েৰে বিয়পাই দিয়াৰ দৰে কৃপণৰ দৰে আমাক ধৰি নেৰাখি বিশ্বৰ বিভিন্ন প্ৰান্তৰলৈ বিয়পাই দিছিল। শিক্ষাৰ্থীৰ নিজ প্ৰান্তৰলৈতো কথাই নাই। ৰামকিংকৰে এবাৰ কথাত লাগি কৈছিল—'গুৰুদেব ৰবীন্দ্ৰনাথ এই আশ্ৰম বানাল— বানাও দেখিনা একটা বাগান'। মুখ খুলি নক'লেও এই আহ্বান মই গ্ৰহণ কৰিছিলো। তাৰ এটা অংশ পূৰাও কৰিছিলো। শেষ বাৰ ৰামকিংকৰক লগ পাওঁতে তেখেতে নিজৰ পৰাই কৈছিল— 'শুনেছি তুমি নাকি খোলা মাঠে ( জজ পথাৰত) কি একটা বানিয়েছ?' এই আশীৰ্বাদে এতিয়াও উৎসাহহে যোগায় নতুন নতুন কাম কৰিবলৈ।

***কি মাধ্যমৰ প্ৰতি আপুনি আগ্ৰহী হৈছিল?***

আমাৰ সময়ত শান্তিনিকেতনত ভাস্কৰ ৰামকিংকৰৰ প্ৰচাৰ, প্ৰসাৰেই বেছি আছিল। সেই কাৰণেই বোধহয় আৰু বলবীৰ সিং কাট আদি ভাস্কৰ-বন্ধু লগ পোৱাৰ বাবেও ভাস্কৰ্যৰ প্ৰতি বিশেষভাৱে আকৃষ্ট হৈছিলো। খোদাই কামতকৈ মই মডেলিঙৰ কাম বেছি কৰিছিলো—সাধাৰণ মাটিৰ মূৰ্তিকে পুৰি টান কৰি লৈছিলো য'ত খৰচ কম পৰে। পিছত মৃৎপাত্ৰ কৰোঁতে এনে বহুত মূৰ্তি কৰিছিলো। পোৰামাটি টেৰাকোটাৰ কাম কৰিবলৈ লওঁতেই বহুত অসুবিধাৰ কাৰণে অসমলৈ ঘূৰি আহিবলগীয়া হ'ল। মাটিৰ কাম বাদ দি ৰং-তুলিৰ কাম আৰম্ভ কৰিলো। প্ৰথমে সাধাৰণ চিয়াঁহীৰে ড্ৰইং কৰাত মন দিছিলো। ড্ৰইঙৰ লগে লগে অন্যান্য ছবি কৰিবলৈও ললো। লাহে লাহে তেল ৰং আৰু এক্ৰাইলিক ৰঙৰ ব্যৱহাৰ কৰিবলৈ ধৰিলো। লগে লগে সহজে পোৱা কম খৰচৰ মাধ্যমৰ প্ৰতি মন দি কাগজৰ মণ্ডৰ ওপৰত ছবি কৰিবলৈ ললো। ব্যৱহাৰ কৰোঁতে কৰোঁতে নতুন এটা পদ্ধতি আৱিষ্কাৰ হ'ল। বৰ্তমান এই পদ্ধতি বহুতকে শিকাইছোঁ আৰু কিছুমানে দেখিও শিকিছে। এই পদ্ধতিত অন্য ধৰণেৰে প্ৰথমে কাম কৰিছিল সোমনাথ হোৰে। অসমৰ ৰমেশ বণিক্যই কিছু কাম কৰিছিল। তেওঁৰ পদ্ধতিকে বহলাই মই মোৰ পদ্ধতি আৱিষ্কাৰ কৰোঁ।

***শান্তিনিকেতনৰ পৰা উভতি আহি কি কৰিম বুলি ভাবিছিল আৰু তাক কৰিব পাৰিছিলনে?***

আজিৰ প্ৰখ্যাত শিল্পী বেণু মিশ্ৰ আমাতকৈ চাৰি-পাঁচ বছৰমান আগতে গুৱাহাটীলৈ ঘূৰি আহে। অহাৰ আগতে তেখেতক সুধিছিলো—অসমলৈ ঘূৰি আমি কেনে ধৰণৰ কাম কৰিমগৈ। একেবাৰে আদিৰ পৰা কৰিম, নে একেবাৰে সৰ্বাধুনিক পদ্ধতিৰে কাম কৰিম। মিশ্ৰই কোৱা মনত আছে— আমি দুইটাৰে প্ৰতি দৃষ্টি ৰাখিব লাগিব। কিছু কাম কৰোঁতে

মাজত ধৰি কৰিব লাগিব। পুৰণিত নতুন, নতুনত পুৰণিৰ সংযোগ ঘটাই অসমত এটা চিত্ৰ-ভাস্কৰ্যৰ আধুনিক ধাৰাৰ প্ৰসাৰ ঘটাব লাগিব। অন্য নহ'লেও নিজৰ কাঠামোৰ প্ৰতি দৃষ্টি ৰাখি তাৰ কাৰণে পথ মোকলাবলৈ প্ৰথমে পটাৰী কৰি শিল্পৰ লগতে দুপইচা অৰ্জন কৰি জীৱিকাৰ পথ মোকলাবলৈ পটাৰীৰ কাৰখানা খোলাৰ কাৰণে কাম হাতত লৈছিলো, যাৰ বাবে মোৰ শিক্ষাৰ প্ৰথম বৰ্ষৰে পৰা মনে মনে আঁচনি যুগুতাই ৰাখিছিলো। ইয়াৰ পৰা প্ৰথমে জীৱিকাৰ লগতে পৃথিৱীৰ আদি উদ্যোগ মৃৎশিল্পৰ চৰ্চা হ'ব আৰু লাহে লাহে নিজক প্ৰতিষ্ঠা কৰি লৈ শিল্পৰ প্ৰতিষ্ঠাৰ প্ৰতিও মন দিব পাৰিম। পিছে সেইটো হৈ নুঠিল, এই কথা আগতেও কৈ আহিছোঁ। অকলে কোনো কাম নহয় — এটা চকা নুঘুৰে। সেই কাৰণে লগ লাগি কাম কৰাৰ প্ৰতি আগ্ৰহী হ'লো — 'সংঘে শক্তি কলৌ যুগে' বোলা কথাষাৰ সৰোগত কৰি। শিল্পক প্ৰতিষ্ঠা কৰিম বুলি ভবা দম্ভই মোক উপলুঙা কৰি শিল্পইহে আমাক প্ৰতিষ্ঠা কৰিলে। সামান্য ড্ৰইং পেইণ্টিঙৰ চৰ্চা কৰিবলৈ লওঁতেই আমি লাহে লাহে সমাজৰ চকুত পৰিবলৈ ধৰিলো।

*যৌৱনৰ স্বপ্ন আৰু আজিৰ উপলব্ধিৰ মাজত পাৰ্থক্য কি?*

আপুনি যিদৰে প্ৰশ্ন কৰিছে, মই যেন বুঢ়া হৈ গ'লো। কাম আৰম্ভ হৈছেহে মাথোঁ। উদ্যোগ পৰ্ব শেষ কৰিলো, এতিয়া কুৰুক্ষেত্ৰ যুদ্ধ আৰম্ভ হ'ব (ধ্বংসৰ নহয়)। বিভিন্ন শিবিৰত পাঞ্চজন্য নিনাদিত হৈছে। শিল্পৰ লাভৱান দিশটোৰ ফয়দা উঠাবলৈ বহু শিবিৰত উখল-মাখল লাগিছে। এতিয়া প্ৰকৃত শিল্পীৰ পৰিচয় পোৱা যাব। যৌৱন আৰম্ভ হ'ল মাথোঁ—কৰ্মৰ ভৰা-যৌৱন। অতীত, বৰ্তমান আৰু ভৱিষ্যতৰ ধাৰণা সময় পালে ক'ম। সেই ইচ্ছা আগলৈ থ'লো।

*গুৱাহাটীত আহি আৰ্ট স্কুলৰ শিক্ষকতা কৰি কি পৰিৱেশৰ সন্মুখীন হৈছিল?*

আৰ্থিক অনাটন, ৰাইজৰ উপেক্ষা আদিৰে গোঁঠেলা লগা পৰিৱেশত সেই সময়ত আৰ্ট স্কুলৰ অৱস্থা বৰ দুখলগা আছিল। চৰকাৰৰ পৰা ধন অহালৈ, স্বীকৃতি অহালৈ বাট চাই থকাৰ ধৈৰ্য মোৰ নহ'ল ; ডেৰ কুৰিৰ দেওনা চেৰাই যোৱা মনত খৰধৰ লাগিল। সোণাৰামৰ হাতত ধৰি খেল পথাৰৰ মাজ পালোহি— তাৰ পিছত যোৱা কুৰি বছৰ.......।

*ফাইন আৰ্টছ্ ছচাইটী গঠনৰ জৰিয়তে আপোনাৰ কল্পনাৰ আৰ্ট ছচাইটীখন গঠন কৰিব পাৰিলেনে? ছচাইটীয়ে অসমৰ শিল্পজগতলৈ কি অৰিহনা যোগাব পাৰিছে বুলি ভাবে?*

১৯৭১ চনৰ পহিলা ছেপ্তেম্বৰত অসম ফাইন আৰ্টছ্ ছচাইটীৰ প্ৰতিষ্ঠা হয়। ১৯৭১ চনৰ পৰা ১৯৯১ চনলৈ, কুৰি বছৰ কেনি পাৰ হৈ গল ক'বকে নোৱাৰিলো। প্ৰকৃততে দৰকাৰ অনুযায়ী মানুহে কিবা বিচাৰে। আমি কেইজনমান চিত্ৰকৰ-ভাস্কৰে এটুকুৰা স্থান বিচাৰিছিলো নিজকে সুৰক্ষিত কৰিবৰ বাবে। মাজে মাজে মঞ্চও বোলো — কিন্তু মঞ্চ সঠিকভাবে এতিয়াও তৈয়াৰ হোৱা নাই। সমাজৰ পৰা বাহিৰত, ফুটবল খেলা, বক্তৃতা-



নীলপৱনৰ ছবি





নীলপৱনৰ ছবি









দাদা ভৱেন বৰঠাকুৰ আৰু ভতিজী সংগীতাৰ লগত দীপালি



নীলপৱন আৰু ভূপেন হাজৰিকা, সংগীবৃন্দৰে



'যুগলবন্দী ঃ দীপালি-নীলপৱন'ৰ কাম,
শিখা মহন্ত আৰু জয়জ্যোতি গোস্বামী শ্ৰুতলিপিকাৰ



ভবেশ স্যানালৰ লগত নীলপৱন, কলকতা আৰ্ট ছত্ৰকাৰ



সমূহীয়া কৰ্মশালাত



মহাদেৱী বাৰ্মাৰ ঘৰত নীলপৱন



জন্ম দিনত ভাই সুনীলপৱন আৰু নবকান্ত বৰুৱা আদিৰ লগত

বাজি কৰা ময়দানত আমি আশ্ৰয় লৈছিলো। সেই সময়ত বৰ্তমান ফাইন আৰ্ট্‌ছ্ ছচাইটী থকা ঘৰটোৰ অৱস্থা বৰ পুতৌলগা আছিল। একেদৰে পুতৌজনক আছিল তাৰ বাসিন্দাসকলৰ অৱস্থাও। আমি তাত আশ্ৰয় লওঁতে ৰেল ষ্টেচনত, দলঙৰ তলত বা গছৰ তলত বাস কৰা ভিক্ষাৰীতকৈ আমাৰ অৱস্থা উন্নত নাছিল। আমাৰ অগ্ৰজ শিল্পী আশু দেবে এই ভাব আঁতৰাই ইয়াৰ নামকৰণ কৰিছিল 'নীৰৱ বিপ্লৱ' বুলি। সমাজৰ মাজতে অথচ দূৰত (খেলপথাৰ য'ত মানুহ নেথাকে, বৰ বেছি থাকিলেও বাধ্যত পৰি চকীদাৰ আদি থাকে), কোনো চিঞৰ-বাখৰ, শ্লোগান নাই, নিজকে প্ৰতিষ্ঠা কৰিবলৈ সমাজৰ উপেক্ষাক আওকাণ কৰি এদল শিল্পীয়ে দিন-ৰাতি একাকাৰ কৰি কৰ্মৰত ৰসৰ ভোজ পাতিবলৈ চেষ্টাত লাগি থকা এই কৰ্মমঞ্চক প্ৰকৃততে নীৰৱ বিপ্লৱ নামটোৱেই শুৱায়। ফাইন আৰ্ট্‌ছ্ ছচাইটী কোনোদিনে নিজৰ প্ৰশংসাত, নিজৰ প্ৰচাৰত সৰৱ নহয়— অথচ নীৰৱে দূৰে দূৰে থাকি সমাজত এটা ডাঙৰ বিপ্লৱৰ সূচনা ঘটালে আজিৰ পৰা কুৰি বছৰ আগতে। আগৰ এই নীৰৱ বিপ্লৱ আজি সমগ্ৰ অসমতে সৰৱ হৈ পৰিছে। সেই সময়ত আমি কেইজনমান ছবি আঁকা মানুহ, দুজনমান কবি, দুজনমান সাহিত্যিক, কেইজনমান সমাজ সচেতন যুৱক, যিসকলে খেলে, গায়, নাটক কৰে, ছবি কৰে, ৰাজনীতি কৰে— তেনে এটা সৰু দল পাইছিলো লগত। আজি কিন্তু গাঁও-ভূঁইলৈও শিল্পৰ যাত্ৰা আৰম্ভ হৈছে; আনকি গাঁৱলীয়া অঞ্চলত আৰ্ট স্কুল প্ৰতিষ্ঠা কৰিবলৈ উঠি-পৰি লাগিছে। এই উঠি-পৰি লগা কাৰবাৰটোত ছবি আঁকা লোকতকৈ সাধাৰণ লোকৰ উৎসাহ দেখি ভাব হৈছে এই ধাৰাটো বৰ্তি থাকিব। ১৯৪৭ চনত প্ৰতিষ্ঠিত আৰ্ট স্কুল এতিয়া চৰকাৰী আৰু বিশ্ববিদ্যালয়ৰ স্বীকৃতিপ্ৰাপ্ত মহাবিদ্যালয়ত পৰিণত হ'ল। অথচ ১৯৫৮ চনত প্ৰতিষ্ঠিত ললিত কলা একাডেমী কালৰ বুকুত জাহ গ'ল। বৰ্তমানৰ দায়সৰা চৰকাৰী ব্যৱস্থাৰে শিল্পীক প্ৰদৰ্শনীৰ কাৰণে এটা অৰ্থ সাহায্য দি পুতৌ কৰে— 'বেচেৰা শিল্পী কি কৰিব' ভাবেৰে। বৰ্তমানে শিল্পীৰ উদ্যোগৰ উপৰিও অন্যান্য লোকৰ উৎসাহ-উদ্দীপনাও দেখা গৈছে শিল্পক প্ৰতিষ্ঠা কৰিবলৈ। ব্যৱসায়ী, উদ্যোগপতি আগবাঢ়ি আহিছে শিল্পীলৈ সাহায্যৰ হাত আগবঢ়াই। শিল্পীসকলেও এইদৰে নিজৰ স্থান, প্ৰতিষ্ঠাক গুৰুত্ব নিদি দাবী নকৰাকৈ আগবঢ়াই দিছে নিজকে সমাজলৈ। সমাজে এইসকলক কেনেকৈ ব্যৱহাৰ কৰে, তাকে আমি লক্ষ্য কৰিম ভৱিষ্যতৰ দিনবিলাকত। ললিত কলা একাডেমীক লৈ হাত এৰি হেতালি খেলাৰ যি খেল হ'ল, সেয়া দেখি ভাবিবলৈ বাধ্য হ'লো— বৰ্তমানৰ উৎসাহ-উদ্দীপনা কিমান দিন বা টিকে?

ছচাইটী স্থাপন কৰিবলগীয়া হৈছিল আশ্ৰয় বিচাৰি। ১৯৭০ চনত আৰ্ট স্কুলৰ পৰা ওলাই অকলশৰে দিন কটাবলগীয়া হৈছিল; শিল্পীসকলৰ তেতিয়া কোনো সংগঠন নাছিল। শোভা ব্ৰহ্মাই অকলে অকলে সমাজৰ, চৰকাৰৰ উপেক্ষাক আওকাণ কৰি জীৱনৰ বহুবাৰ আৰ্ট স্কুল চলাই আছিল। ললিত কলা একাডেমী বন্ধ হৈ গৈছে। চাকৰি নথকা শিল্পীসকলৰ বহিবলৈও এটুকুৰা ঠাই নাই। প্ৰদৰ্শনী ক'ৰবাত কাচিৎ এখন হয়। সেই অৱস্থাত সোণাৰাম নাথ নামৰ ভাস্কৰ্য শিল্পীজনো স্থানীয় আৰ্ট স্কুলত ইন্টাৰভিউ দিবলৈ

আহিল। ইয়াৰ আগতে তেওঁ মাদুৰাইৰ গান্ধী মণ্ডপত ভাস্কৰ্যৰ কাম কৰিছিল। চাকৰিটো পাব বুলিয়েই গুৱাহাটী পালেহি, পিছে চাকৰি নহ'ল। কোনোবা এজন আগৰে পৰা কাম কৰি থকা শিক্ষকৰ চাকৰিটো স্থায়ীকৰণ কৰা হ'ল। সোণাৰাম চৌঠেঙিয়াত পৰি দিশহাৰা হৈ এবাৰ ঘৰলৈ, এবাৰ আৰ্ট স্কুলৰ ছাত্ৰাবাসলৈ মাকোঁ মাৰিবলৈ ধৰিলে। এদিন আমাৰ ভূতনাথৰ ঘৰলৈ আহোঁতে বহুদিনৰ পৰা মনত লৈ ফুৰা ছচাইটীৰ পৰিকল্পনাৰ কথা ক'লো। তেওঁ একাষাৰে মান্তি হ'ল— ১৯৭১ চনৰ ছেপ্তেম্বৰৰ পহিলা তাৰিখে ৰাজেন হাজৰিকাৰ গান্ধীবস্তিৰ ঘৰত আলোচনা কৰি সোণাৰাম, ৰাজেন, বিজয় বড়োৰ (দুয়োজন আমাৰ মাজত নাই) লগত ওলাই আহি প্ৰকাশন পৰিষদৰ শিলপুখুৰীৰ কাৰ্যালয়ত সোমাই আমাৰ বক্তব্য পৰিষদৰ সচিব চন্দ্ৰ প্ৰসাদ শইকীয়াৰ আগত ব্যক্ত কৰিলো। তেখেতে আমি ধাৰ্য কৰা মাহেকীয়া চান্দা প্ৰথম পাঁচ টকা লগে লগে দিলে আৰু বহুতে সাহায্যৰ হাত আগবঢ়ালে। সেই মাহৰ তিনি তাৰিখে কমল শৰ্মাই ঠিক কৰি দিয়া প্ৰভাতমল্ল বৰুৱাৰ জোৰপুখুৰীৰ ঘৰত ছচাইটীয়ে প্ৰথম স্থিতি লয়। সেই মাহৰে বাৰ তাৰিখে চেনিকুঠী নিম্ন বুনিয়াদী বিদ্যালয়ত শিশুসকলৰ বাবে চিত্ৰ-শিক্ষাৰ শিল্পকেন্দ্ৰ খোলা হয়। শেষত '৭১ চনৰ নৱেম্বৰ মাহৰ তিনি তাৰিখে বৰ্তমান থকা জজ খেলপথাৰৰ এই ঘৰটিলৈ চিত্ৰ-শিক্ষাৰ শ্ৰেণী আৰু শিল্পীসকলৰ আড্ডা আৰু বাসস্থান তুলি অনা হয়। সেই সময়ৰ গুৱাহাটী টাউন ক্লাবৰ সম্পাদক শ্ৰদ্ধেয় অভয় ডেকাই আমাক আজিৰ ঘৰটো ভাৰালৈ দিয়ে। তেখেতৰ কাৰ্যকালত আমি শান্তিৰেই চিত্ৰ-ভাস্কৰ্য চৰ্চা কৰি আছিলো। লাহে লাহে এই ঘৰটোক লৈ টাউন ক্লাবৰ লগত আমাৰ নানান টনা-আজোৰা লাগিবলৈ ধৰিলে। আমি সমাজৰ গঞ্জনা আৰু টাউন ক্লাবৰ এক ৰকম যুদ্ধংদেহি মনোভাবকো আওকাণ কৰি এই ভগা ঘৰতে থাকিবলৈ লৈছিলো। '৭২ চনৰ সৰস্বতী পূজাৰ সময়ত উজান বজাৰৰ প্ৰগতি শিল্পী সংঘৰ লগ লাগি এখন শিল্প মেলা পাতিবলৈ আয়োজন কৰিছিলো। কিন্তু কেইজনমান মুৰব্বীলোকে এই কামৰ পৰা আমাক বিৰত কৰে। তাতে সেই সময়ত ছচাইটীৰ দ্বিতীয় চকা সোণাৰাম নাথ তেওঁৰ মাতৃ বিয়োগ হোৱাৰ কাৰণে উপস্থিত নাছিল। ঘৰৰ কাৰণে বাক-বিতণ্ডা কৰোঁতেই বহু সময় পাৰ হৈ যায়। চিত্ৰ-চিন্তা কৰাতকৈ থকা স্থান বচোৱাতহে বেছি মন দিবলগীয়া হ'ল। সি যি কি নহওক, বহু পিছত হ'লেও গুৱাহাটী টাউন ক্লাবে একে ধৰণৰে সমাজৰ সুস্থ বাতাবৰণ গঢ়িবলৈ কাম কৰা অনুষ্ঠান বুলি ছচাইটীৰ ঘৰৰ মালিকানা আমাক দিলে। আমাৰ বহু দিনৰ এখন সংগ্ৰাম শেষ হ'ল। ঠিক তাৰ কেইদিনমান পিছতে ময়ো নতুন সংগ্ৰামৰ কাৰণে ছচাইটী এক ৰকম ত্যাগ কৰিলো—নতুনসকলে নতুন সমস্যাৰ লগত সংগ্ৰাম কৰক বুলি।

সোণাৰাম আৰু মই ছচাইটীৰ এচুকত আশ্ৰয় পালো। ৰাজেন, বিজয়, থানুৰাম আদিয়ে দূৰে দূৰে থাকি ইয়াৰ ছায়াত জিৰায়। ৰাজেশ্বৰ শৰ্মাৰ দুই নাও দুই ভৰি— এদিন ঘৰত, এদিন গুৱাহাটীত। শেষত তেওঁ ছচাইটীৰ ছত্ৰছায়াত আশ্ৰয় ললেহি। তেনে আৰু বহুতো আছে। আমি কিজনে নিজে দাবী কৰোঁ—আমি ছচাইটীৰ আশ্ৰয়ত কোনোমতে এই যাত্ৰাত বৈ গ'লো বুলি। বাকীসকলে কি কয় নিজে ক'ব— আমি ক'লে

দায় লাগিব পাৰে। ইয়াতে প্ৰথমে শিল্পচৰ্চা কৰি পিছৰ জীৱনত সুশিল্পী বুলি পৰিচয় দিব পৰা দুজন শিল্পী উৎপল বৰুৱা আৰু দিলীপ তামুলীক ছ'চাইটীয়ে নিজৰ বুলি দাবী কৰে। তেওঁলোকেও হয়তো এই কথা কৈ ভাল পায়। শান্তিনিকেতন, বৰোদা আদিত শিক্ষা ল'বলৈ যোৱা ছাত্ৰ শিল্পীসকলেও অহা-যোৱাৰ পথত ছচাইটীত স্থান কৰি ললে। এইদৰে সকলোৱে মিলি ইয়াৰ নীৰৱতাক সৰৱ কৰি তুলিলে। নতুন নতুন প্ৰতিষ্ঠানৰ সন্মুখীন হৈ ছচাইটীয়ে সমাজত এতিয়া কি ভূমিকা লয়, তাৰে ওপৰত ছচাইটীৰ ভৱিষ্যৎ নিৰ্ভৰ কৰিছে।

***নিজস্ব এক চিত্ৰৰীতিত উপনীত হোৱা বুলি অনুভৱ কৰেনে?***

শান্তিনিকেতনৰ শিল্প-শিক্ষাৰ শেষৰ ফালে ভাস্কৰ্যৰ প্ৰতি বেছি মনোযোগ দিছিলো। পিছত এই ভাবক আৰু এখোপ আগবঢ়াই নি মৃৎশিল্পৰ (pottery) অধ্যয়নৰ কাৰণে শান্তিনিকেতনত যোগ দিওঁ। অসমলৈ ঘূৰি আহি মৃৎশিল্পক যথাৰ্থভাৱে প্ৰতিষ্ঠা কৰিব নোৱাৰি চিত্ৰ ৰচনাত হাত দিওঁ। নতুনকৈ ছবি আঁকিবলৈ লওঁতে সাধাৰণ কাগজত চিয়াঁহীৰেই কাম কৰিবলগীয়া হৈছিল (অৰ্থৰ অভাৱত)। সেই কাৰণে পিছলৈ সাধাৰণ ক'লা-বগা ড্ৰইঙৰেহে মোৰ হাত বেছিকৈ খোলা হ'ল। ইয়াৰ লগে লগে শিল্প, শিল্পীক একেলগ কৰি সংগঠনত লাগোঁ। এই বিক্ষিপ্ততাৰ মাজত মোৰ চিত্ৰৰীতিয়ে বিশেষ এটা চিনাকি ৰূপ ল'ব পৰা নাই বুলিয়েই মই ভাবোঁ। বহুতো জানিবলৈ, শিকিবলৈ বাকী আছে। এই সৰু জীৱনটোতে সম্ভৱ হ'বগৈ জানো? তাতে মই জানি-বুজি কোনো বিশেষ শিল্পৰীতি বা বিশেষ জনৰ ৰীতিক গ্ৰহণ কৰিব নোৱাৰোঁ— লাহে লাহে কামৰ মাজেৰে আগবাঢ়ি আছোঁ—শিকি আছোঁ। যেতিয়া যিহকে সুবিধা পাইছোঁ, যি বস্তুকে হাতত সহজে পাইছোঁ, তাৰেই সৃষ্টিৰ ক্ষুধা নিবাৰণ কৰিবলগীয়া হৈছে। ৰেগাৰ্চ চয়চ্ বুলি ব্যংগ কথা এবাৰ আছে নহয়—মোৰ বেলাত সেইষাৰ কথা বৰ ভালকৈ খাটে। '৭০-৭১ চনত বছৰত এখন প্ৰদৰ্শনী নিৰ্ধাৰিতভাৱে আয়োজন কৰিছিলো। সংগঠকৰ ভূমিকা লোৱাৰে পৰা নিজতকৈ সামূহিক প্ৰদৰ্শনী আদিতহে বেছি মনোযোগ দিবলগীয়া হ'ল। শেহতীয়াকৈ '৭৮ চনৰ পিছৰ পৰা নিজৰ প্ৰদৰ্শনী অন্ততঃ অসমত পাতিব পৰা নাই। নিজকে বিভিন্ন স্থানলৈ আগবঢ়াই নিয়াৰ আগতে মোৰ লগৰসকলে কি স্থান পাইছে, সেই চিন্তাহে কৰিবলগীয়া হৈছে। '৭৫ চনত দিল্লীৰ অসম এছ'ছিয়েচনৰ প্ৰদৰ্শনীলৈ, '৭৮ চনত বিশ্বনাথ চাৰিআলিৰ পৰা অহা নিমন্ত্ৰণ, কোকৰাঝাৰৰ পৰা অহা নিমন্ত্ৰণ, '৮৭ চনৰ বঙাইগাঁৱৰ পৰা পোৱা মোৰ একক চিত্ৰ প্ৰদৰ্শনীৰ নিমন্ত্ৰণ সদায় দুই-চাইটাৰ সমূহীয়া প্ৰদৰ্শনীলৈ ৰূপান্তৰ ঘটাই আহিছোঁ। এইদৰে সামূহিক যাত্ৰাত আনন্দ পালেও ব্যক্তিগত লাভক বাদ দিবলগীয়া হৈছে।

***আপোনাৰ শিল্প-জীৱনৰ পৰ্যায়কেইটা ব্যক্তিগত জীৱনৰ দ্বাৰা প্ৰভাৱান্বিতনে? চিত্ৰৰ ভৱিষ্যতে আপুনি কিহৰ সন্ধান কৰিছে?***

(১) শিক্ষাৰ সময়, (২) আৰ্ট স্কুলৰ শিক্ষকতা কৰাৰ সময়, (৩) ফাইন আৰ্টছ্ ছচাইটীৰ সংগঠনৰ সময়, আৰু তাৰে বুকুত (৪) লোক-কলা সংগঠনৰ যোগেদি লোক-

কলা চৰ্চাৰ সময়—এই চাৰিটা বিশেষ সময়ত মোৰ শিল্পী জীৱন অতিবাহিত হৈছে। ব্যক্তিগত চিন্তাতকৈ সমষ্টিৰ মাজতহে বেছি আনন্দ পাওঁ আৰু আশ্বস্ত হওঁ। মোৰ জীৱনৰ আদি পৰ্বতে ১৯৪৫ চনত আমাৰ ঘৰৰ সন্মুখত প্ৰতিষ্ঠা হোৱা জয়হিন্দ ছাত্ৰ সংঘত আমাৰ প্ৰথম সামূহিক জীৱন আৰম্ভ হয়। সেই অনুষ্ঠানৰ লগতে ১৯৫২ চনৰ ব'হাগী মেলাত এখন প্ৰদৰ্শনী পাতোঁ। প্ৰদৰ্শনীৰ সম্পাদকৰ ভাৰ আমাৰ ওপৰতে পৰিছিল। দেখা মানুহে সেইখন প্ৰদৰ্শনীৰ নাম আজিও লয়। সেই প্ৰদৰ্শনীত লোক-শিল্পীয়ে আঁকা বৃহৎ পট, কাঠৰ মূৰ্তি, পুথিচিত্ৰ, নানান অলংকাৰ, বস্ত্ৰ আদি আছিল। যোৰহাটৰ পলিটেক্‌নিক্ হাইস্কুলত সামূহিক জীৱনৰ আৰু সোৱাদ পাওঁ। যোৰহাটৰ এটা বিখ্যাত অনুষ্ঠান ছাত্ৰ ভলণ্টিয়াৰ সংগঠনৰ (SVC) যোগেদি সাহিত্য সভা, সাহায্যপ্ৰাপ্ত হাইস্কুল শিক্ষক সন্থাৰ বাৰ্ষিক সভা, ভূদান আন্দোলনৰ সৰ্বভাৰতীয় সভা আদিত সেৱা আগবঢ়াই নিজকে বৃহত্তৰ সমাজৰ এক অংশ বুলি ভাবিবলৈ লওঁ। মাজে মাজে অৱশ্যে এইবিলাকৰ মাজতে কিছু বিক্ষিপ্ত চিন্তায়ো বাহ নোলোৱা নহয়। এবাৰ পঢ়া-শুনাৰ পৰা দূৰৈত, ঘৰ-বাৰী এৰি ন-ভাঙনি হাবিৰ মাজত পাম পতাৰ কাম হাতত লৈছিলো। পিছে সেই কামে নুশুজিলে ; আকৌ ঘৰৰ ল'ৰা ঘৰলৈ আহি পঢ়া-শুনাত মন দিওঁ। মাজতে এটা শিক্ষা বছৰ হেৰুৱালো। আগতেও দুই-এটা শিক্ষা বছৰ হেৰুৱাই আহিছোঁ। সাধাৰণ ভাবনা-চিন্তাত নিজৰ স্ফুৰণ হোৱাটো যেন টান ; নতুন কিবা লাগে। নতুন শিক্ষা লাগে, নতুন সমাজ লাগে; কিন্তু কি লাগে ভালকৈ বুজি নেপাওঁ। সন্মুখত তেনে কোনো উদাহৰণ নাই। শেহত জয়হিন্দ ছাত্ৰ সংঘই দিয়া সামূহিক ভাব—পথে-ঘাটে ৰিচাৰি ফুৰা কিবা, পলিটেক্‌নিক্ হাইস্কুলত পোৱা সামূহিক জীৱনৰ সোৱাদ—সকলোবিলাক একেলগে বিশ্বভাৰতীত বিশ্বভ্ৰাতৃত্বৰ ভাবে দৃঢ়ভাৱে বাহ লয় শান্তিনিকেতনত। শান্তিনিকেতনত যোগ দিওঁতে মোৰ বয়স ভালেমান হৈছিল। লগৰ ল'ৰাই ইতিমধ্যে মহাবিদ্যালয়, বিশ্ববিদ্যালয়ত অধ্যাপনা কৰিবলৈ লৈছিল। মই সৰু সৰু ল'ৰা-ছোৱালীৰ লগত আকৌ 'শিং ভাংগি বাচুৰৰ' দলত সোমোৱাৰ দৰে সৰুটি হৈ পৰিছিলো— এইদৰে মোক সমস্যাই বাৰে বাৰে বয়স পাহৰাই নতুন নতুন ক্ষেত্ৰত নৱোদ্যমে কাম কৰিবলৈ সুবিধা দিছিল। আৰু বা কি আছে! এইদৰে গাইগুটীয়াকৈ আগবঢ়াতকৈ সকলোৰে লগত আগবাঢ়োতে বেছি সাহ পাওঁ। আগতে কৈ আহিছোঁ— এটা চকা নুঘূৰে। মোৰ শিল্পচৰ্চা সমাজ সেৱাৰ এটা অংগহে যেন লাগে। নিলগে নিৰ্জনত শিল্পচৰ্চা কৰাটো কিবা স্বাৰ্থপৰ যেন লাগে। আমাৰ শৈশৱত ওচৰৰ সেৱাশ্ৰমত সূতাকটা, চাফাই কাম কৰা আদি কামৰ মাজেদি সেই শিক্ষা পাইছিলো। তালৈ বহুতো মনিষীৰ আহ-যাহ আছিল। বহুজনক কাষৰ পৰা পাইছিলো। সেইসকলৰ পৰা বিচ্ছুৰিত হোৱা সুন্দৰৰ শক্তিয়ে নিতান্ত শিশু হ'লেও আমাক চুইছিল। বেলেগ শিল্প জীৱন বুলি কিবা এটা গঢ়ি তোলাতকৈ বৃহৎ মানৱ জীৱনৰ এজন সুস্থ অংশীদাৰ হিচাপেহে বেছি সুস্থ অনুভৱ কৰিবলৈ তেতিয়াই উপলব্ধি কৰিছিলো। আপুনি সোধা প্ৰশ্নৰ উত্তৰ হিচাপে বৃহৎ মানৱ জীৱনৰ ঐক্যৰ সন্ধানকে কৰি আছোঁ যেন লাগে। আৰু এটা কথা বিশেষভাৱে চকুত পৰে। স্বাধীনতাৰ আগে-পিছে সমাজক কিবা এটা দিয়াৰ ভাবে, নিজকে

বিলোৱাৰ ভাবে স্থান লৈছিল। পিছে আজিৰ সমাজত তাৰ বিপৰীতে কি পাব পাৰোঁ, তাৰহে লেখ বেছিকৈ লোৱা দেখা যায়। আমি প্ৰথমে ছচাইটী আৰম্ভ কৰোঁতেও আমাৰ শ্ৰমেৰে, শ্ৰদ্ধাৰে কেনেকৈ এটা শিল্পচৰ্চাৰ ভাব গঢ়ি তুলিব পাৰোঁ, তাৰেহে কথা ভাবিছিলো। পিছে এতিয়া কেনেকৈ চৰকাৰী ধন সংগ্ৰহ কৰিব পাৰি, কেনেকৈ নিজৰ পুঁজি টনকীয়াল কৰিব পাৰি, সেই ভাবহে বেছি। আমি আমাৰ লগৰীয়াসকলৰ লগত সততে কথা পাতিছিলো— শিল্পক বুজি, চৰ্চা কৰি ইয়াৰ ধ্বজা ওখকৈ তুলি ধৰিলে সেই পতাকাৰ তলত আমি আপোনা-আপুনি সুৰক্ষিত হ'মইঁক। বহু বঞ্চনা, স্বাৰ্থপৰতাই মানুহক বোধহয় আত্মকেন্দ্ৰিক কৰি তুলিছে। আৰু তাৰে ফলস্বৰূপে সমাজত অস্থিৰতা বাঢ়িছে, উগ্ৰবাদিতাই স্থান লৈছে। শিল্পৰ ছত্ৰছায়াত আমি আকৌ সুস্থিৰ জীৱনৰ আশা কৰিব পাৰোঁ।

***অসমৰ চিত্ৰশিল্প পৰম্পৰা সম্পৰ্কে আপোনাৰ মতামত? ই সৰ্বভাৰতীয় পৰম্পৰাৰে অংগ নেকি?***

অসমৰ চিত্ৰ পৰম্পৰা ভাৰতৰ কেলৈ, বিশ্ব পৰম্পৰাৰ অংগ বুলিয়েই কওকচোন। যেতিয়া বংগদেশত বেংগল স্কুলৰ জয়জয়কাৰ, তেতিয়া আমাৰ দুই থৰদলৈ, জগৎ সিং কছাৰী, প্ৰতাপ বৰুৱা আদিয়ে কি কৰিছিল? বিশ্বৰ মান্যতাপ্ৰাপ্ত পশ্চিমীয়া বিদ্যায়তনিক দিশেৰেই আগবঢ়া নাছিল জানো? পিছে বৰ্তমান কলিকতা আৰ্ট কলেজ, বোম্বাইৰ শিল্প শিক্ষা, শান্তিনিকেতন আৰু বৰোদাত শিক্ষা লৈ অহা শিল্পীসকল ললিতকলা আদিৰ দ্বাৰা প্ৰভাৱান্বিত হৈ ভাৰতীয় ধাৰাৰে আগবাঢ়িছে আৰু প্ৰতিষ্ঠাৰ কাৰণে দিল্লী, কলিকতা, বোম্বাইলৈ দৃষ্টি ৰাখি সেই সেই ঠাইৰ শেহতীয়া ধাৰাৰ প্ৰতি আমাৰ শিল্পীসকল বিশেষভাৱে আকৃষ্ট হৈছে। বিভিন্ন সময়ত ভাৰতীয় চিত্ৰ-ভাস্কৰ্য ধাৰাই অসমত বিশেষভাৱে স্থিতি লাভ কৰিছে। সৰ্বভাৰতীয় ধাৰাৰ আঁৰতে স্থানীয় প্ৰভাৱো সেইবিলাক স্তৰত পৰিলক্ষিত হয়। নুমলীগড়ৰ ভাস্কৰ্যত ইয়াৰ প্ৰভাৱ বিশেষভাৱে লক্ষণীয়। সেইদৰে আহোম ৰজাৰ ছত্ৰছায়াত গঢ় লোৱা শিল্প, বৈষ্ণব ধৰ্মৰ পৰম্পৰাত গঢ়ি উঠা চিত্ৰ-ভাস্কৰ্যত অসমৰ স্বাধীন চিনাকি আছে। দুখৰ বিষয়, কাৰুশিল্পৰ বাদে চাৰুশিল্পলৈ সেই ধাৰা প্ৰৱাহিত নহ'ল। কাৰণ হিচাপে ৰাজনৈতিক অস্থিৰতা আৰু অৰ্থনৈতিক অনগ্ৰসৰতাৰ কথাকে ভাবিব পাৰি।

***আপোনাৰ শিল্প চেতনাক স্থানীয় ঐতিহ্যই আলোড়িত কৰা নাইনে?***

আদিতে মই Landscape আৰু পিছলৈ বিমূৰ্ত শিল্পৰ প্ৰতি বেছি আগ্ৰহী আছিলো। অসমলৈ ঘূৰি অহাৰ পিছত জনসাধাৰণৰ মাজত নিজকে বিলাই দিয়াৰ ভাবেৰে স্থানীয় শিল্পৰ প্ৰতি বেছিকৈ আকৰ্ষিত হওঁ। ফাইন আৰ্টছ্ ছচাইটী স্থাপন কৰোঁতে প্ৰথম সভাখনত মোৰ কিছুমান ভাব প্ৰকাশ কৰিছিলো। সেই আঁচনিত আছিল যে আমি কেইবাটাও দলত ভাগ হৈ অসমৰ বিভিন্ন স্থানলৈ গৈ ব্যক্তি, সমষ্টি, সমাজ, সমাজৰ আচাৰ-ব্যৱহাৰ, প্ৰাকৃতিক দৃশ্য আৰু তাৰ বৈশিষ্ট্যৰ সন্ধান কৰিম। আচবাব-পত্ৰ আদি সকলো বস্তুকে নিৰীক্ষণ কৰি তাৰ আচল ৰূপৰ চিত্ৰ, ড্ৰইং আদি কৰি দেশক জানিবলৈ

চেষ্টা কৰিম। এটা দল এফালে গ'লে আনটো এফালে যাব আৰু এটা সময়ত ঘূৰি আহি ছচাইটীত মিলিত হৈ অধ্যয়ন কৰা সমল চালি-জাৰি চাই প্ৰদৰ্শন কৰি সমাজৰ লগত মতৰ বিনিময় কৰিব। আকৌ বিভিন্ন দলবিলাকে দিশ সলনি কৰি প্ৰান্তৰ পৰা প্ৰান্তলৈ যাত্ৰা কৰিব, সমাজ-প্ৰকৃতিক অধ্যয়ন কৰিব। তাৰ ফচল চিত্ৰ, ভাস্কৰ্য, ড্ৰইং আদি আকৌ প্ৰদৰ্শন কৰিব আৰু তাৰে আমাৰ জাতীয় চিত্ৰ-ৰীতিৰ বুনিয়াদ গঠন কৰিব। পিছে ক'ত? আমাৰ ক্ষুদ্ৰ সমাজৰ (ছচাইটীৰ) সংগঠন কৰোঁতেই কুৰি বছৰ পাৰ হ'ল। বয়সো বাঢ়ি আহিল। মানুহৰ মনবো সলনি হ'ল। কোনো সংসাৰী হ'ল, কোনো বেপাৰী হ'ল। আন হাতে ফাল কাটোঁতে মাহৰ বতৰেই পাৰ হ'ল। এতিয়া অসমীয়া সমাজ ভাগি টুকুৰা-টুকুৰ হ'ল। আমাৰ পিছৰ পুৰুষলৈ লেশমানো থাকিবগৈনে?

পৰ্বতৰ নিজৰাই ভৈয়ামলৈ বৈ আহোঁতে বাটত পোৱা হেঙাৰ আঁতৰাই একা-বেকাঁকৈ বয়। মোৰ সমাজ অধ্যয়নৰ সৰু ইচ্ছাটো অকলশৰীয়া জুৰিৰ দৰে সোঁত সলাই বোৱাই ৰাখিছোঁ। চৰজমিন অধ্যয়ন কৰিব নোৱাৰি কালে সাঁচি থোৱা শিল্পৰ সঁফুৰাসমূহতে বৃহত্তৰ জীৱনৰ উমান ল'বলৈ সহজে পোৱা লোককলাৰ আৰ্হিসমূহকে অধ্যয়ন কৰিবলৈ লওঁ আৰু সেই উপাদানৰ পৰা দুই এটি শিল্পকৰ্ম ৰচনা কৰোঁ। এটা জাতিৰ সংস্কৃতি এদিনত গঁঢ় লৈ উঠা বস্তু নহয়, এয়া নিয়ৰৰ শব্দৰ দৰে। বেলি লহিওৱাৰে পৰা নীৰৱে নিয়ৰ পৰি সংগঠিত হৈ বহু ৰাতি টোপাল সৰাৰ দৰে জাতীয় সংস্কৃতিয়ে স্বৰূপ প্ৰকাশ কৰে যুগ-যুগান্তৰৰ অক্লান্ত আৰু ধাৰাবাহিক সাধনাৰ ধন হিচাপে। এই সাধনাত জাতীয় শিল্পই স্বপ্ৰকাশ কৰে, জাতিক উদ্বুদ্ধ কৰে। আমাৰ ক্ষুদ্ৰ প্ৰচেষ্টাই যদি ৰূপ লয়গৈ, আমি ধন্য হম। সেই আনন্দ আমি নিজে নহয়, আমাৰ উত্তৰ পুৰুষে ভোগ কৰক—সেই কামনাকে কৰোঁ।

***প্ৰাচীন কালৰে পৰা চলি অহা অসমৰ শিল্প-ঐতিহ্যৰ কোনটো দিশে আপোনাক আলোড়িত কৰে?***

তাঁত শিল্পতে বোধহয় আমাৰ শিল্প-চেতনাই বিশেষ উৎকৰ্ষ লাভ কৰিছে। অসম আৰু উত্তৰ-পূব ভাৰতৰ জনজাতীয় তাঁত শিল্পৰ এটা বিশিষ্ট স্থান আছে। মিচিং কাপোৰৰ চানেকিৰে মই কেইবাখনো চিত্ৰ ৰচনা কৰিছোঁ। বৈষ্ণৱ চিত্ৰ ধাৰাত বৃন্দাবনী বস্ত্ৰই এক বিশেষ স্থান দখল কৰি আছে। ইতিমধ্যে সেই বস্ত্ৰৰ প্ৰতি আমি আকৃষ্ট হৈছোঁ (যদিও ইয়াৰ নমুনা নাই, মাত্ৰ লোক-বিশ্বাসতহে স্থিতি লাভ কৰিছে) আৰু ইয়াৰ নৱনিৰ্মাণৰ প্ৰতিও ভাব হৈছে। অলপ অচৰপ কামো কৰিছোঁ। কিন্তু এই কথা সদৰি কৰিবলৈ ভয় হয়। কামটো গুৰুতৰ বিধৰ; হাত দি হাত কোঁচাই আনিবলগীয়াৰ নিচিনা হৈছে আৰু এই কথা বাৰে বাৰে উচ্চাৰণ কৰোঁতে গ্ৰাম্য কথাৰে ক'বলৈ গ'লে 'ফুটুবাৰ' দৰে হৈছেগৈ। পিছে ভাবনা এৰা নাই আৰু লাগি থাকিলে সিদ্ধিও হ'ব যেন পাওঁ। আনটো আংগিক পুথিচিত্ৰই ইতিমধ্যে মোকে নহয়, ভালে কেইজনক আলোড়িত কৰিছে। অসমৰ স্বভাৱ-

চৰিত্ৰ এই পুথিচিত্ৰসমূহতে নিহিত আছে। আকাৰত সৰু হ'লেও ইয়াক লৈ আমি গৰ্ব কৰিব পাৰোঁ, ইয়াৰে আমাৰ নতুন দিনৰ হোমাগ্নিৰ শিখা কঢ়িয়াই নিব পাৰোঁ।

*বিভিন্ন জনজাতি অধ্যুষিত অসমৰ সমাজখনো লোক-শিল্পৰ বিভিন্ন সম্পদেৰে ভৰা। এনে জনজাতীয় উপাদানে অসমৰ শিল্পসম্ভাৰক চহকী কৰিছেনে? যদি কৰিছে, বহলাই ক'বনে?*

কৃষিজীৱী সমাজত শিল্পক নিলগাই চাৰুশিল্প বা কাৰুশিল্প বুলি চিনাক্তি দিব নোৱাৰি। ব্যৱহাৰিক বস্তু কৰোঁতেই দুয়ো বিধৰ চিনাকি থাকে। ছাতি, লাঠি, জাপি, পেৰা-পেটাৰী, নানা পূজা-পাৰ্বণৰ বস্তু আদিত এই শিল্পৰ উপাদানবোৰ থাকে। সাধাৰণ জীৱনতকৈ জনজাতীয় জীৱনৰ প্ৰতিটো ব্যৱহাৰিক বস্তুৰে একোটাইত বৈশিষ্ট্য চকুত পৰে। বিশেষকৈ আমাৰ অঞ্চলৰ জনজাতীয়সকলৰ কাপোৰ বৰ সুন্দৰ, ইয়াৰ নক্সা আদি একোটি শিল্পৰ সম্পদ। নানান আচবাব ভাস্কৰ্য শিল্পৰ গুণেৰে সমৃদ্ধ। দা-কটাৰী আদি সঁজুলিবিলাকো একে দৰে শিল্পগুণেৰে সুন্দৰ। আনকি জনজাতীয় জীৱনৰ এৰাব নোৱাৰা বস্তু উত্তেজক পানীয় তৈয়াৰ কৰা, বিলোৱা বস্তুবোৰকো শিল্পৰ প্ৰসাদ গুণে চুই গৈছে। নানান শুধি-বিধিত ব্যৱহাৰ কৰা পাত-পটুৱাৰে নিৰ্মিত ক্ষণভংগুৰ বস্তুবোৰতো শিল্পগুণ বিদ্যমান। এইবিলাক স্থায়ী মাধ্যমলৈ ৰূপান্তৰিত কৰিলে একোটিইত সুন্দৰ কলাসম্পদ তৈয়াৰ হ'ব পাৰে। ইয়াৰ উপৰি মাজে মাজে জনজাতীয় লোকসকলে কোনো ব্যৱহাৰত নলগা, মাথোন সৌন্দৰ্যৰ খাটিৰত গঢ় দিয়া মূৰ্তি আৰু চিত্ৰ ৰচনা কৰা দেখা যায়। কোকৰাঝাৰৰ এনে এজন জনজাতীয় শিল্পীৰ কথা হোমেন বৰগোহাঞি আৰু মেদিনী চৌধুৰীয়ে কাগজে-পত্ৰই তুলি ধৰা আমাৰ চকুত পৰিছে। সেই শিল্পীৰ কিছু শিল্পকৰ্ম এতিয়াও কোকৰাঝাৰত সংগৃহীত হৈ আছে। গুৱালকুছিৰ হাতী সত্ৰৰ কীৰ্তনঘৰৰ দক্ষিণ ফালৰ বেৰত এগৰাকী কছাৰী আইতাৰ কাঠেৰে নিৰ্মিত শিল্পকৰ্ম বলিষ্ঠভাৱে সুন্দৰ। নগা আৰু অৰুণাচলৰ বহুতে সুন্দৰ কাঠৰ মূৰ্তি তৈয়াৰ কৰে। সেইবিলাক নিগ্ৰো-শিল্পৰ দৰেই বলিষ্ঠ।

*আপোনাৰ কামত আপুনি সন্তুষ্টনে? যদি নহয়, কিয়?*

শিল্পীৰ বোলে কোনো কাৰণতেই এটা জীৱনত মোক্ষ লাভ নহয়। পুনঃ পুনঃ জনম ল'বলগীয়া হয়। শিল্পী মন চিৰ অতৃপ্ত। আমাৰ পিছে তেনে দায় নাই। শিল্পী হোৱাৰ সপোনহে দেখিছোঁ। এই জীৱনত প্ৰস্তুতি চলিছে। আকৌ জনম ধৰিলে আগৰ জনমৰ সংস্কাৰেৰে বৰঘৰত প্ৰৱেশ পাব পাৰোঁ নেকি?

*ছবি এখন অঁকাৰ ক্ষেত্ৰত আপুনি পৰিকল্পনা কি দৰে কৰে? ৰঙৰ পৰিকল্পনাও আগতেই কৰে নেকি?*

পাহাৰৰ ওপৰত পানী জমা হ'লে তললৈ বৈ যোৱাৰ দৰে মনৰ ভিতৰত ভাব জমা হ'লে চিত্ৰ-ভাস্কৰ্য ৰূপেৰে প্ৰকাশ ঘটে। প্ৰথমে জান-জুৰি, পিছলৈ নদী হৈ সাগৰলৈ গতি কৰাৰ দৰে ড্ৰইং, তাৰ ওপৰত ৰং—তাত লাবণ্য-যোজনা আদিৰে ছবি সম্পন্ন হয়।

***ছবি এখনত ধৰিলে সম্পূৰ্ণ কৰাৰ বাবে কিমান সময় লয়? অঁকাৰ সময়ত কল্পিত চিত্ৰখনৰ সাল-সলনি ঘটেনে?***

প্ৰসিদ্ধ ভাস্কৰ আৰু চিত্ৰকৰ ৰামকিংকৰে কোৱা শুনিছিলো — চিত্ৰ-ভাস্কৰ্যৰ কাৰণে কোনো বন্ধা সময় নেথাকে, সমুখত থাকে মাথোঁ space, ঠাই, ক্ষেত্ৰ। সৰু চিত্ৰ এখনতো বহু সময় ব্যয় হ'ব পাৰে, অথচ বৃহৎ আকাৰৰ চিত্ৰ এখন নিচেই কম সময়তে সমাধা হ'ব পাৰে।

অঁকাৰ সময়ত বহুতো সাল-সলনি হ'ব পাৰে। ক্ষেত্ৰৰ কাৰণে আৰু ছবিত ব্যৱহাৰ হোৱা আকাৰ-প্ৰকাৰ, ৰং আদি সময়ত ৰূপান্তৰিত হৈ ন-ৰূপেৰে সজ্জিত হৈ উঠে। কোনো কোনো সময়ত স্ৰষ্টাজনেই বিভ্ৰান্ত হোৱাদি হয়।

***ভিয়েটনামৰ মুক্তি সংগ্ৰামী যুৱকৰ পৰা, মুখা, মুখাৰ চিত্ৰ, ড্ৰইং, চাৰমিনাৰ চিগাৰেটৰ বাকচৰ অলংকৰণ আদিলৈকে এই পৰিক্ৰমাক আপুনি কি দৰে গ্ৰহণ কৰিছে?***

ভিয়েটনামৰ বিষয়ে অঁকা ছবিখন খুউব সাংঘাতিক এখন ছবি নাছিল, কিন্তু ইয়াৰ পিছফালে থকা চিৰন্তন জয়ৰ ভাবনা আৰু এই বিজয়ৰ আনন্দত উদ্বুদ্ধ হৈ অঁকাত তাত মানুহৰ চিৰায়তৰ বাবে শ্ৰদ্ধা আছে।

মুখা তৈয়াৰ কৰি তাত নিহিত শিল্পসম্পদৰ বুজ লোৱা আৰু নতুনকৈ তাত নিহিত থকা গুণেৰে অঁকা ছবিবিলাকত শিল্পৰ সংক্ৰমণ ঘটোৱাৰ ইচ্ছা বৰ্তমান। মানুহৰ সবলৰ প্ৰতি ভয় মিহলি শ্ৰদ্ধা আৰু সমাজৰ বিভিন্ন মুখৰ আঁৰত মুখা লুকাই ৰখা খবৰো মুখাৰে প্ৰকাশ কৰিবলৈ চেষ্টা কৰিছোঁ। ড্ৰয়িংবিলাকত এটা স্বতঃস্ফূৰ্ত ভাব খেলি যায়। চাৰমিনাৰ আৰু জুইশলাবাহত অঁকা ড্ৰয়িংবোৰত ক্ষুদ্ৰ ক্ষুদ্ৰ ক্ষণবোৰক ধৰি ৰখাৰ প্ৰয়াস কৰোঁ। কথা পাতি থাকোঁতেও কেতিয়াবা জুইবাহ বা চিগাৰেটৰ বাহত ড্ৰয়িং চলি থাকে। সেইবিলাকত ক্ষণিকে ধৰা দিয়ে।

***কেনে পৰিৱেশ, কি অৱস্থাত আপুনি ছবি আঁকিব পাৰে?***

যি কোনো পৰিৱেশতে ছবি আঁকিব পাৰোঁ। তাৰ কাৰণে মনৰ প্ৰস্তুতিয়েই প্ৰধানকৈ কাম কৰে।

***চিত্ৰকৰ ৰূপে অসমত জীৱিকা-নিৰ্বাহ সম্ভৱনে?***

আমি মোটামুটি সম্মান ৰাখি বিশেষ কাৰো লগতে সমঝোতা নকৰাকৈয়ে নিজস্বতা বজাই ৰাখি বাচি আছোঁ। আমাৰ সন্মান মানেই শিল্পৰ সন্মান, মানুহৰ সন্মান। এইটো অৱশ্যে টান কাম। শিল্পৰ তেনে কদৰ এতিয়াও আমাৰ সমাজত হোৱা নাই। সৰহ ভাগৰ সামৰ্থও নাই নেকি। সেই কাৰণে শিল্পীসকলে নিজৰ চিত্ৰ-ভাস্কৰ্যৰ লগতে কিছু কিছু শিল্প গুণ মিশ্ৰিত হস্তশিল্প তৈয়াৰ কৰা ভাল। দুটা পইছা হ'ব আৰু সাধাৰণ মানুহে এজন

সঁচা শিল্পীৰ শিল্পসম্পদ হিচাপে সস্তাতে পাব পৰা বিবিধ শিল্প-সামগ্ৰী ঘৰত ৰাখি আনন্দ পাব পাৰে। এই কামে সহজে শিল্পক জনসাধাৰণৰ ওচৰলৈ লৈ যাব পাৰে।

*নিজে গঠন কৰা অসম ফাইন আৰ্টছ্ ছচাইটী ত্যাগৰ কাৰণ?*

সাহিত্য-সংস্কৃতি আদিৰ স্বেচ্ছাসেৱী অনুষ্ঠান একোটা প্ৰতিষ্ঠা কৰা আৰু তাক টিকাই ৰখা সহজ কথা নহয়। হ'ল বুলি আপুনি সকলো সময়তে অনুষ্ঠানটো বিভিন্ন ৰসেৰে জীপাল কৰি ৰখাও টান। ভাগ্যৰ বলত সংগঠনৰ প্ৰায় সকলো সদস্যই যদি সমানে বিভিন্ন কাৰ্যক্ৰমবিলাকত আগভাগ লৈ আকাংক্ষিত কাৰ্যসমূহ আগবঢ়াই নিয়ে, তেনেহলে ই সদায় জীপ লৈ থাকিব। শ'লমাৰি ভঙা স্বভাৱৰ লোক সোমালে সেই আশা দুৰূহ আৰু কিছু ক্ষেত্ৰত লেজুত ধৰি বল নিদিয়া শ্ৰেণীও থাকে। কোনো কোনো সময়ত মূৰ পোলোকা মৰা স্বভাৱৰ লোকো দেখা যায়। এইবিলাকে এটা সংগঠনত বহুতো বিঘিনি ঘটায়। সংগঠন এটি বাদ্যযন্ত্ৰৰ নিচিনা, হাত দিলেই সুৰ-তাল-লয়-মূৰ্চনাৰে ঝংকাৰি উঠিব। আপুনি এনে এটা অনুষ্ঠান প্ৰতিষ্ঠা কৰিবলৈ ওলাওঁতে পিছফালৰ পৰা টানি ধৰা লোকো বহুত। আপোনাক নানান ধৰণেৰে বাধা দিব— নিজৰ কাম পণ্ড হ'ব। ভবা মতে কৰিব নোৱাৰিলে লোকগঞ্জনাৰ সন্মুখীন হব লাগিব। ইত্যাদি, ইত্যাদি। কিন্তু আপুনি সঠিকভাৱে অনুষ্ঠানটি পৰিচালনা কৰিব পাৰিলে, সভ্যসকলৰ মাজত বাদ-বিসম্বাদ সুমুৱাই দি ভাগ ভাগ কৰাৰো অভিজ্ঞতা আপোনাৰ হ'ব পাৰে। এইসকলেই আপুনি কৰা কামৰ বিষয়ে আপোনাক বুজনি দিব। আপোনাকে আপোনাৰ মাহীৰ পৰিচয় দাঙি ধৰিব (বঙলা ফকৰা)। তেতিয়া আপুনি হাঁহিব নে কান্দিব ভাবিবই নোৱাৰিব। তাতো একো নহ'লে সেইসকলে নপতা ফুকন এদলক আমদানি কৰিব। তেওঁলোকে আপোনাক বুজনি দিব, আপুনি ভুল কৰিছে। অমুকটোহে কৰিব লাগে, তমুকটোহে কৰিব লাগে, ইত্যাদি। ধৈৰ্য ধৰি কাম কৰি যাব পাৰিলে আপুনি কৰি যাওক, নহলে সন্মান বজাই ৰাখি আপুনি পৃষ্ঠভংগ দিয়ক। ৰাজহুৱা এনে অনুষ্ঠানত ওলমি থাকি লাভ নাই। যেতিয়া অনুষ্ঠানটোৰ প্ৰতিষ্ঠা, ওপৰ সকলো স্তৰৰ কথা সমূলঞ্চে পাহৰাই কোনো দুই-চাৰিজনে নিজক জাহিৰ কৰিবলৈ লাগি যায়, জোৰ জবৰদস্তি কৰি নিজৰটোহে শুদ্ধ বুলি প্ৰতিপন্ন কৰিবলৈ দল-বল বান্ধি উঠিপৰি লাগে আৰু ক্ষমতা দখলৰ খক প্ৰকট কৰি দেখুৱায়, তেতিয়া শুভবুদ্ধিসম্পন্ন লোকে ভদ্ৰতাৰ খাতিৰতে সেই স্থান ত্যাগ কৰে।

*বৰ্তমান কি কাম কৰি আছে?*

বৰ্তমান পাৰ হৈ যোৱা দিনবোৰৰ কাগজ-পত্ৰ, চিঠি, কিতাপ, আধৰুৱা লিখা আদি জুকিয়াই সজাইছোঁ। জুকিয়াই যাওঁতে ইমান দিনে কি কাম কৰিলো, তাকো ঘূৰি চাইছোঁ— নতুন কামৰ প্ৰস্তুতিৰ কাৰণে।

*ভৱিষ্যতৰ পৰিকল্পনা কি?*

ৰাজহুৱা স্থানত সকলোৱে দেখাকৈ শিল্পকৰ্ম কৰাৰ ইচ্ছা আছে। আমাৰ ছবি মুষ্টিমেয় লোকেহে দেখে। জনসাধাৰণৰ কাৰণে ৰাজহুৱা স্থানত আমি কাম কৰা উচিত। ❐

# নীলপৱন বৰুৱা
## মানুহজন আৰু তেওঁৰ ছবি

*মাণিক দাস*

সংসাৰত কিছুমান মানুহ থাকে — যিসকলে নিজৰ উপস্থিতিৰে পৰিৱেশ পোহৰাই ৰাখে। তেওঁলোকৰ সান্নিধ্য পোৱা মুহূৰ্তবোৰ জীৱনৰ আপুৰুগীয়া সম্পদ হৈ থাকে। তেনে মানুহৰ ছবিখন আমৃত্যু একে থাকে। তাৰ কোনো পৰিৱৰ্তন নহয়। নীলপৱন বৰুৱা এনে এক বিৰল প্ৰজাতিৰ মানুহ। সৌম্যকান্তি, হাঁহিমুখীয়া, মৃদুভাষী, অসূয়াশূন্য, সদা প্ৰফুল্ল, বাকপটু আৰু সুৰসিক নীলপৱন বৰুৱাক যিসকলে জানে, তেওঁলোকে নিৰ্দ্বিধাই কথাটো স্বীকাৰ কৰিব।

এতিয়া গুৱাহাটীত মানুহ বাঢ়িছে। হুলস্থূল বাঢ়িছে। বাঢ়িছে কংক্ৰিটৰ ঘৰ-দুৱাৰ। যানবাহন আদিৰতো কথাই নাই। ফলত নিৰ্জনতা নোহোৱা হৈছে। নিৰলে বহি কথা পতাৰ বা আড্ডা দিয়াৰ পৰিৱেশ-পৰিস্থিতি অন্তৰ্হিত হৈছে। মানুহ হৈ পৰিছে আত্মকেন্দ্ৰিক, আত্মবিভোৰ আৰু প্ৰয়োজনতকৈ বেছি আত্মসচেতন। ফলত সন্দিগ্ধ আৰু অভিমানী। অৱস্থাটো যে ভাল নহয়, ইয়াৰ ফল যে নেতিবাচক, সেই কথা বোধকৰো কোৱা বাহুল্য।

গুৱাহাটীখন আগেয়ে, অন্ততঃ সৌ সিদিনাখনলৈকে, এনে কিন্তু নাছিল। শিল্প, সাহিত্য, সংগীত আদিৰ লগত যুক্ত মানুহবোৰৰ মাজত ব্যস্ততা তুলনামূলকভাৱে কম আছিল। তেওঁলোকে পৰস্পৰৰ বাবে সময় খৰচ কৰিছিল, আড্ডা দিয়াৰ বহু ঠাই আছিল, তাত আড্ডা দিছিল। উপলক্ষ্যৰ অভাৱ নাছিল। সেই উপলক্ষ্যবোৰত মানুহবোৰ লগ হৈছিল। ভাব বিনিময় কৰিছিল। হাঁহিছিল। পৰস্পৰৰ কাম-কাজৰ খবৰ লৈছিল, প্ৰশংসা কৰিছিল। উপলক্ষ্য যিয়ে নহওক, য'তে নহওক, প্ৰায়বোৰতে নীলপৱন বৰুৱা মধ্যমণি হৈ দেখা দিছিল। তেওঁৰ উপস্থিতিয়ে গুণগ্ৰাহীসকলক সচকিত কৰিছিল। সকলোৱে তেওঁক বেৰি ধৰি কথা পতাত মগ্ন হৈ পৰিছিল। নীলপৱন বৰুৱাক যেতিয়াই লগ পোৱা যায়, তেতিয়াই তেওঁক নৱীন, সজীৱ আৰু প্ৰাণোচ্ছল যেন লাগে। তেওঁৰ কথা শুনা, অভিজ্ঞতাৰ অংশীদাৰ হোৱা বা কৌতুক-কণাৰ ভাগ লোৱা এক দুৰ্লভ অভিজ্ঞতা।

নীলপৱন বৰুৱাৰ বয়স হৈছে, কিন্তু বয়সে তেওঁক চুব পৰা নাই। তেওঁ একে আছে। সেই চেহেৰা, সেই কথা কোৱাৰ ষ্টাইল, হাঁহি, খোজ-কাটল, ওঁঠৰ চিগাৰেট এতিয়াও অপৰিৱৰ্তিত। তেওঁক সুধিছিলো, 'আপুনি ছবি কিয় আঁকে?' তেওঁ কৈছিল, 'আনন্দৰ সন্ধান কৰিবলৈ।' কথাটো বেছ ডাঙৰ। আনন্দৰ সন্ধান কৰা ডাঙৰ কাম। এই কাম তেওঁ অকল ছবিৰ মাজতে কৰা নাই, কৰিছে নিজৰ জীৱনতো। তেওঁৰ জীৱন-

দৰ্শনতো এই কথা সোমাই আছে। তেওঁৰ অনুৰাগী ঘনিষ্ঠ মহলে এই কথাটো অহৰহ অনুভৱ কৰে।

শিল্পী নীলপৱন বৰুৱাক মানুহ নীলপৱন বৰুৱাৰ পৰা বেলেগ কৰিব নোৱাৰি। সকলো সময়তে দুয়োটা সত্তা একেলগ হৈ থাকে। সাধাৰণতে এনে মানুহ কমেই চকুত পৰে। মানুহ হিচাপে তেওঁ যেনেকুৱা, শিল্পী হিচাপেও তেনেকুৱাই। দ্বন্দ্ব নাই। পূৰামাত্ৰাই শিল্পী হোৱাৰ ফলত তেওঁ বৈষয়িক দিশত উন্নতি কৰিব নোৱাৰিলে। আজিৰ দিনৰ দৃষ্টিত এইটো এটা বৰ ডাঙৰ ব্যৰ্থতা। বিষয়াসক্ত আধুনিকোত্তৰ মানুহে এই ব্যৰ্থতাৰ বাবে তেওঁক নিশ্চয় পুতৌ কৰিব।

ব্যতিক্ৰমী শিল্প প্ৰতিভাৰ গৰাকী হোৱা সত্ত্বেও খ্যাতিৰ জখলা বগাব নজনাৰ ফলত নীলপৱন বৰুৱা আঞ্চলিক শিল্পী হৈয়ে থাকিব লগা হ'ল। সৰ্বভাৰতীয় পৰ্যায়ত নিজৰ যথাৰ্থ প্ৰতিপন্ন কৰাৰ সুবিধা নাপালে। এই কথাই আমাৰ দৰে বহুতকে দুখ দিলেও জনাসকলে জানে যে অসমত তেওঁৰ তুল্য শিল্পী দুৰ্লভ। তেওঁৰ সেই দুৰ্লভ শিল্প-প্ৰতিভাই পোহৰাই ৰাখিছে তেওঁ সৃষ্টি কৰা শিল্পকৰ্মসমূহক, তেওঁৰ শিষ্যবৰ্গক, নিজ হাতে গঢ়ি তোলা আছাম ফাইন আৰ্ট্ছ্ এণ্ড ক্ৰেফট্চ্ ছচাইটি আৰু অগণন গুণমুগ্ধক।

বোহেমিয়ান শিল্পীৰ যাৱতীয় গুণাৱলী আয়ত্ত কৰিও নীলপৱন বৰুৱা সহৃদয় সামাজিক মানুহ। তেওঁ নিজা ধৰণে ঈৰ্ষণীয় দক্ষতাৰে সংসাৰ কৰিছে। শাৰীৰিকভাৱে অসুস্থ অসামান্যা কণ্ঠশিল্পী এগৰাকীক বিয়া কৰাই তেওঁ নিজৰ অজ্ঞাতে অকল মহত্ত্বই প্ৰকাশ কৰা নাই, সুখী দাম্পত্য জীৱন যাপন কৰি এক বিৰল দৃষ্টান্ত তুলি ধৰিছে। চিৰ ৰোমাণ্টিক, স্বপ্নবিভোৰ, খেয়ালি আৰু সদাসক্ৰিয় নীলপৱন বৰুৱা জীৱনত নানা ধৰণৰ বিপৰ্যয়ৰ মাজেদি পাৰ হৈছে। অভাৱনীয় অভিজ্ঞতা লাভ কৰিছে। স্থিতপ্ৰজ্ঞৰ দৰে তেওঁ সেইবোৰক সহজভাৱে গ্ৰহণ কৰিছে। বিভিন্ন চেলেঞ্জ মোকাবিলা কৰাৰ লগতে তেওঁ নিজেও বহুতো চেলেঞ্জ তৈয়াৰ কৰি লৈ যুঁজিছে। হয়তো হাৰিছে, এড্ভেঞ্চাৰ বিফল হৈছে, কিন্তু তেওঁ নিৰ্বিকাৰ।

বৰুৱাদেৱৰ 'চাহ-চাং' এটি উচ্চাকাংক্ষী এড্ভেঞ্চাৰ আছিল। মিউজিয়ামৰ সন্মুখত এবাৰ তেওঁ (১৯৮৪-৮৫ চনমানত) অসমীয়া আৰ্হিৰ চাং-বঙলা সাজি চাহৰ দোকান খুলিছিল। তেওঁৰ গুণগ্ৰাহীসকলৰ মনত অপাৰ উৎসাহ আৰু আনন্দ। গুৱাহাটীত শিল্পী, সাহিত্যিক, বুদ্ধিজীৱী আদিৰ আড্ডা দিয়া স্থায়ী ঠাই এটুকুৰা হ'ল। কিছুদিন বেছ চলিল। 'চাহ-চাঙ'ৰ কথা কেউদিশে ফাটি-ফুটি গ'ল। পুৱা-গধূলি তাত ভাল ভাল মানুহৰ সমাগম হোৱাৰ বাবে চাই বহুতে ভাবিবলৈ ধৰিছিল যে এইবাৰ গুৱাহাটীত কিবা এটা হ'ব। পিছে নহ'ল। 'কিবা এটা' হোৱাৰ আৰু বাট চাব পৰা নগ'ল। তাৰ আগতেই বৰুৱাদেৱে 'চাহ-চাঙ'ত তলা লগাব লগাত পৰে। আৰ্থিক ক্ষয়-ক্ষতিৰ পৰিমাণ ইমানেই বেছি হৈছিল যে তলা লগোৱাৰ বাহিৰে আন কোনো উপায় নাছিল। 'চাহ-চাং' বন্ধ হোৱাত আমাৰ দৰে বহুতে গভীৰ বেদনা অনুভৱ কৰিছিল।

নীলপৱন বৰুৱা সদাসক্ৰিয় শিল্পী। যাৰ ফলত চিগাৰেট বা জুইশলাৰ বাহতো তেওঁ ছবি আঁকি ফুৰে। হাত দুখন অনবৰতে ব্যস্ত। কিবা নহয় কিবা কৰি থাকে। একেলগে বহু

কাম তেওঁ হাতত লয়। লৈ মগ্ন হৈ থাকে। তেওঁ যেতিয়া ২০০০ চনত দুহেজাৰ ছবি আঁকিম বুলি কৈছিল, তেতিয়া ভয় লাগিছিল, সন্দেহে ভুমুকি মাৰিছিল। পাৰিব জানো ইমানবোৰ ছবি আঁকিব? ২০০০ ছবি মানে দুহেজাৰ বিষয়। সম্ভৱ জানো? সম্ভৱ। একমাত্ৰ নীলপৱন বৰুৱাৰ বাবেই সম্ভৱ। কথাটো তেওঁ প্ৰমাণ কৰি দেখুৱালে। ইয়াৰ আগেয়েও এই ধৰণে তেওঁ বহু ছবি আঁকিছে, আঁকি স্তব্ধ কৰিছে ৰসিক দৰ্শকৰ দৃষ্টি।

নীলপৱন বৰুৱাৰ ছবি কেনেকুৱা? কি তাৰ বিশেষত্ব? এই কথাটোৰ সৰ্বসন্মত উত্তৰ দিয়া টান। কিয়নো তেওঁৰ ছবিত এনে কিছুমান বৈশিষ্ট্য আছে—যিয়ে নেকি ছবিবোৰক বহুমাত্ৰিক কৰি তুলিছে। ফলত বিশেষ কোনো আখ্যাৰে আখ্যায়িত কৰিব নোৱাৰি। তথাপি এই কথা কম-বেছি প্ৰায় সকলোৱে মানি ল'বলৈ টান নাপাব যে তেওঁ মূলতঃ ৰমণ্যাসবাদী শিল্পী। ভাৰতীয় ৰমণ্যাসবাদী শিল্পীসকলৰ লগত সমানে ফেৰ মাৰিব পৰা শিল্পী। এফালে তেওঁ ছবিত বৰ্ণৰ ঔজ্বল্য, আনফালে ৰেখাৰ বলিষ্ঠতা। এফালে লোকায়ত শিল্পৰ প্ৰভাৱ, আনফালে আধুনিক অনুষংগৰ বিস্তাৰ। এফালে প্ৰকৰণ কৌশলৰ অভিনৱত্ব, আনফালে কাব্যময়তা। এফালে আপাত সাৰল্য, আনফালে বিমূৰ্ত চেতনাৰ জটিল ৰূপকল্প। তেওঁ অহৰহ পৰীক্ষা-নিৰীক্ষা চলাই থকাৰ ফলত ছবিবোৰ ক'তো ৰৈ থকা নাই। বিৱৰ্তিত হৈছে। নতুন নতুন ৰূপত উদ্ভাসিত হৈছে। ফলত তেওঁৰ ছবি 'একঘেয়েমি'মুক্ত হৈ উঠিছে। বৈচিত্ৰপূৰ্ণ ধাৰাবাহিকতাৰ বাবে এতিয়াও নীলপৱন বৰুৱাৰ ছবিয়ে দৰ্শক আৰু গুণমুগ্ধ চিত্ৰৰসিকক হাত বাউল দি মাতে। বোধকৰো এইটোৱেই তেওঁৰ ছবিৰ প্ৰধান বৈশিষ্ট্য।

লোকশিল্পৰ প্ৰকৰণ আৰু উপকৰণ ব্যৱহাৰ কৰি বৰুৱাদেৱে ছবিত এক বিশেষ ভাৰতীয় ধৰণ আনিছে। এইটো মন কৰিবলগীয়া। তেওঁ ছবি আঁকে দ্ৰুতগতিত, অথচ অত্যন্ত সাৱলীলভাৱে এটা সৃজনশীলতাৰ পৰা আনটো সৃজনশীলতালৈ গতি কৰিব পাৰে। তেওঁ অনুপ্ৰেৰণাৰ বাবে বাট চাই নাথাকে। অহৰহ আৰু যিকোনো পৰিৱেশত তেওঁ ছবি আঁকিব পাৰে। সেইদেখি বহুতে বৰুৱাদেৱক Compulsive Artist বুলি কয়।

নীলপৱন বৰুৱাৰ লগত সতীশ গুজৰালৰ গভীৰ মিল। সেই মিল অকল চেহেৰাত নহয়, ছবিৰ ক্ষেত্ৰতো। বিষয়বস্তু, অংকনৰীতি আৰু ৰং ব্যৱহাৰৰ ক্ষেত্ৰত এক অদ্ভুত সাদৃশ্য আছে। অৱশ্যে সেই সাদৃশ্য প্ৰত্যক্ষ নহয়, পৰোক্ষ। তৎক্ষণাৎ সেয়া ধৰা নপৰে। গভীৰভাৱে পৰ্যবেক্ষণ আৰু বিশ্লেষণ কৰিলেহে ধৰিব পাৰি।

শিল্পৰ ক্ষেত্ৰত নীলপৱন বৰুৱা সৎ আৰু একনিষ্ঠ। সেই সততা আৰু একনিষ্ঠতা তেওঁৰ যাপিত জীৱনতো প্ৰতিফলিত। তেওঁৰ মহত্ত্ব আৰু মৌলিকত্ব প্ৰশ্নাতীত, কিন্তু তাৰ যথাৰ্থ মূল্যায়ন এতিয়াও হোৱা নাই। এদিন যে হ'ব সেই বিষয়ে সংশয় নাই। অনাগত দিনবোৰত সেই কথা প্ৰমাণিত হ'ব। ❐

# জীৱন-সংগীতৰ অনন্য যুগলবন্দী

দীনেশ বৈশ্য

'উদ্বৃত্ত-মূল্যৰ সৃষ্টিয়েই য'ত শিল্প সৃষ্টিৰো নিৰিখ, তেনে অৱস্থাত মহৎ শিল্প সৃষ্টিৰ সুযোগ নিতান্তই সীমিত। মহৎ শিল্প সৃষ্টি য'ত সম্ভৱ নহয়, তাত শিল্পকলাৰ স্থূলতাকেই উৎসাহিত কৰা হয়। কোনো এক সমাজত এনেকুৱা এক সাংস্কৃতিক দৈন্য অৱস্থা সৃষ্টি হোৱাৰ প্ৰধান কাৰণ হ'ল—শিল্প-সংস্কৃতি জনা-বুজা মানুহৰ অভাৱ। এনে এক পৰিস্থিতিৰ পৰিণতি হ'ল—মহত্তম শিল্প-সংস্কৃতিৰ পৰিৱৰ্তে ব্যাপকভাৱে স্থূলতাৰ সৃষ্টি, কলা-সংস্কৃতিৰ গুৰুতৰ অৱনমন আৰু অপসংস্কৃতিৰ ব্যাপক প্ৰসাৰ। শিল্প সংস্কৃতিৰ এনেকুৱা এক দৰিদ্ৰ অৱস্থাত সমাজত এক অমানৱিক পৰিস্থিতিৰ সৃষ্টি হয়।' (কাৰ্ল মাৰ্ক্সৰ 'থিয়ৰিজ অব চাৰপ্লাচ ভেল্যু'ৰ পৰা উদ্ধৃত)

সম্প্ৰতি ভাৰতবৰ্ষত, বিশেষকৈ আমাৰ নিজৰ ৰাজ্য অসমত কলা-সংস্কৃতিৰ এক অভূতপূৰ্ব দৈন্য অৱস্থাৰ সৃষ্টি হৈছে। বজাৰমুখী, অত্যন্ত স্থূল শিল্পকলা সৃষ্টিৰ এক অমানৱিক প্ৰতিযোগিতাৰ সৃষ্টি হৈছে। আমি অতি পৰিতাপেৰে লক্ষ্য কৰিছোঁ— এতিয়া সংগীত আৰু অন্যান্য শিল্প-কলা সৃষ্টি হয় লাভখোৰ বেপাৰী আৰু ধুৰন্ধৰ ৰাজনীতিকৰ নিৰ্দেশত। এওঁলোকৰ তত্ত্বাৱধানতেই লালিত-পালিত হয় শিল্প-সংস্কৃতি। আৰ্থিক আৰু ৰাজনৈতিক মুনাফা য'ত শিল্প সৃষ্টিৰ প্ৰধান উদ্দেশ্য, তেনে এক অৱস্থাত সাম্প্ৰতিক অসমীয়া সমাজত স্থূল, তথাকথিত কলা-সংস্কৃতি বন্দিত আৰু পুৰস্কৃত হৈছে। প্ৰকৃত সূক্ষ্ম কলা-সংস্কৃতি অৱহেলিত হ'ব ধৰিছে।

সাম্প্ৰতিক অসমত কলা-সংস্কৃতিৰ জগতত এনেকুৱা এক ভয়ানক অৱস্থাৰ মাজতো এচাম মুষ্টিমেয় মানুহে সূক্ষ্ম কলা-সংস্কৃতি আৰু প্ৰকৃত শিল্পীসকলক প্ৰেৰণা যোগাবলৈ অহোপুৰুষাৰ্থ কৰি আছে। তেনে এক প্ৰচেষ্টা হ'ল অসমৰ দুগৰাকী প্ৰকৃত শিল্পীৰ প্ৰতি পুথিৰ মাধ্যমেৰে শ্ৰদ্ধা জনোৱাৰ এই ব্যৱস্থা।

মোৰ দৰে অতি সাধাৰণ মানুহ এজনে নীলপৱন বৰুৱা আৰু দীপালি বৰঠাকুৰৰ দৰে পৰম শ্ৰদ্ধেয় শিল্পী দুগৰাকীৰ বিষয়ে লিখিবলৈ যোৱাটোও এক প্ৰকাৰৰ ধৃষ্টতা বুলিয়েই মই ভাবোঁ। তথাপি এই শিল্পী দুগৰাকীৰ আমাৰ প্ৰতি থকা স্নেহৰ দাবী আৰু বন্ধুবৰ পদ্মপাণিৰ আগ্ৰহৰ বাবে আমাৰ উপলব্ধি চমুকৈ লিখাৰ দুঃসাহস কৰিছোঁ। আমাৰ এই লিখনিত অজানিতে হোৱা ত্ৰুটিৰ বাবে শিল্পী দুগৰাকীৰ ওচৰত ক্ষমা বিচাৰিছোঁ।

সংগীত সম্পৰ্কে আমাৰ কোনো প্ৰশিক্ষণগত জ্ঞান নাই। সংগীত বুজিব পৰাকৈও আমাৰ বিশেষ অভিজ্ঞতা নাই। গান শুনি ভাল পাওঁ। গানেৰে সদায় হৃদয় ভৰাওঁ। কণ্ঠত

যদিও সুৰ নাই, হৃদয় ভৰি থাকে অবুজ সংগীত। সৰুতে গাঁৱত বিয়াই-সবাহে মাইকত গান বাজে। মোৰ ভালপোৱা গান আছিল দীপালি বৰঠাকুৰৰ সেই গানবোৰ। সেই সময়ত ৰেকৰ্ড-প্লেয়াৰত, ৰেডিঅ'ত মনপুতি শুনিছিলো দীপালি বৰঠাকুৰৰ গান। দীপালি বৰঠাকুৰৰ সেই যাদুকৰী কণ্ঠই তেতিয়াই আমাক মোহিত কৰিছিল। সেই গীতৰ প্ৰেৰণাৰেই মই গীত লিখাৰ প্ৰয়াস কৰিছিলো। দীপালি বৰঠাকুৰৰ গীত তাহানিৰ দৰেই আজিও শুনি আপ্লুত হওঁ। তেওঁৰ গীতত আছে এক যাদুকৰী শক্তি। সেই শক্তিৰ প্ৰভাৱতেই অসমীয়া গীতৰ শ্ৰোতাই আজিও এক অবিমল আনন্দ লাভ কৰে। এক অদ্ভুত নষ্টালজিয়া অনুভৱ কৰে।

দীপালি বৰঠাকুৰক যি প্ৰকৃতিয়ে দিছিল শিল্প সৃষ্টিৰ এক অনন্য শক্তি, সেই প্ৰকৃতিয়েই এদিন অতি নিদাৰুণভাৱে কাঢ়ি লৈ গ'ল এই সৃষ্টিৰ শক্তি। গানেৰে ভুবন ভৰাবলৈ আগবঢ়া গানৰ পখী দীপালিৰ কণ্ঠ ৰুদ্ধ হৈ গ'ল। এগৰাকী শিল্পীৰ বাবে শিল্প সৃষ্টি কৰিব নোৱাৰাতকৈ ডাঙৰ বেদনা আৰু একো থাকিব নোৱাৰে। এনে এক অৱস্থাত এইগৰাকী শিল্পীৰ ওচৰত আহি থিয় হ'ল আন এগৰাকী অতুলনীয় শিল্পী। কণ্ঠহাৰা গায়িকা এগৰাকীৰ জীৱন সংগী হৈ এক মৌন সংগীত ৰচনাৰ বাবে প্ৰেৰণা আগবঢ়ালে এই গৰাকী শিল্পীয়ে।

মই বহু দিন চেষ্টা কৰিছোঁ বিখ্যাত চিত্ৰকৰসকলৰ ছবি চাই সেইবোৰ বুজিবলৈ। সঁচা কথা ক'বলৈ হ'লে কিহৰ বাবে সেই ছবিবিলাক ইমান বিখ্যাত—সেই কথা মই কোনোদিনে নুবুজিলো। প্ৰখ্যাত চিত্ৰশিল্পী নীলপৱন বৰুৱাৰো বহুত ছবি মই বুজা নাই। অৱশ্যে বুজিবলৈ বৰ বেছি চেষ্টাও কৰা নাই। দীপালি বৰঠাকুৰৰ গীত শুনি এক বিমল আনন্দ লাভ কৰোঁ, এক অদ্ভুত অনুভূতিৰে অভিভূত হওঁ। কিন্তু নীলপৱন বৰুৱাৰ ছবি চাই তেনে কোনো বোধভাৱ মোৰ হৃদয়ত নজন্মে। কিন্তু আচৰিত কথা, নীলপৱন বৰুৱা মানুহজনক দেখিলেই মোৰ ধাৰণা হয়— মোৰ সমুখত যেন পৃথিৱীৰ সৰ্বশ্ৰেষ্ঠ এক শিল্পকৰ্ম জীৱন্ত ৰূপত থিয় হৈ আছে। মই ভাবোঁ—নীলপৱন বৰুৱা নামৰ এই মানুহজনেই এক মহান শিল্প, এক বুজিব নোৱৰা আনন্দদায়ক চিত্ৰ— এক অভূতপূৰ্ব অনন্য ভাস্কৰ্য।

বিশ্ববিখ্যাত লিখক চমাৰচেট মমে লিখিছিল—'Poverty is a curse, but insecurity is blessing .......... Insecurity makes him industrious and security makes him idle and complacent.....'

চুটি-চাপৰ মানুহজন, সাধাৰণ পোছাক, সাধাৰণ মানুহৰ দৰে আচাৰ-ব্যৱহাৰ। হৃদয় ভৰি আছে অনিশ্চয়তাৰ ভয়। তথাপি মুখত সদায় জিলিকি আছে এক বিমল হাঁহি। পকা ডাঢ়ি-চুলিৰে ভৰা মুখখনত যৌৱনোচ্ছল আনন্দৰ প্ৰকাশ। তিনি কুৰিৰ ডেওনা পাৰ হোৱা এই বোল্ল বছৰীয়া ডেকাজনৰ সান্নিধ্যই মোক যৌৱন প্ৰদান কৰে, পৃথিৱীৰ সকলো দুখ পাহৰাই দিয়ে। নীলপৱন বৰুৱাক লগ পালে সেইখিনি সময়ৰ বাবে পাহৰি যাওঁ পৃথিৱীৰ সমস্ত বেয়া কথা। পাহৰি যাওঁ নিজৰ জীৱনৰ সকলো পোৱা-নোপোৱাৰ দুখ-বেদনাৰ কথা। নীলপৱন বৰুৱাৰ লগত কথা পাতিলে ধাৰণা হয়— পৃথিৱীৰ সকলো মানুহেই ভাল। পৃথিৱীৰ সকলো সৃষ্টিয়েই সুন্দৰ। পৃথিৱীখন এখন সুন্দৰৰ পূজাৰ থলী।

আমি বেছিভাগ সাধাৰণ মানুহেই আত্মঅহংকাৰী। কাৰোবাক তিলমান সহায় কৰিলেও আনৰ আগত তালটোৰমানকৈ কওঁ। সদায়েই সকলো কামৰ বাবে বিনিময় বিচাৰোঁ। কাৰোবাৰ পৰা কিবা অলপ কমকৈ পালে তৎক্ষণাৎ অভিমানী হৈ পৰোঁ। জীৱনত একোৱেই নাপালো বুলি আক্ষেপ কৰোঁ। কিন্তু নীলপৱন বৰুৱা? যিয়ে নিজৰ জীৱনটোকেই আনৰ বাবে উছৰ্গা কৰিলে, তেওঁৰ কিন্তু কোনো অনুশোচনা নাই, অভিমান নাই, অভিযোগ নাই। তেজ-মঙহৰ জীৱনটোৰে পৃথিৱীৰ শ্ৰেষ্ঠতম ছবিখন অঁকা এক তুলনাবিহীন শিল্পী নীলপৱন বৰুৱা।

মই ভগৱান বিশ্বাস নকৰোঁ। প্ৰকৃতিকেই ভগৱানৰ ৰূপত মানো। এই পৃথিৱীৰ সকলো অদ্ভুত সৃষ্টি প্ৰকৃতিৰেই খেয়াল। প্ৰকৃতিয়েই চাগে লগ লগাই দিছিল এই দুগৰাকী মহান শিল্পীক একেলগে থাকিবলৈ। নীলপৱন বৰুৱা আৰু দীপালি বৰঠাকুৰৰ যুগ্মজীৱন প্ৰকৃতিৰ এক অনন্য সৃষ্টি। প্ৰকৃতিয়ে নিজৰ সকলো নীতি-নিয়ম ভাঙি তিলতিলকৈ তিলোত্তমাৰ দৰে গঢ়িছে নীলপৱন বৰুৱা আৰু দীপালি বৰঠাকুৰৰ জীৱনৰ অনন্য সংগীতৰ অনুপম যুগলবন্দী।

মোৰ জন্ম-গাঁও ক্ষেত্ৰীত যোৱা ২৪ বছৰ ধৰি প্ৰতি ব'হাগৰ ৪ তাৰিখে এক লোকনৃত্য সমাৰোহ অনুষ্ঠিত হৈ আহিছে। প্ৰতিখন সমাৰোহলৈ কমকৰ্তাসকলে একোজন শিল্পীক অতিথি হিচাপে আমন্ত্ৰণ কৰে। বহুতো তথাকথিত ডাঙৰ শিল্পীয়ে নিমন্ত্ৰণ কৰিব যোৱাসকলক নানা কথা কয়— পলম হ'ব নেকি, সময়েই নাই, অনা-নিয়াৰ ব্যৱস্থা ভাল হ'বনে, ইত্যাদি, ইত্যাদি। কিন্তু নীলপৱন বৰুৱাই যোৱা কুৰি বছৰ ধৰি ব'হাগৰ ৪ তাৰিখে যেনে-তেনে গৈ উপস্থিত হ'ব ক্ষেত্ৰীৰ ক'লামণি বাকৰিত সেই অঞ্চলৰ বিভিন্ন গাঁৱৰ বিভিন্ন জনগোষ্ঠীৰ নিভাঁজ লোকনৃত্য চাবলৈ। ক্ষেত্ৰী অঞ্চলৰ জালিখৰা বিলত মাছ মাৰোঁতে মাছমৰীয়া ৰাইজে লালিলাং (কেঁচা) বিহু গায়। জাকৈ, খালৈ, পল লৈ ফটা-ছিটা কাপোৰেৰে নচা এই বিহু যিয়ে দেখা নাই, তেওঁ অনুভৱ কৰিব নোৱাৰে বিহুনাচ কিমান কেঁচা, কিমান সৰল, কিমান নিভাঁজ হ'ব পাৰে। যোৱা ২৪ বছৰ ধৰি এই লালিলাং বিহুৱা দলত সদায়েই নাচি থকা দুগৰাকী শিল্পী হ'ল 'তেলপুং' আৰু 'নিগৰু' কাই। প্ৰতিটো ব'হাগৰ ৪ তাৰিখে এই দুজন শিল্পীয়ে তেওঁলোকৰ মাজত বিচাৰে শিল্পী নীলপৱন বৰুৱাক। নীলপৱন বৰুৱাও হেনো এই তাৰিখটোত ক'তো থাকিব নোৱাৰে। এবাৰ দিল্লীৰ কিবা এখন অনুষ্ঠানত ছবি আঁকিবলগীয়া হ'ল নীলপৱনে ৪ ব'হাগৰ দিনা। তেওঁ হেনো সেইদিনা ভালদৰে ছবিকে আঁকিব নোৱাৰিলে। মানুহজন দিল্লীত থাকিল, মনটো গুচি আহিল ক্ষেত্ৰীৰ ক'লামণি বাকৰিত তেলপুং আৰু নিগৰুৰ সৈতে লালিলাং বিহু নাচিবলৈ।

অসমত এনেকুৱা কিমান শিল্পী আছে — যাক কোনোবা অখ্যাত গাঁৱৰ লাওপানী খাই লালিলাং নচা অখ্যাত শিল্পীয়ে তেওঁৰ ওচৰত বিচাৰে? কেইজন শিল্পীয়ে এনেদৰে অখ্যাত শিল্পীৰ মনৰ কথা বুজি তেওঁলোকৰ মাজত থাকি আনন্দ উপভোগ কৰে?

চক্ৰেটিছে মন্তব্য কৰিছিল— 'To a good man, whether alive or dead, no evil can happen, not are the Gods indifferent to his well-being.' কিন্তু চক্ৰেটিছৰ এই মন্তব্য সত্য নে? সমাজৰ ভাল কৰিব খোজা, মানুহৰ ভাল কৰিব খোজা সকলো মানুহেই জানো সুস্থভাৱে, শান্তিৰে জীৱন যাপন কৰিব পাৰিছে?

বাহিৰৰ পৰা পৃথিৱীৰ বহু কথাই ভাল লাগে, ভাল দেখি। যিদৰে দূৰৰ পৰা ধুনীয়া দেখি নীলা পৰ্বত। ওচৰলৈ গ'লে গম পোৱা যায় ধুনীয়া নীলা পৰ্বতত কিমান খলাবমা আছে, কিমান দুৰ্গম এই ধুনীয়া ঠাই !

পৃথিৱীৰ বহু শিল্পীৰ জীৱনৰ দুখময় কাহিনী শুনিছোঁ, পঢ়িছোঁ। একেবাৰে ওচৰৰ পৰা দেখিছোঁ শিল্পী নীলপৱন আৰু দীপালি বৰঠাকুৰৰ কষ্টকৰ বাস্তৱ জীৱন। জীৱনৰ বহুতো আশা, আকাংক্ষা, সপোন সামৰি লৈ, বেদনাভৰা হৃদয় ঢাকি থৈ সদায় এক বিমল হাঁহিৰে সকলোকে স্বাগতম জনায় দুয়োজন শিল্পীয়ে। সদায় মুখত এমোকোৰা হাঁহি লাগি থকা শিল্পী দীপালি বৰঠাকুৰক দেখিলে ধাৰণা হয়— তেওঁ যেন এক বিশাল প্ৰশান্ত মহাসাগৰ। হৃদয় ভৰি আছে সহস্ৰ বেদনাৰ ঢৌ। বাহিৰত প্ৰশান্তিৰ প্ৰলেপ। সকলো দুখকে হজম কৰি তেওঁ যেন হৈ আছে চিৰ প্ৰশান্ত এক সুবিমল আনন্দৰ ফল্গুধাৰা। আৰু নীলপৱন? তিনি কুৰিৰ দেওনা পাৰ হৈও অক্লান্তভাৱে সকলো ধৰণৰ সহযোগিতা আগবঢ়াই আছে তেওঁৰ পত্নীৰ বাস্তৱ জীৱনৰ সকলো দিশত। এগৰাকী নাৰীৰ সকলো নিত্যকৰ্ম এজন বয়সস্থ পুৰুষে সদায় হাঁহিমুখে নিৰ্বিবাদে কৰি আছে। এখন ঘৰ চলাই আছে। লগতে চলাই আছে শিল্প-সাধনা। মোৰ মতে নীলপৱন এক অনন্য পুৰুষ।

আমাৰ এক পৰিচিত সাংবাদিকাই 'ইণ্ডিয়া টুডে'ত 'অফট্ৰেক' পৃষ্ঠাৰ বাবে ৰিপোৰ্টিং কৰে। তেওঁ এবাৰ উত্তৰ-পূবৰ এনেকুৱা ৰিপোৰ্টিং উৎসৰ বিষয়ে মোক সুধিছিল। মই লগে লগে নীলপৱন-দীপালিৰ বিষয়ে কৈছিলো। এওঁলোক এক বিৰল 'অফট্ৰেক' বুলি কৈছিলো। সাংবাদিকাই বহু দিন ধৰি তেওঁলোকৰ ঘৰলৈ গৈ নীলপৱন আৰু দীপালি বৰঠাকুৰৰ লগত কথা পাতিলে। লিখিবৰ সময়ত তেওঁ মোক ক'লে— 'প্ৰথমে ভাবিছিলো এইটো এটা তেনেই সহজ ৰিপোৰ্টিং হ'ব বুলি। কিন্তু শিল্পী দুগৰাকীৰ লগত কথা পাতি গম পালো— তেওঁলোকৰ বিষয়ে লিখাতকৈ জটিল বিষয়বস্তু আন একো হ'ব নোৱাৰে। জীৱন সম্পৰ্কে বুজিবলৈ হ'লে তেওঁলোকৰ সান্নিধ্যলৈ অহাটো বৰ প্ৰয়োজনীয় কথা।' সাংবাদিকাগৰাকীয়ে পিছত মোক কৈছিল— তেওঁৰ জীৱনৰ আটাইতকৈ বেয়া লেখাটো হৈছে নীলপৱন আৰু দীপালিৰ বিষয়ে কৰা 'ষ্টৰি'টো। তেওঁৰ মতে এই দুজনা শিল্পীয়ে প্ৰতিদিনে জীৱনৰ বহুতো জটিল সমস্যাৰ মুখামুখি হয়। জীৱনৰ ৰূঢ়তম বাস্তৱৰ মুখামুখি হৈ এনেদৰে শিল্প সাধনা কৰা মানুহ পৃথিৱীত কম আছে।

এবাৰ বিবেকানন্দক এজন ভক্তই প্ৰশ্ন কৰিছিল, 'কওকচোন স্বামীজী, ভক্তৰ ইমান দুখ কিয়?' বিবেকান্দই উত্তৰ দিছিল— 'The scheme of the universe is devilish, I could have created a better world.'

স্বামী বিবেকানন্দৰ দৰে মোৰো ক'বৰ মন যায়— মোৰ হাতত সৃষ্টিৰ ক্ষমতা থকা হ'লে নীলপৱন আৰু দীপালিৰ সকলো দুখৰ অন্ত পেলাই দুয়োকে শিল্পীৰ পৃথিৱীত পুনৰ প্ৰতিষ্ঠা কৰিলোহেঁতেন নতুন গীত, নতুন সুৰ, নতুন চিত্ৰ সৃষ্টিৰ বাবে।

কিন্তু বেদনাতকৈ সুমধুৰ সুৰ আছে জানো কিবা? আছে জানো দুখতকৈ মহান শিল্প? ❐

# অনন্য এক শিল্পী-দম্পতী

ডাঃ বিজয়া দত্ত পৰাশৰ

১৯৬০ চনত কটন কলেজত পঢ়া সময়ত কলেজৰ সংগীত সন্থিয়াত সমবেত গান গাই থকা অৱস্থাত প্ৰথমবাৰৰ বাবে দীপালি বাইদেউক দেখা পাইছিলো। সেইদিনা বাইদেউক দেখি বৰ ভাল লাগিছিল। মই মন কৰিছিলো—ওপৰৰ স্বৰ গোৱাৰ সময়ত ক'ব নোৱাৰাকৈয়ে বাইদেউৰ হাত এখন ডিঙিলৈ উঠি গৈছিল। তাৰ পাছত দুই-এবাৰ দীঘলীপুখুৰীৰ পাৰত থকা আমাৰ ছাত্ৰীবাসলৈ বাইদেউ আহোঁতে লগ পাইছিলো।

বছৰ বাগৰি গৈছিল। ইতিমধ্যে বাইদেউৰ কেইবাটাও গান ৰেডিঅ'ত মানুহৰ ঘৰে ঘৰে বাজিছিল। তেতিয়া অৱশ্যে আজি-কালিৰ দৰে ইমান উন্নত ৰেকৰ্ড-প্লেয়াৰ নাছিল। প্ৰায় ছবছৰৰ পাছত গম পাইছিলো যে বাইদেউ অসুখত ভুগি আমাৰ কলেজ হাস্পতালত (অসম চিকিৎসা মহাবিদ্যালয়ত) আছে। মই গৈ দেখা কৰাৰ লগে লগেই বাইদেৱে মোক চিনি পালে। সেই সময়ত দৈনিক বাইদেউৰ খবৰ লোৱাটো মোৰ অভ্যাসতেই পৰিণত হৈছিল। এদিন কিবা কাৰণত যাব নোৱাৰাত বাইদেৱে কৈছিল—'বিজয়া, তুমি চাগৈ আজি সময় নাপালা, নহয়নে? তোমাৰ ভাগৰ পুডিংখিনি নষ্ট হ'ল।' বাইদেৱে মোলৈ সদায় হাস্পতালৰ পৰা দিয়া পুডিং থৈ দিছিল। তেতিয়াৰ দিনত ৰোগীক যোগান ধৰা খাদ্য বৰ উন্নতমানৰ আছিল।

বাইদেউৰ খবৰ ল'বলৈ যাবলৈ ওপৰৰ ক্লাছৰ বাইদেউ দুজনীমানে মোক মানা কৰিছিল। তেওঁলোকে কৈছিল—'দীপালি বৰঠাকুৰৰ কিবা বেমাৰ। তুমি গৈ থকাটো উচিত নহয়।' কিন্তু বাইদেউৰ লগত ইমান আন্তৰিকতা গঢ়ি উঠিছিল যে মই সেই সাৱধানবাণীলৈ অলপো ভ্ৰূক্ষেপ নকৰি নিজৰ বাইদেউ বুলি ভাবিয়েই আগৰ দৰে গৈ আছিলো। সেই সময়ত বাইদেৱে ব্যৱহাৰ কৰা কাপোৰযোৰৰ হাতৰ কাম দেখি মই তবধ মানিছিলো। কি অপূৰ্ব বাইদেউৰ হাতৰ কাম—যেন মেচিনতহে কৰা। বাইদেৱে যে সংগীত জগতৰ পৰা বিদায় ল'ব লাগিব, পিছত সেয়া জানিব পাৰি মই অত্যন্ত দুখ পাইছিলো।

কিছু বছৰ বিৰতিৰ পাছত ১৯৭২ চনত উচ্চ শিক্ষা লৈ মই গোলাঘাটৰ ঘৰত থকাৰ সময়ত বাইদেউ দেৰগাঁৱতে আছে বুলি জানি দেখা কৰি আহিছিলো। তেতিয়াও কিন্তু বাইদেউৰ কণ্ঠস্বৰ ঘূৰি অহা নাছিল। প্ৰয়োজন হ'লে কলিকতালৈ মই বাইদেউৰ লগ দিবলগীয়া হ'ব পাৰে বুলি বাইদেৱে মোক কৈছিল।

সম্পূৰ্ণ আঠ বছৰৰ পাছত ১৯৮০ চনৰ শেষৰ ফালে পুনৰ বাইদেউক দেখা কৰিবলৈ গুৱাহাটীত থকা বাইদেউৰ সম্বন্ধীয় ভায়েক এজনৰ ঘৰলৈ গৈছিলো। মই

তেতিয়া গান্ধীবস্তিত থকা মোৰ ককাইদেউ ডাঃ অতুল বৰাৰ লগত আছিলো। সেইদিনা অসম বন্ধ আছিল। দাদা আৰু মই খোজ কাঢ়ি কাঢ়ি ঘৰ বিচাৰিছিলো। বাইদেউ চকী এখনত বহি আছিল। মই দাদাৰ লগত পৰিচয় কৰাই দিছিলো। আমাৰ দুয়োজনীৰে দুখৰ বোজা ইমান গধুৰ আছিল যে সিদিনা আমি ইজনীয়ে সিজনীৰ মুখলৈ মাথোঁ নীৰৱে চাই ৰৈছিলো। মাজতে নীৰৱতা ভংগ কৰি বাইদেৱে মোক মোৰ তেওঁনো কেনে আছিল বুলি সুধিছিল। মই কোৱাত 'অ আমাৰ ছাৰৰ ল'ৰা আছিল' বুলি কৈ বাইদেউ পুনৰ মৌন হৈ ৰৈছিল। আমি বেছি সময় বাইদেউৰ ওচৰত থকা নাছিলো। দুৰ্দশাৰে জুৰুলা কৰা আমাৰ জীৱন দুটাৰ কথাকে ভাবি মনটো হতাশাই আৱৰি ধৰিছিল।

১৯৮১ চনৰ মে' মাহৰ এটি সন্ধিয়া। অসম আন্দোলনৰ ভৰপক সময়। ফুট্‌ গধূলিতে মানুহে দুৱাৰ মাৰি ঘৰ সোমায়। কেউফালে চি.আৰ.পি., আৰ্মীৰ দপ্‌দপনি। অসম সচিবালয়ৰ ৰাজধানী চৌহদৰ মোৰ আৱাসৰ দুৱাৰত টোকৰ শুনি মই দুৱাৰ খুলি ডাড়িৰে ভৰা এজন মানুহক দেখি থমকি ৰ'লো। মই একো ক'বলৈ নৌ পাওঁতেই তেখেতে গুৰু-গম্ভীৰ স্বৰে ক'লে—'ভয় নাখাব। মই নীলপৱন বৰুৱা। দীপালিয়ে আপোনাৰ খবৰ ল'বলৈ মোক কৈয়ে আছে। আজি সময় পাই আহিলো।' সেইদিনালৈকে ভিনিদেউৰ লগত মোৰ দেখাদেখি হোৱাই নাছিল। মই আনন্দত আত্মহাৰা হৈছিলো। মোৰ একো ভাষা নাছিল। খন্তেকৰ বাহি পিতৃহাৰা মোৰ পানীকেঁচুৱা কন্যা সন্তানটিক নিজে আঠুৱা ডাঙি চাই ভিনিদেউ গুচি গৈছিল। সেইদিনা ভিনিদেউক দেখি পুৰণা কথাই মোক জুমুৰি দি ধৰিছিল। যিজনী বাইদেউৰ ওচৰলৈ যাবলৈ মোক ডাক্তৰ, বাইদেউহঁতে মানা কৰিছিল, সেইজনী বাইদেউৰ লগত জীৱনটোকে সুখে-দুখে কটাই দিবলৈ এইজন মানুহেই দেখোন দৃঢ়-সংকল্প ল'লে। ভিনিদেউ কিমান মহান, কিমান উদাৰ। চিৰ নমস্য ভিনিদেউ আপুনি। ভিনিদেউৰ এই মহানতাৰ ওচৰত মই মূৰ দোঁৱাইছোঁ।

ব্যস্ত দায়িত্বপূৰ্ণ কৰ্মময় জীৱন—তদুপৰি কণমানি শিশুটোক ডাঙৰ কৰাৰ গুৰুভাৰ মোৰ ওপৰত। কি যে জটিল সংসাৰ। কিছুদিন বাইদেউৰ লগত দেখা নহ'লেও ভিনিদেউৰ লগত মোৰ বাটত দেখা হৈছিল। দিশপুৰৰ লাষ্টগেটত লগ পাওঁতে ভিনিদেউৱে মোক বাইদেউ অন্তঃসত্ত্বা বুলি জনোৱাত কি যে আনন্দ পাইছিলো। ভাবিছিলো, এটি শিশুৰ হাঁহি-কান্দোনে তেওঁলোকক ব্যস্ত ৰাখিব। কিন্তু পুনৰবাৰ লগ পাওঁতে ভিনিদেউৰ মুখত মই আশাভংগৰ এক কৰুণ ছবি দেখা পাইছিলো। অন্তৰখন শোকত ভাগি পৰিছিল। মনতে ভাবিছিলো—মোৰ সন্তানটিকে বাইদেউহঁতক দি দিওঁ নেকি। কিন্তু মইতো মোৰ স্বামীক মৃত্যুৰ আগে আগে কথা দিছিলো। কেনেকৈ মই মোৰ বুকুৰ সন্তানটিক এনেদৰে আঁতৰাই পঠাওঁ ? মোৰ যে ভীষণ পাপ হ'ব। আমি সঁচাই বৰ অসহায়, বৰ নিৰুপায়। মনত পৰিছিল আমাৰ ছাত্ৰীবাসৰে কোঠাবোৰ চাফা কৰিবলৈ অহা হিন্দীভাষী মানুহজনীলৈ। ডেৰ-দুবছৰৰ অন্তৰে অন্তৰে তাই আহি আমাক সন্তান জন্মৰ কথা কয় আৰু নৱ-জাতকৰ নাম দিবলৈ কয়। এবাৰ আমি কোনোবা এজনীয়ে ভেকাহি মাৰি কৈছিলো— 'যা যা, এইবাৰৰ পৰা ঘটি-বাতি এইবোৰ নামকে দিবি।' আৰু সঁচাই তাই নিজৰ সন্তানৰ নামো দিছিল তেনেকৈ।

অথচ নিয়তি ইমানেই নিষ্ঠুৰ যে বাইদেউৰ কোলালৈ আহিবলৈ ধৰা একমাত্ৰ সন্তানটিকো কাঢ়ি লৈ গ'ল। মোৰ নন্দিনী অলপ ডাঙৰ হোৱাতহে মই তাইক বাইদেউৰ ওচৰলৈ নিছিলো। ভিনিদেউৰ পিঠিত উঠি তাই সিদিনা বাইদেউহঁতৰ বিছনাখনৰ ওচৰত ইফাল সিফাল কৰি হাঁহি থকা দৃশ্য মোৰ চকুত এতিয়াও জলজল্ পট্‌পট্ হৈ আছে।

এবাৰ মই বাইদেউৰ ঘৰত থকা সময়তে চৰকাৰী চিঠি এখন আহিছিল। বাইদেৱে মোক চিঠিখন পঢ়িবলৈ দিছিল। সেয়া আছিল বাইদেউক দিয়া চৰকাৰী সাহায্যৰ পাঁচ হাজাৰ টকাৰ চেক্-সম্বলিত এখনি চিঠি। সেই টকাৰে বাইদেউৰ কাৰণে ঘৰৰ ভিতৰতে পানী-যোগানৰ ব্যৱস্থা কৰি দিবলৈ মই ভিনিদেউক কৈছিলো। তাৰ পাছৰবাৰ যাওঁতে বাইদেউৰ পানীৰ আহুকাল কমা দেখি মই বৰ ভাল পাইছিলো। বাইদেৱে তেতিয়া আলপৈচান ধৰা মানুহজনীৰ সহায়ত ইফাল-সিফাল কৰিব পৰা হৈ আছিল।

এদিন বাইদেউহঁতৰ কোনোবা আলহী থকা সময়তে মই গৈ ওলাইছিলো। 'এয়া দীপালিৰ ভনীয়েক ডাঃ বিজয়া' বুলি মোক ভিনিদেৱে পৰিচয় কৰাই দিছিল। আমিতো তেজৰ সম্বন্ধৰ বাই-ভনী নহওঁ। মৰমৰ সম্বন্ধই মানুহক কিমান আপোন কৰিব পাৰে, বুজোঁতাজনেহে বুজে। ভিনিদেউৰ কথাবাৰে মোক ধন্য কৰিছিল।

বাইদেউহঁতৰ ঘৰৰ ওচৰতে এ.জি. অফিচটো স্থাপিত হ'ল। এদিন অফিচটোলৈ যাওঁতে বাইদেউহঁতৰ ঘৰলৈও গ'লো। বাইদেৱে মোক দেখিয়েই ক'লে—'তুমি সদায় এনে কাপোৰ পিন্ধিবা। আজি তোমাক মই বৰ ভাল দেখিছোঁ।' সিদিনা মোৰ শাৰীখন অলপ ফুলাম আছিল। তেতিয়াৰ পৰাই বাইদেউৰ ওচৰলৈ গ'লে মই অলপ ফুলাম কাপোৰ পিন্ধি যাওঁ।

বাইদেৱে পদ্মশ্ৰী পোৱা খবৰটো বাতৰি কাকতত পাই দেৰিকৈ মই এদিন বাইদেউক অভিনন্দন জনাবলৈ গৈছিলো। অলপ পায়স আৰু কেইটামান পিঠা লৈ গৈছিলো বাইদেউহঁতৰ কাৰণে। ভাত-খোৱা চাউলৰ মিলত খুন্দা পিঠাগুৰি। ভাবিছিলো পিঠাকেইটা টান হ'ব আৰু সেয়ে গৈয়েই কৈছিলো, 'দাঁতভঙা পিঠা আনিছোঁ' বুলি। কিন্তু বাইদেৱে পিঠাকেইটা খাই খাই কৈছিল—'তুমি পিঠাকেইটা ইমান ধুনীয়াকৈ কৰিছা'। সেইদিনা সঁচাই বাইদেউহঁতৰ বাবে কৰাৰ কাৰণেই চাগৈ পিঠা-পায়সৰ সোৱাদেই বেলেগ হ'ল।

এদিন টেলিফোনেৰে বাইদেউৰ খবৰ লোৱাত ভিনিদেৱে মুনু ঢুকোৱা খবৰটো দিয়াত বৰ মৰ্মাহত হ'লো। মুনুজনীও শাৰীৰিকভাৱে সুস্থ নাছিল। দুজনী অসুস্থ মানুহক লৈ ভিনিদেউৰ সংসাৰখনৰ কথা মনলৈ আহিলে মই ভাবোঁ—ভিনিদেউ কিমান উদাৰ।

আজি-কালি বাইদেউ শাৰীৰিকভাৱে যথেষ্ট অক্ষম। ভিনিদেউৰ প্ৰেৰণাই বাইদেউক জীৱনৰ সম্বল যোগাইছে। মই কামনা কৰিছোঁ—বাইদেউ-ভিনিদেউৰ এই সুখে-দুখে ভৰা জীৱনলৈ টোপ-টোপকৈ সুখ-শান্তি, ধৈৰ্য-সাহসৰ টোপাল পৰি থাকক—যাক লৈয়েই তেওঁলোকে সংসাৰখনত নিজস্ব গৰিমাৰে বাট বুলি গৈ থাকিব। ❑

# চিত্ৰকলা জগতৰ বিস্ময়কৰ ব্যক্তি

# নীলপৱন বৰুৱা

**শৰৎ বৰকটকী**

অসমৰ আধুনিক চিত্ৰকলা জগতৰ এটা স্বতন্ত্ৰ ধাৰাৰ প্ৰবৰ্তক, শিল্পী নীলপৱন বৰুৱা আমাৰ বাবে বিস্ময়কৰ প্ৰতিভা। শিল্পী বৰুৱাৰ বহুমুখী প্ৰতিভা, মৌলিকতা আৰু সাৱলীল সৃজনী শক্তিয়ে অসমৰ চিত্ৰকলা জগতখনক সমৃদ্ধ কৰিছে আৰু সকলো দিশতেই প্ৰগাঢ় প্ৰভাৱ পেলাইছে। শিল্পী বৰুৱাৰ প্ৰতিটো শিল্পকৰ্মৰ ভিতৰত যেন সোমাই আছে জীৱনৰ দুখ-কষ্ট আৰু ঘাম। শিল্পী বৰুৱাৰ কবিত্বময়, সৱল আৰু আবেগসমৃদ্ধ ব্যক্তিত্বৰ সৈতে বিশ্ববিদ্যালয়ত পঢ়ি থাকোঁতে আমাৰ সান্নিধ্য লাভ কৰাৰ সৌভাগ্য ঘটিছিল। ৰাজ্যিক সংগ্ৰহালয়ৰ এচুকৰ কেণ্টিন এখনত শিল্পী বৰুৱাক লগ ধৰিছিলো; বিশ্ববিদ্যালয়ত চিত্ৰ প্ৰদৰ্শনী এখন আয়োজন কৰাৰ বিষয়ে জনাই শিল্পী বৰুৱাৰ কেইখনমান তৈলচিত্ৰ বিচাৰিছিলো। আমাৰ অনুৰোধ শিল্পী বৰুৱাই প্ৰত্যাখ্যান কৰা নাছিল। সেইদিনাই মহৎ অথচ আশ্চৰ্যজনকভাৱে বিনয়ী এক ব্যক্তিত্বৰ সৈতে আমাৰ পৰিচয় হৈছিল।

বিশ্ববিদ্যালয়ৰ প্ৰদৰ্শনীস্থলীৰ কোঠাত নীলপৱন বৰুৱাৰ অসাধাৰণ তৈলচিত্ৰসমূহ সূৰ্যালোকত যেন আলোকিত হৈছিল। শিল্পী বৰুৱাৰ শিহৰণ অনা ৰেখা আৰু গাঢ় ৰঙৰ সূক্ষ্ম অন্তৰ্ধ্বনিৰ মাজত আমি নিমজ্জিত হৈছিলো। বৰুৱাৰ আশ্চৰ্যজনক কুশলতাৰ কৰ্মই বহুতো নবীন শিল্পীক প্ৰেৰণা যোগাইছিল। শিল্পী বৰুৱাৰ উজ্জ্বল ৰং আৰু অবয়বধৰ্মী ছবি চাবলৈ প্ৰদৰ্শনীখনত বিশ্ববিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰী, তৰুণ-তৰুণীয়ে ভিৰ কৰিছিল। প্ৰদৰ্শনীস্থলীত থকা 'বেদনা' নামৰ তৈলচিত্ৰখন সংঘাতময় বৰ্ণবিন্যাসত সংস্থিত হৈছে প্ৰগাঢ় ব্যঞ্জনাৰে। আন এখন তৈলচিত্ৰ 'আতংক' ক্ষয়িষ্ণু যুগৰ এক প্ৰতিচ্ছবি, য'ত একাকাৰ হৈছিল মূৰ্ত আৰু বিমূৰ্ত। শিল্পী বৰুৱাৰ আন কেইখনো চিত্ৰ আমাৰ বাবে আছিল ধূসৰ ঐতিহ্যৰ ছাঁত সামাজিক বৈষম্যৰ কৰুণাকীৰ্ণ স্মৃতি; বিষাদসনা ৰঙে আমাৰ হৃদয় চুই গৈছিল। নব্য অসমৰ চিত্ৰশৈলীৰ সৈতে পৰিচয় হোৱাত শিল্পী বৰুৱাৰ অন্যান্য চিত্ৰসমূহে আমাক সহায় কৰিছিল।

ছবি কাক কয়, ছবিৰ ভাষা কি, সেই বিষয়ে শিল্পী বৰুৱাৰ চিত্ৰসমূহ চোৱাৰ আগতে একেবাৰেই বুজা নাছিলো। শিল্পী বৰুৱাৰ চিত্ৰকৰ্মসমূহে ছবিৰ আকৃতি, গভীৰতা, সুষম ভাৰসাম্য, টেকচ্যাৰ, পাৰ্চ্পেক্‌টিভ, কম্পজিচন, কালাৰ, টোন, ফৰ্ম, ৰেখা, স্পেছ আদিৰ বিষয়ে যেন সহজেই বুজাই দিলে। বুজাই দিলে ৰেখাৰ বিশেষত্ব, য'ত ৰং হৈ পৰে গৌণ। অৰ্থপূৰ্ণ বিকৃতিকৰণ (ডিচ্‌টৰ্চন), ৰহস্যময় আকৃতি আৰু ৰূপকাত্মক দৃশ্যই

চিত্ৰপ্ৰেমীসকলক সদায় মোহমুগ্ধ কৰি ৰাখিব। বিশ্ববিদ্যালয়ৰ ১৭ বছৰৰ আগৰ নীলপৱন বৰুৱাৰ প্ৰদৰ্শনীত প্ৰদৰ্শিত তৈলচিত্ৰৰ কেনভাচৰ চৰিত্ৰসমূহে এতিয়াও মনৰ মাজত দোলা দি আছে।

চিত্ৰকলাৰ কিতাপৰ পাত লুটিয়াই জেকচন পোলাক, হিলেম ডি কুনিঙৰ নব্যবাদী ছবিৰ ৰং চাই শিল্পী বৰুৱাৰ ছবি বুজিবলৈ চেষ্টা কৰিছিলো। ফ্ৰান্সৰ ঊনৈশ শতিকাৰ শিল্পী জাঁ ব্যাপ্তিস্ত কুৰুৰ জীৱন আৰু নীলপৱন বৰুৱাৰ জীৱনৰ  মিল বিচাৰিছিলো।

শিল্পী বৰুৱা গজদন্তৰ মিনাৰত বাস কৰা শিল্পী নহয়। সেইকথা বৰুৱাৰ শিল্পকৰ্মই প্ৰমাণ কৰে। শিল্পী বৰুৱাৰ দীৰ্ঘ জীৱন কামনা কৰিলো আৰু বিশ্ববিখ্যাত শিল্পী মাইকেলেঞ্জেলোৰ কবিতাৰ শাৰীৰে শিল্পী বৰুৱালৈ শ্ৰদ্ধা নিবেদন কৰিলো ঃ

‘ .......If mortal beauty sets my soul on fire
That flame when near to thine must need expire
And I with love of only thee shall glow
Thou gavest me on earth this soul divine..........’ ❐

# দীপালি বৰঠাকুৰ

# ‘দি নাইটিংগেল অব আছাম’

**ৰঞ্জিত ভট্টাচাৰ্য**

শ্ৰীমতী দীপালি বৰঠাকুৰ মোৰ মাৰ সম্পৰ্কীয় ভনী। সেয়েহে তেখেতক মই দীপালিমাহী বুলি সম্বোধন কৰোঁ। ১৯৭০ চনত চিকিৎসাৰ বাবে প্ৰথম কলকাতালৈ যাওঁতে প্ৰায় ৩ মাহ মই অনবৰত মাহীৰ লগতে লাগি আছিলো। সেয়েহে মাহীৰ বিষয়ে বহুতো সৰু-ডাঙৰ কথা জানিব পাৰিছিলো বা উপলব্ধি কৰিছিলো, যিবোৰ কথাৰ পৰা দীপালিমাহী যে কিমান মহান, তাৰ উমান পাইছিলো।

পদ্মপাণিৰ তাগিদাত তেনে বহুতো ঘটনাৰ কেইটামান কেতিয়াও পাহৰিব নোৱাৰা ঘটনা উল্লেখ কৰিব খুজিছোঁ।

<u>জীৱনৰ আনন্দ</u>

কলকাতালৈ যোৱাৰ পিছত মোৰ দেউতা (স্বৰ্গীয় জগন্নাথ ভট্টাচাৰ্য) আৰু স্বৰ্গীয় হেমাংগ বিশ্বাসে বহু আলোচনা আৰু নানাজনৰ লগত পৰামৰ্শ কৰি দীপালিমাহীক ডাঃ আৰ. এন. চেটাৰ্জীৰ (সেই সময়ৰ কলকাতাৰ তথা ভাৰতবৰ্ষৰে এজন বিখ্যাত নিউৰ'ছাৰজন) ওচৰলৈ লৈ গৈছিল। ইতিমধ্যে অসমত বিভিন্ন ডাঙৰ-ডাঙৰ চিকিৎসকে দীপালি বৰঠাকুৰৰ ব্যাধি দুৰাৰোগ্য বুলি দিয়া মতামতে দীপালিমাহীক স্বাভাৱিকতে বৰ বিমৰ্ষ কৰি তুলিছিল। ডাঃ আৰ. এন. চেটাৰ্জীয়ে বহু সময় চোৱা-চিতা কৰাৰ পিছত সিদ্ধান্ত দিলে যে দীপালি বৰঠাকুৰৰ ৰাজহাড়ত টিউমাৰ এটা আছে, যিটো অস্ত্ৰোপচাৰ কৰি গুচাই দিব লাগিব। অৰ্থাৎ দীপালি বৰঠাকুৰৰ বেমাৰ দুৰাৰোগ্য নহয়।

সেইদিনা ডাক্তৰৰ চেম্বাৰৰ পৰা কলকাতাৰ অসম ভৱনলৈ (অসম চৰকাৰে দীপালি বৰঠাকুৰৰ কাৰণে অসম ভৱনত এটা কোঠা দিছিল) টেক্সীত আহি থাকোঁতে মাহীয়ে মোক লাহেকৈ ক'লে যে তেওঁ সেইদিনাৰ ৰাতিৰ আহাৰ কলকাতাৰ কোনোবা এখন ভাল হোটেলত খাব। ‘কোন হোটেলত খাব’ বুলি সোধাত মাহীয়ে ক'লে—‘সেই যে কিছুমান হোটেলত খোৱাৰ লগে লগে নাচ-গান হৈ থাকে *(যদিও দীপালিমাহী নিজে কোনো দিন তালৈ গৈ পোৱা নাই),* তেনে এখন হোটেলত।’ অৱধাৰিত মৃত্যু বুলি বিশ্বাস কৰাৰ পিছত জীৱন ঘূৰাই পোৱাৰ যি প্ৰবল আনন্দ, তাক উপভোগ কৰিবৰ কাৰণেই যে হোটেলত নাচ-গানৰ মাজত আহাৰ খোৱাৰ ইচ্ছা সেইদিনা মাহীয়ে ব্যক্ত কৰিছিল, সেয়া মই বৰ গভীৰভাৱে উপলব্ধি কৰিছিলো। মুখেৰে প্ৰকাশ নকৰিলেও সেইদিনা

দীপালিমাহীৰ জীয়াই থকাৰ আনন্দৰ যি এক স্বতঃস্ফূৰ্ত বহিৰ্প্ৰকাশ হৈছিল, তাক কেৱল ৰবীন্দ্ৰনাথৰ কথাৰেহে ক'ব পাৰি — 'মরিতে চাহিনা আমি সুন্দর ভুবনে'......... । দীপালিমাহীক সেইদিনা গধূলি উষা আয়াৰে (এতিয়াৰ উষা উত্থুপ) গানগোৱা ত্ৰিন্‌কাছ (TRINCAS) নামৰ ৰেষ্টোৰাঁখনলৈ লৈ গৈছিলো।

## নাইটিংগেল অব আছাম

অস্ত্ৰোপচাৰৰ আগৰে পৰা দীপালিমাহী পি. জি. হস্পিটেলৰ এটা ডাঙৰ কোঠাত আছিল। মাহীৰ লগতে ময়ো আছিলো। সেয়েহে মাহীৰ খবৰ কৰিবলৈ অহা বিভিন্ন বিখ্যাত ব্যক্তিৰ মুখৰ পৰা দীপালিমাহীৰ মহত্বৰ বিষয়ে বহু কথাই জানিব পাৰিছিলো। সেই সময়ত পশ্চিম বংগৰ ৰাজ্যপালৰ উপদেষ্টা আছিল এসময়ৰ অসমৰ মুখ্য সচিব এ. এন. কিডৱাই। কিডৱাই চাহাব এদিন পি. জি. হস্পিটাললৈ আহোঁতে গম পালে যে তাত দীপালি বৰঠাকুৰ চিকিৎসাধীন হৈ আছে। তেওঁ লগে লগে দীপালিমাহীৰ কোঠালৈ আহি দীপালিমাহীৰ মুখত হাত বুলাই খবৰ-বাতৰি লৈ লগত অহা ডাঃ আৰ. এন. চেটাৰ্জীসহ হাস্পাতালৰ সকলোকে উদ্দেশ্যি কৈছিল— 'You all may not know how great and popular artist she is for the people of Assam. She is the Nightingale of Assam. She is like my own daughter. Please see that she gets the best medical care here.' যাবৰ সময়ত আকৌ এবাৰ দীপালিমাহীৰ আৰোগ্য কামনা কৰি ভঙা-ভঙা অসমীয়াত তেওঁ কৈ গ'ল—ভাল হোৱাৰ পিছত তেওঁ দীপালিমাহীৰ গান শুনিবলৈ আহিব।

অসমত থকা কালত হয়তো এ. এন. কিডৱাইৰ লগত দীপালিমাহীৰ কোনো ঘনিষ্ঠতাই নাছিল বা তেওঁ দীপালি বৰঠাকুৰৰ গান নিজে কিমান শুনিছে, তাকো মই নাজানো। তথাপিও তেওঁ দীপালি বৰঠাকুৰৰ প্ৰতি যি শ্ৰদ্ধা, তাক অকপটে কলকাতাৰ মূধাফুটা চিকিৎসকসকলৰ আগত স্বীকাৰ কৰা ঘটনাটোও মোৰ এক বিৰল অভিজ্ঞতা।

## সকলোৰে আপোন দীপালি বৰঠাকুৰ

কলকাতাত অসম ভৱন আৰু হাস্পাতালত থকা সময়ছোৱাত নিতৌ দীপালিমাহীৰ খবৰ লোৱা মানুহৰ সংখ্যাও মুঠেই তাকৰ নাছিল। বিশেষকৈ মনত পৰে কলকাতাত ষ্টেট বেংক অব ইণ্ডিয়াত কাম কৰা ক্ষেত্ৰীৰ শ্ৰীযুত জগদীশ গোস্বামীলৈ। অফিচৰ পিছত দীপালিমাহীৰ খবৰ ল'বলৈ অহাটো শ্ৰীযুত গোস্বামীৰ এটা নিত্য-নৈমিত্তিক ঘটনাৰ দৰে হৈ পৰিছিল। অথচ ইয়াৰ আগতে তেখেতে দীপালি বৰঠাকুৰক কোনোদিনে ব্যক্তিগতভাৱে লগ পোৱা নাছিল।

আৰু এটা কথা মোৰ সদায় মনত পৰে। দীপালি বৰঠাকুৰৰ অস্ত্ৰোপচাৰৰ সময়ত গায়ক জয়ন্ত হাজৰিকা প্ৰায়ে আহি দীপালিমাহীৰ কোঠাত বা বাহিৰৰ বাৰান্দাত এঘণ্টামান দুই-এটা খবৰ সুধি মনে মনে বহি থাকে। তেখেতৰ দৰে ব্যস্ত শিল্পী এজনে এইদৰে শিল্পীগৰাকীৰ প্ৰতি আন্তৰিক শ্ৰদ্ধা আৰু অগাধ ভালপোৱা নোহোৱা হ'লে মৌন হৈ বহি

নাথাকিলহেঁতেন। তেওঁ মৌনভাৱেই হয়তো দীপালিমাহীৰ আৰোগ্য কামনা কৰিছিল।

ড° ভূপেন হাজৰিকাই সময় পালেই দীপালিমাহীৰ খবৰ লৈছিল আৰু মোক প্ৰায়েই কৈছিল— প্ৰয়োজন হ'লেই যাতে ততালিকে তেখেতলৈ খবৰ দিওঁ। ভূপেনদাই এদিন খবৰ ল'বলৈ অহা দুই-চাৰিজনৰ আগত বাৰান্দাত বহি থাকোঁতে কৈছিল যে দীপালি একমেব দ্বিতীয়ম। দ্বিতীয় এজনী দীপালি বোধকৰো ভৱিষ্যতে অসমত নোলাব। ভূপেন হাজৰিকাৰ দৰে আন্তৰ্জাতিক প্ৰতিভাৱান শিল্পী এজনৰ এনে অকপট স্বীকাৰোক্তি প্ৰণিধানযোগ্য।

দীপালিমাহীৰ অস্ত্ৰোপচাৰৰ সময়ত তেজ প্ৰয়োজন হোৱাত ততালিকে তেতিয়া ছোভিয়েট দেশ পত্ৰিকাত কাম কৰা শ্ৰীযুত নলিনী গগৈ আৰু মই ৰক্তদান কৰিছিলো। পিছত আৰু বহুজনে উপযাচি ৰক্তদান কৰিবলৈ আগবাঢ়ি আহিছিল (যদিও ওপৰঞ্চি ৰক্তদানৰ প্ৰয়োজন নহ'ল)। এয়া দীপালিমাহীৰ প্ৰতি থকা মৰম আৰু চেনেহৰ অন্য এক নিদৰ্শন।

প্ৰায় তিনিমাহ দীপালিমাহীৰ লগত ঘনিষ্ঠভাৱে জড়িত হৈ থকা কালছোৱাত সৰু-সুৰা বহুতো কথা বা ঘটনাৰ পৰা মই ইয়াকেই অনুভৱ কৰিব পাৰিছিলো যে দীপালি বৰঠাকুৰ সকলোৰে প্ৰাণৰো প্ৰাণৰ শিল্পী আছিল।❑

# শৈশৱৰ মধুৰ স্মৃতি আৰু দীপালি বাইদেউ

চেতনা দাস

সৰুতে তেজপুৰ নাৰী শিল্প সমিতিৰ তৰু শইকীয়া জেঠায়ে আমাক লৈ গৈছিল শিৱসাগৰত পতা মইনা মেললৈ। এখন প্ৰকাণ্ড শিলৰ সাঁকো পাৰ হোৱাৰ পিছত নামনিতে এখন বিদ্যালয় আছিল। গ্ৰীষ্মকালীন বন্ধৰ বাবে সেই বিদ্যালয়তে আমাৰ থকা-খোৱাৰ ব্যৱস্থা কৰা হৈছিল। মই আৰু মোৰ বান্ধৱী দীপ্তি বৰা একেলগে আছিলো। শিৱসাগৰ নিৱাসী এটা পৰিয়ালৰ লগত আমাৰ গভীৰ সম্পৰ্ক গঢ়ি উঠিছিল। মাননীয় স্বৰ্গীয় জগন্নাথ বৰুৱাদেৱৰ পৰিয়াল। সেই মহান ব্যক্তিগৰাকীৰ মুখখন মনত পৰিলে মোৰ এতিয়াও আনন্দত চকুলো ওলায়। কানাই বেকাৰীৰ মইনাদাহঁতৰ ঘৰলৈ বা শিৱসাগৰ নাট্য মন্দিৰলৈ গ'লে এইখন ঘৰৰ বাতৰি লওঁ। বিদ্যালয়তে গীত-মাত পৰিৱেশন কৰিবলৈ যাওঁতে লগ পালো দিতীমণি ভট্টাচাৰ্যক। যজ্ঞ শইকীয়াৰ 'আজি বৰষুণে মোৰ মনৰ খবৰ ধুই নিলে/ডাৱৰে ডাৱৰে আকাশখনক আকৌ এবাৰ কন্দুৱালে,......' গীতটো গাইছিলো। স্কুলঘৰৰ কাষতে আছিল বিনীতা গোহাঁই। শিল্পীসকলক লগ পোৱাৰ প্ৰবল হেঁপাহ মোৰ আগৰ পৰাই আছিল। ৰংঘৰ, কাৰেংঘৰ, তলাতলঘৰ চাই জয়সাগৰৰ পাৰে পাৰে দৌৰি দৌৰি আহি জয়মতী উৎসৱতো ভাগ লৈছিলো। গীত গাইছিলো। শ্ৰদ্ধেয়া দেৱবালা চলিহানীয়ে দুখন গ্ৰামোফোন ৰেকৰ্ড মোক উপহাৰ দিছিল। আনন্দত মোৰ সেইদিনা হৃদয় ওপচি পৰিছিল আন এটা কথা জানিব পাৰিহে। যিগৰাকী শিল্পীক মই সৰুৰে পৰা মনে-প্ৰাণে ভাল পাওঁ, ভক্তি কৰোঁ, অথচ দৰ্শন হোৱাৰ সৌভাগ্য মোৰ ঘটা নাই, সেইগৰাকী মহান শিল্পী, আমাৰ আটাইৰে শ্ৰদ্ধাৰ শ্ৰীযুতা দীপালি বৰঠাকুৰৰ ঘৰ হেনো শিৱসাগৰতে। সেই কথা জানিব পাৰি মই মানস কৰিছিলো, শিৱদৌল, জয়দৌলত সেৱা কৰিবলৈ গৈ মই যদি এবাৰ দীপালি বৰঠাকুৰক নয়নভৰি চাব পাৰিলোহেঁতেন । কিয়নো আমাৰ দায়িত্বত থকা বাইদেউগৰাকীৰ কাৰ্যসূচীৰ বিপৰীতে আমি একো কাম কৰিব নোৱাৰিছিলো। প্ৰয়োজনতকৈ এটা বেছি কথা ক'লেও যেন অপৰাধ হ'ব। এনে শাসনৰ মাজতো এদিন ৰাতিপুৱা মই আৰু দীপ্তি প্ৰাতঃভ্ৰমণৰ বাবে সাজু। এতিয়াও মনত আছে—মায়ে চিলাই দিয়া নতুন ফ্ৰকটো পুৱতি নিশাতে পিন্ধিছিলো, জানোচা লেতেৰা ফ্ৰক পিন্ধিলে দীপালি বাইদেৱে বেয়া পায়। হে' ভগৱান, এবাৰ দেখা পাওঁ যেন। চকীদাৰ ককাইজনক লগত লৈ গৈছিলো। দূৰৈৰ পৰা দেখুৱাইছিল.........................। উস্, ভগৱানৰ কি অপূৰ্ব ইচ্ছা!

আগবাৰীৰ শুৱনি দীপালি আইদেউ

ফুল খুঁচৰি আছেহে.........

পিন্ধনত ৰঙা ব্লাউজ। চুলিকোচা দীঘল, ক'লা। বগা, ধুনীয়া এখন মুখ। আঁচু দিয়া চাদৰেৰে শৰীৰত আবুৰ লৈ থকা মোৰ চেনেহৰ অত দিনৰ প্ৰাণৰ শিল্পীগৰাকীক দেখিযেই হৃদয় থৌকি-বাথৌ লাগি গ'ল। দীপ্তি আৰু মই দৌৰ মাৰিলো বিদ্যালয়লৈ বুলি। ৮ বজাৰ পৰা শিবিৰৰ কাৰ্যসূচী আৰম্ভ হ'ব। চকীদাৰ ককাইকো এৰি থৈ গুচি আহিলো। ফোপাই-জোপাই স্কুলৰ বাৰান্দাখনত উঠি হাঁহি হাঁহি আনন্দত আত্মহাৰা হৈ পৰিলো। এনেবিলাক কথা এতিয়াও ভাবিলে মনটো পুলকিত হৈ উঠে।

তাৰ পিছত কিশোৰী অৱস্থাত দীপালি বাইদেউক লগ পালো মধ্য তেজপুৰ ৰঙালী বিহুত। গা মোৰ সাতখন-আঠখন। এইবাৰ একেবাৰে চুই চাব পৰাকৈ লগ পালো। মই কাষতে থিয় হৈ ক'লো, 'বাইদেউ, আপোনাৰ গানবোৰ শুনি মোৰ বৰ ভাল লাগে।' সৰল মিচিকিয়া হাঁহিৰে বাইদেৱে সম্ভাষণ জনালে। ভাতখাণ্ডেৰ সংগীত বিশাৰদ, আমাৰ স্কুলৰ শিক্ষাগুৰু মীৰা দাস বাইদেউ আৰু ড° শীলা বৰঠাকুৰ বাইদেউক দীপালি বাইদেউক লগ পোৱা কথাটো বৰ গৌৰৱেৰে ক'লো। আত্মীয়-স্বজন, বন্ধু-বান্ধৱ আটাইকে জনালো।

এদিন আচম্বিতে মায়ে মোক বিছনাতে বাতৰি কাকতখন পঢ়ি শুনালে, 'দীপালি বৰঠাকুৰ অসুস্থ।' খন্তেকৰ কাৰণে মই স্তব্ধ হৈ ৰ'লো। গোটেই দিনটো বেয়া লাগিয়ে থাকিল। গধূলি প্ৰাৰ্থনা কৰা আমাৰ ঘৰৰ নিয়ম। মই, মোৰ ভাই জান আৰু সৰু ভাইটি উৎপল, দেউতা-মা কঠত বহি প্ৰাৰ্থনা কৰিছোঁ। প্ৰাৰ্থনা গাই থাকোঁতে মোৰ মাতটো ক্ৰমান্বয়ে থোকা-থুকি হৈ চকুলোৰে দুগাল ভৰি পৰিছিল। দেউতা-মায়ে মোৰ মনৰ অৱস্থাটো বুজিব পাৰি সান্ত্বনা দি কৈছিল — 'ভগৱানে তোমাৰ প্ৰাৰ্থনা নিশ্চয় শুনিব।' এতিয়া বুজিছোঁ, মোৰ অন্তৰৰ আকুল প্ৰাৰ্থনা নহয়, সমগ্ৰ অসমবাসীৰ প্ৰাৰ্থনা ভগৱানে শুনিলে। আগতকৈ সুস্থ হৈ উঠিল বাইদেউ। পদ্মশ্ৰী বঁটা পোৱাৰ বাতৰিটো পাই উৎফুল্লিত হৈ তেখেতৰ গুৱাহাটীৰ ঘৰলৈ গ'লো। মোৰ মনটোৱে কৈ উঠিল — যোগ্যগৰাকীয়ে উচিত সন্মান পালে। বাইদেৱে গোৱা গীতৰ মাজত এনে প্ৰাণ-প্ৰাচুৰ্য, মধুৰতা, অসমৰ কেঁচা মাটিৰ গোন্ধ আছে যে এবাৰ শুনিলে বহুবাৰ শুনিবলৈ হেঁপাহ থাকি যায়। সেইবাবেই নেকি দীপালি বাইদেৱে গোৱা গীতবোৰ গাই নিজেই নিজৰ মাজত অনাবিল আনন্দ লাভ কৰোঁ। স্কুল-কলেজত পঢ়া দিনকেইটাত আৰু এতিয়াও অফিচৰ টেবুলত আমাৰ নাট বিভাগৰ শিল্পী কেইগৰাকীৰ লগত প্ৰায়েই গীতবোৰ দোহাৰোঁ।

'নাটঘৰ'ৰ পৰা নাট পৰিচালক শ্ৰদ্ধেয় দুলাল ৰয়দেৱৰ তত্ত্বাৱধানত নতুন দিল্লীলৈ ১৯৭৫ চনত 'ফাতেমা বিবিৰ ঘৰ' কৰিবলৈ গৈছিলো। তাতে আমাৰ গুণী-জ্ঞানী নীৰৱ শিল্পী শ্ৰীযুত নীলপৱন বৰুৱাদেৱক লগ পাইছিলো প্ৰথমবাৰৰ বাবে। পুহমহীয়া কয়লাৰ জুইৰ কাষত বহি দুলালদা, স্বৰ্গীয় অপূৰ্ব দাস, ডাঃ প্ৰদীপ শৰ্মা, শান্তিপুৰৰ অপূৰ্ব বৰা আদিকে ধৰি নাটঘৰৰ শিল্পীসকলে নীলদাৰ খুহুতীয়া কথাৰ আমোদ লৈ আছে। হাঁহিৰ খলকনিত এবাৰ আমিও, মানে অমলা কটকীবাইদেউ, হাতী বৰুৱানীবাইদেউ, বৰ্তমান দিল্লী নিবাসী চিত্ৰলেখা দত্ত, পূৰ্ণিমা পাঠক আৰু মই কাষৰ কোঠাৰ পৰা উঠি গৈ জুমি জুমি চালো। বেলেগ ধৰণৰ স্ফূৰ্তি হৈছে। নীলদাই কোৱা

কথাবোৰৰ ভাও-ভংগীমাবোৰ এতিয়াও মনত পৰিলে ভাল লাগে। আমাকো একেখন মেলতে ভাগ ল'বলৈ দুলালদাই সঁহাৰি জনোৱাত আমিও দলিছাখনতে লেপেটা কাঢ়ি বহি ভাগ ল'লো। চাহাবৰ নিচিনা চুলি। মুখৰ ৰং পকা সুমথিৰাৰ লেখীয়া। জুইৰ অঙঠাৰ পোহৰত মুখখন আৰু উজ্জ্বল হৈ উঠিছিল।

পিছত জানিব পাৰিছিলো—সেইদিনা কথাৰে আমাক আমোদ দিব পৰা ব্যক্তিজন আছিল ধ্বনিকবি বিনন্দ চন্দ্ৰ বৰুৱাদেৱ আৰু সুযোগ্যা ৰত্নগৰ্ভা মাতৃ লাৱণ্য দেৱীৰ পুত্ৰ নীলপৱন বৰুৱাদেৱ। তেখেতৰ প্ৰতি মোৰ শিৰ সদায় নত। এনে এজন শিল্পী প্ৰকৃতার্থত বিৰল। তেখেতৰ মহানুভৱতা মই অতি উচ্চ খাপৰ বুলি মনে-প্ৰাণে অনুভৱ কৰোঁ।

দীপালিবাইদেউ-নীলদাৰ ঘৰখনলৈ গৈ মই বৰ ভাল পাওঁ। সাধু-সংগ লাভ কৰা যেন লাগে। মানুহৰ লগত দুআষাৰ কথা পাতি দীপালি বাইদেৱে বৰ ভাল পায়। এতিয়াও মই আৰু পুতলী কায়স্থ বাইদেউৰ ওচৰলৈ মাজে-মাজে যাওঁ। বৰুৱা বংশৰ বোৱাৰীগৰাকীয়ে ব'হাগৰ বিহুত আমালৈ তগৰৰ সুবাসেৰে প্ৰীতিভৰা উপহাৰ যাচে।

এই শিল্পী-দম্পতী অসম তথা গোটেই বিশ্বৰ যুগজয়ী চানেকি হৈ থাকক—এয়ে প্ৰাৰ্থনা। ❐

# নীলপৱনদা আৰু দীপালিবাইদেউ দূৰৈৰ পৰা ওচৰলৈ

ড° প্ৰদীপজ্যোতি মহন্ত

আমি তেতিয়া শিৱসাগৰ নগৰৰ পৰা নাতিদূৰত কোঁৱৰপুৰ হাইস্কুলত সপ্তমমান শ্ৰেণীৰ ছাত্ৰ। সেই বিদ্যালয়ৰে সহকাৰী প্ৰধান শিক্ষক প্ৰয়াত বুদ্ধেশ্বৰ বুঢ়াগোহাঁইছাৰৰ ঘৰলৈ আমাৰ টেপৰতল গোহাঁইগাঁৱৰ প্ৰথমটো ৰেডিঅ' তেখেতে কিনি আনিছে। ৰেডিঅ' চাবলৈ, তাৰ ভিতৰৰ পৰা বাজি থকা গান, বিহু, ৰাইজৰ মেল আদি শুনিবলৈ ছাৰৰ ঘৰত লোকাৰণ্য পৰিৱেশ। কথাবোৰৰ বৰ ভূ-ভা নোপোৱাকৈ সেই লোকাৰণ্যৰ মাজত জুমি ৰেডিঅ'যোগে প্ৰথম মঘাই ওজাৰ ঢোলৰ ছেও শুনাৰ আনন্দকণ আজিও মনত আছে। তাৰো ডেৰ বছৰমানৰ পিছত আমাৰ সত্ৰৰ গাতে লগা প্ৰয়াত হৰিপ্ৰসাদ বুঢ়াগোহাঁইৰ (নাৰায়ণ দোকানী বুলি অধিক জনপ্ৰিয়) দোকানৰ কোঠালৈ গাওঁখনৰ দ্বিতীয়টো ৰেডিঅ' অনা হৈছিল। আগতকৈ কিছু চমজদাৰ শ্ৰোতা হৈ সেইটো ৰেডিঅ'ৰ পৰা গিৰিকান্ত মহন্তৰ বৰগীত আৰু ভূপেন হাজৰিকা, ৰুদ্ৰ বৰুৱা আৰু দীপালি বৰঠাকুৰৰ গীত প্ৰথমবাৰৰ বাবে শুনিছিলো। সংগীতৰ কাষে-পাঁজৰেও নাছিলো যদিও কিবা এক অবুজ আকৰ্ষণত পুৱা ঘৰৰ কাম বা পঢ়াৰ মাজতে দৌৰ মাৰি আহি ৮-৩০ মিনিটত নিয়মীয়াকৈ বজা গাতিমালিকা অনুষ্ঠানটো শুনো — বিশেষকৈ ভূপেন হাজৰিকা আৰু দীপালি বৰঠাকুৰৰ গান দিয়ে নেকি, এই আশাত। অনাতাঁৰ শিল্পীসকলৰ নামৰ সৈতে এনেদৰে পৰিচয় ঘটিছিল যদিও ভূপেন হাজৰিকা, বীৰেন্দ্ৰনাথ দত্ত আৰু দীপালি বৰঠাকুৰৰ গানে মনৰ মাজত এক অদ্ভুত আনন্দ আৰু আকৰ্ষণৰ সৃষ্টি কৰিছিল। বিয়া-বাৰুত বজোৱা মাইক, স্কুলৰ অনুষ্ঠানত হেগুেল ঘূৰাই বজোৱা ৰেকৰ্ডৰ গানৰ মাজত তেখেতসকলৰ গান বাজিলে থৰ লাগি শুনো। গান শুনাৰ বিবিধ কাহিনী আছে, সেইবোৰ নেদোহাৰোঁ। শিৱসাগৰ নগৰৰ পৰা ৪ মাইল দূৰত আমাৰ ঘৰ হ'লেও আৰু দীপালিবাইদেউ শিৱসাগৰৰে আছিল যদিও, নগৰৰ সৈতে তেনে কোনো বিশেষ আহ-যাহ বা সম্বন্ধ নথকাত গানৰ মাজেদিয়েই দীপালিবাইদেউৰ গান আৰু নামৰ দূৰৰ পৰিচয়বোধটোৰেই স্কুলৰ লগতে কলেজৰ দিনবোৰ পাৰ কৰিলো। গান শুনাৰ আনন্দ খেদি ফুৰা সেই স্কুলীয়া নিচা কিবা কাৰণত দেখোন পিছলৈ নাইকিয়া হ'ল। গতিকে দীপালিবাইদেউৰ সপ্ৰতিভ, সুৰৰ মায়াজাল ৰচনা কৰা মঞ্চ পৰিৱেশনা দেখাৰ সৌভাগ্য জীৱনত কোনো দিনেই নহ'ল। ৰেডিঅ'ৰ, ৰেকৰ্ডৰ মাজত পোৱা 'দীপালি বৰঠাকুৰ'গৰাকীক সেইবোৰ গানৰ আনন্দৰ কুহেলিকাময় ছবিখন মনৰ মাজত লৈ ফুৰাৰ অন্তত যিদিনা

বাইদেউৰ সৈতে পোন প্ৰথমবাৰ দেখা-দেখি হ'ল, বাইদেউৰ কেতেকীবুলীয়া কণ্ঠ ইতিমধ্যে নীৰৱ হৈছে। পূব শৰণীয়াত অধ্যাপক সুনীলপৱন বৰুৱাৰ সৈতে দুয়ো ভ্ৰাতৃ একেলগে থকা ঘৰত নৱবধু, অসুখীয়া শৰীৰেৰে বহি থকা এক সুৱাগী প্ৰতিমাসদৃশ ব্যক্তিত্বৰ ৰূপত বাইদেউৰ সৈতে প্ৰথম মুখামুখি। প্ৰথম সাক্ষাতৰ আনন্দৰ লগতে এক দুঃসহ যন্ত্ৰণাবোধে বজ্ৰপাতৰ দৰে বুকুত খুন্দা মাৰিছিল যদিও নিজকে সংযত কৰি নীলপৱনদা, বাইদেউ আৰু অধ্যাপক বৰুৱাৰ সৈতে সেই স্মৰণীয় আবেলিটোৰ মুহূৰ্ত্তবোৰ কটাই আহিলো। ইতিমধ্যে আকাশবাণী গুৱাহাটী কেন্দ্ৰত যোগদান কৰি তেওঁয়াৰ সহকৰ্মী শ্ৰীনবীন বৰুৱাৰ সৈতে তাৰ পিছত একাধিকবাৰ সেই ঘৰলৈকে গৈছোঁ—তেখেতসকলৰ সৈতে বিবিধ আলোচনাত বহিছোঁ। বাইদেৱে গান গাব নোৱাৰা হোৱাৰ পিছত আকাশবাণীত এটি সাক্ষাৎকাৰ ল'বৰ বাবে নীলপৱনদাৰ সৈতে ষ্টুডিঅ'ৰ মজিয়ালৈ আনিছোঁ—বহু কষ্টেৰে বাইদেউ আহিছে, লাহে লাহে মিনতি চৌধুৰী আৰু দীপা বৰদলৈয়ে সোধা প্ৰশ্নৰ উত্তৰ দিছে। গানৰ যোগেদি সূচনা হোৱা মানসিক পৰিচয়ৰ পিছত দুয়োতে দীপালি বাইদেউৰ সংগীতৰ সুধাময় তটিনীধাৰাত অৱগাহনৰ মাজেদি যোৱা দশকবোৰত গান নোগোৱা আন এগৰাকী সুধাময় ব্যক্তিত্বৰ দীপালি বাইদেউৰ নিবিড় সান্নিধ্য লাভ কৰিছোঁ। সৌৰভনগৰৰ আমাৰ দুয়োঘৰৰ ওচৰ সান্নিধ্যৰ মাজেদি স্ফটিকৰ ধাৰ যেন স্বচ্ছ, সৰল বাইদেউৰ ব্যক্তিত্বৰ মাজত সদাপ্ৰত্যক্ষ কৰিছোঁ গ্ৰামীণ জীৱনৰ হৃদ্যতা আৰু চাৰুতাৰ অমিয়াসনা ৰূপ। সংগীত জীৱনৰ যাত্ৰাপথৰ আৰম্ভণিপৰ্বৰ দীপালি বৰঠাকুৰক দেখা নাই, সংগীত জীৱনৰ খ্যাতি আৰু গৌৰৱৰ শিখৰমুখী অৱস্থাতো তেওঁক পোৱা নাই, পাইছোঁ সেই গৌৰৱবৃক্ষৰ ছাঁত জিৰোৱা, সফলতাৰ জেউতিৰ কিৰণে দীপ্ত কৰা, অগণন শ্ৰোতাক মন্ত্ৰমুগ্ধ কৰিও সৰলতাৰ পৰিধিৰ বাজলৈ নোলোৱা আজিৰ দীপালিবাইদেউক। সংঘাত আৰু বেদনাবোধক প্ৰাপ্তি আৰু অপ্ৰাপ্তিৰ দুখবোধক হাঁহি হাঁহি অকাতৰে নীলপৱনদা, দীপালিবাইদেউৰ দৰে ব্যক্তিয়েহে ল'ব পাৰে।

গুৱাহাটী বিশ্ববিদ্যালয়ত পঢ়ি থকা সময়তে আন বহুতে পোৱাৰ দৰে জজফিল্ডৰ সেই সৰু ঘৰটোৰ মাজত কলা সাধনাৰ পৰিমণ্ডল ৰচনাৰ নতুন জগত এখনত বিচৰণ কৰা নীলপৱনদাক দুবাৰমান পাইছিলো। ওপৰে ওপৰে যোৱা দূৰৰ সেই সামান্য পৰিচয়ৰ পাছত নীলপৱনদাকো পালো নিবিড়ভাৱে আকাশবাণীৰ মজিয়াত। চিত্ৰশিল্পী নীলপৱনদা, দীপালিবাইদেউৰ সহমৰ্মী, সহযাত্ৰী নীলপৱনদা—এই দুই পৰিচয় একত্ৰ হোৱা togetherness টোৱে নিবিড় কৰা আমাৰ দুটা পৰিয়ালৰ সম্বন্ধটোৰ মাজেদি আন এজন নীলপৱন বৰুৱাকো প্ৰতিনিয়ত ৰূপত দেখি আছোঁ। যন্ত্ৰগত, বাণিজ্যসৰ্বস্ব আমাৰ জীৱনযাত্ৰাত আমি সামাজিক মূল্যবোধৰ প্ৰতি নজনাকৈয়ে ক্ৰমাৎ পৰাম্মুখ হৈ আহিছোঁ। সংস্কৃতিসেৱী শিল্পীসকলো ইয়াৰ ব্যতিক্ৰম নহয়। বাণিজ্যসৰ্বস্বতাই চেৰেমা কৰা এই অৱস্থাৰ মাজতো, ব্যক্তিগত-পাৰিবাৰিক জীৱনৰ নানান ক্লেশৰ মাজতো, নীলপৱনদা-দীপালিবাইদেউ যুটিয়ে অমলিনৰূপত পৰম্পৰাই দিয়া সামাজিক মূল্যবোধৰ চাৰুতাকণ

ধৰি ৰাখিছে। চুবুৰীৰ, দহজনৰ, সমাজখনৰ বিপদ-বিঘিনিত নিজৰ জঞ্জাল কাতি কৰি নীলপৱনদা ঢপলিয়াই দুখ-সুখৰ সমভাগী হৈছেগৈ। আমি একেলগে থকা সৌৰভনগৰৰো সৰু-সুৰা বিভিন্ন কামত বা নিশা একেলগে পহৰা দিয়া কথাতো কেতিয়াবা সমানে, কেতিয়া আগভাগ লৈ ৰসৰ নিজৰা বোৱাইছে। নীলপৱনদাৰ সৈতে এঘণ্টা সময় একেলগে কটোৱাটোও বিমল আনন্দৰ উৎস — সেই আনন্দ চিত্ৰকলাৰ পৰা সংস্কৃতি বিষয়ক বিবিধ আলোচনাৰ পৰাও উৎসাৰিত হ'ব পাৰে, দৈনন্দিন, ব্যক্তিগত জীৱনৰ অতীত বৰ্তমানৰ কাহিনীৰ মাজৰ পৰাও হ'ব পাৰে।

সংগীত-চিত্ৰকলাৰ অন্তৰ্লীন আনন্দৰ সামান্য ৰসগ্ৰাহী হ'লেও সিবোৰৰ ব্যাকৰণ বিজ্ঞানৰ সৈতে আমাৰ সামান্য পৰিচয়বোধো নাই। গতিকে নীলপৱনদাৰ চিত্ৰশৈলীৰ বিষয়ে মন্তব্য দিয়াৰ অধিকাৰ নাথাকিলেও দূৰৈৰ পৰা ওচৰলৈ আহোঁতে নীলপৱন বৰুৱাৰ শিল্প সাধনাত সততে দেখিছোঁ পাৰম্পৰ্য চেতনা আৰু আধুনিক দৃষ্টিকোণৰ, সীমাবদ্ধ ক্ষেত্ৰ আৰু অসীমৰ আহ্বানৰ এক প্ৰতিনিয়ত dichotomy, তেওঁৰ ছবিজগতখনৰ সামগ্ৰিক পৰিক্ৰমাত যেন এটা আনটোৰ লগৰী হৈছে। পৰম্পৰাৰ প্ৰতি ওপজাদিনৰ আকৰ্ষণ তেওঁৰ কৰ্ষণৰ প্ৰতিবন্ধক বা পিছলৈটনা বান্ধোন নহৈ বিশালতাৰ ফালে আগবঢ়াই দিয়া প্ৰেৰণাদায়িনী এক শক্তিস্বৰূপ হৈছে। তেওঁৰ ব্যক্তিত্বত সদায় জিলিকি থকা self-effacing, বিনয়ী, সদালাপী ৰসাল ৰূপটোৰ নিভৃতকোণত তেনেদৰে সদায় দেখোঁ এক অতৃপ্তি আৰু বিষাদবোধ' আত্মিকস্তৰৰ সেই অতৃপ্তি আৰু বিষাদবোধো বোধকৰো পৰম্পৰা-চেতনাৰ পৰাই আহিছে।

দুখ আৰু সুখৰ, আনন্দ আৰু বেদনাৰ, তৃপ্তি আৰু অতৃপ্তিৰ মিশ্ৰিত জীৱন প্ৰবাহৰ মাজেদি নীলপৱনদা আৰু দীপালিবাইদেৱে সাধনাৰ যি গছি শলিতা জ্বলাই তেওঁলোকৰ চৌপাশৰ লগতে আমাৰ সামাজিক পৰিমণ্ডল জ্যোতিপ্ৰভ কৰি ৰাখিছে, সেই শলিতা গছি জ্বলি থাকক অনন্তকাললৈ 'নিষ্কম্প ইৱ প্ৰদীপঃ' হৈ। ❐

# এজন মহান শিল্পী

মহানগৰীৰ উপকণ্ঠত এজন চিত্ৰকৰ আছে
ৰং আৰু তুলিকাৰে ছবি আঁকে ৰং-বিৰঙৰ
বৰ্ষা ঋতু অথবা শীতৰ পুৱাবেলা
কেনভাছ অথবা চিগাৰেটৰ খালী বাকচত
আশ্ৰম যেন লগা চিত্ৰকৰৰ বাটচ'ৰাত
শুৱনি কৰিছে এজোপা বটল ব্ৰাছে
আৰু বগেনভিলা জোপাই
ৰূপতে ৰং চৰায় অভ্যাগতক
আমন্ত্ৰণ জনাইছে পদূলিত বৈ
থুঁতৰিত বগা ডাড়িৰে সৈতে
চিত্ৰকৰক লগ পাবা পুৱাবেলা
প্ৰাণখোলা হাঁহিটিৰে সৈতে
সৰলতাৰ প্ৰতীক তেওঁ
দুশ মাইল দূৰৈৰ বৰপুখুৰী পাৰত
বসন্ত কালত আজিও কপৌ ফুল ফুলে
একা-বেঁকা নদীৰ লগে লগে
সোমাই যোৱা গাঁৱৰ পথটোৰে
আজিও হাত বাউল দি
মাতে চিত্ৰকৰক

গধূলি নীল আকাশৰ তলতং বহি
ঘৰমুৱা হোৱা বগলী জাকক চাই
হাতত তুলিকা তুলি লোৱা
এজন মহান শিল্পী
যাৰ নামেই পৰিচয়
বিশাল আকাশৰ তলত থিয় হৈ
উভতি চাই ৰয়
তেওঁৰ হৃদয়ত আঁকি থোৱা
গাঁৱৰ বোকা-পানীৰে লুতুৰি-পুতুৰি
ধূসৰ সন্ধিয়াৰ একোখন ছবি
জীৱনৰ আলি দোমোজাত বৈ
আঁকিছে তেওঁ
ইতিহাসে সোঁৱৰাই দিয়া
একো একোখন জীৱন্ত ছবি।

—কানন খাউণ্ড

# মহান শিল্পী-প্ৰাণ

শৈলেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য

অসমৰ সংস্কৃতি জগতৰ দুটি উজ্বল নক্ষত্ৰ শ্ৰীযুত নীলপৱন বৰুৱা আৰু শ্ৰীযুতা দীপালি বৰঠাকুৰৰ নাম শৈশৱকালতেই শুনিছিলো। তেতিয়া আমাৰ ঘৰ আছিল গাঁৱত। হাইস্কুলৰ দুৱাৰদলি গচকিয়েই দেউতাইঁতৰ সৈতে গুৱাহাটীলৈ গুচি আহিছিলো। জীৱিকাৰ খাতিৰতেই দেউতাইঁতে গাওঁ এৰিবলগা হৈছিল। আমাৰ গাঁৱৰ ঘৰ আছিল যোৰহাটৰ পূবৰ ঢেকীয়াখোৱাগাঁৱত। শ্ৰীযুত নীলপৱন বৰুৱাৰ ঘৰ আছিল টীয়কত। ঘৰটোৰ নাম অচ্যুত ভৱন। ইমান ওচৰতে থাকিও তেতিয়া মই সৰু হৈ থকাৰ বাবেই তেখেতক লগ পোৱাৰ সৌভাগ্য হোৱা নাছিল। সেই সৌভাগ্য হৈছিল গুৱাহাটীত। তেখেত মাজে-সময়ে বৰ্তমানে প্ৰয়াত আমাৰ শ্ৰদ্ধাৰ খুড়া ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ ঘৰলৈ আহিছিল। বীৰেন খুড়াই তেখেতৰ কথা কৈ এদিন কৈছিল, "তই 'গড়গাঁও' নামৰ কবিতাটো পঢ়িছ নহয়? সেই কবিতা কোনে ৰচনা কৰিছিল?" উত্তৰ দিছিলো—'ধ্বনিকবি বিনন্দ চন্দ্ৰ বৰুৱাই।' খুড়াই তেতিয়া কৈছিল — 'অলপ আগতে যে আহিছিল মানুহজন— তেওঁ তেখেতৰেই ল'ৰা। ডাঙৰ শিল্পী। নাম নীলপৱন বৰুৱা।' শিল্পীৰ মহানতাক মই তেতিয়াই উপলব্ধি কৰিব পৰা নাছিলো। ক্ৰমাৎ ডাঙৰ হৈ আমাৰ ঘৰলৈ অহা এই শিল্পীজনাৰ দুই-এখন ছবি দেখি, তেখেতৰ ব্যক্তিত্বৰ সান্নিধ্যত, তেখেত যে মহান, সহজ-সৰল এজন মানৱদৰদী মানুহ— সেই উপলব্ধি গাঢ় হৈছিল। তেখেতক নিচেই ওচৰৰ পৰা লগ পাইছিলো মোৰ বিয়াৰ পাছত। প্ৰথমতে 'নীলদা' বুলি সম্বোধন কৰিছিলো যদিও পিছলৈ নীলমামা বুলিবলগীয়া হৈছিল। কাৰণ, তেখেত আছিল মোৰ পৰিবাৰৰ আপোন বৰমোমায়েক।

চুটি-চাপৰ অৱয়বৰ, থুঁতৰিত ডাঢ়িৰে, তেনেই সাধাৰণ পোছাক-পাতিৰে নীলমামাই তেখেতৰ ব্যক্তিত্বৰে আমাৰ মনত সহজ-সৰলতাৰ এখন শান্তিময় ছবি আঁকি দিছিল। সদায়েই নীলমামাৰ মুখমণ্ডলত দেখি আহিছোঁ শিশুসুলভ এটি হাঁহি। সেই হাঁহিয়ে যেন তেখেতৰ আন্তৰিক শিল্পীসত্তাৰ স্বৰূপটো আমাৰ সমুখত জল্‌জল্-পট্‌পট্‌কৈ দাঙি ধৰে। সেই হাঁহি আৰু তেখেতৰ আচৰণে যেন ক'ব খোজে— শিল্পীৰ মনত সৰু-বৰ নাই। পৃথিৱীখনেই আপোন ঘৰ। নীলমামাৰ পিতৃ আমাৰ ককা ধ্বনিকবি প্ৰয়াত বিনন্দ চন্দ্ৰ বৰুৱাক দেখিও এনে ভাব হৈছিল। তেখেতৰ আপোনভোলা স্বভাবটো যেন নীলমামালৈও আহিছিল। যোৰহাটত থকা নীলমামাৰ জ্যেষ্ঠ ভগ্নী, মোৰ শাহু শ্ৰীযুতা বাণী বৰপূজাৰীৰ মুখৰ পৰা শুনা কেইটামান কথাই নীলমামাৰ মুক্ত মন আৰু দয়াশীল, সৰল হৃদয়ৰ কথা উদঙাই দিয়ে। এবাৰ হেনো পুৱতি নিশাতে টীয়কৰ ঘৰত হুলস্থূল লাগিল। নীলপৱন নাই। কেনি গ'ল, ক'ত আছে বুলি বিচাৰ-খোঁচাৰ কৰাৰ অন্তত দেখা গ'ল—আঠ বছৰীয়া নীল

পথাৰৰ কাষৰ খাল এটাত চেঙা মাছৰ গাঁতত হাত ভৰাই চেঙা মাছ উলিয়াই অনাত ব্যস্ত। গাঁৱৰ মুক্ত প্ৰকৃতিৰ প্ৰতি তেখেতৰ আছিল দুৰ্বাৰ আকৰ্ষণ। এবাৰ দক্ষিণপাট সত্ৰলৈ মাজুলীয়েদি খোজকাঢ়ি গৈ হেনো তেখেতে বিমল আনন্দ পাইছিল। আন এবাৰৰ কথা। তেতিয়া নীলমামা হাইস্কুলীয়া ছাত্ৰ। যোৰহাটৰ বায়েকৰ ঘৰতে আছিলহি। টীয়কলৈ যাবলৈ বাছৰ ভাড়াৰ বাবদ বায়েকক অলপ পইচা খুজি ল'লে। সময়ত ওলাই গ'ল। পিছে বাটতে লগ পালে এটা দুৰ্দশাগ্ৰস্ত মগনীয়া। পইচাখিনি তাকেই দি নীলমামাই খোজকাঢ়ি গৈ টীয়কৰ ঘৰ পালেগৈ। শান্তিনিকেতনত অধ্যয়নৰত হৈ থকা সময়ত এদিন ৰেলেৰে ঘৰলৈ আহোঁতে আনৰ পৰা উপহাৰ স্বৰূপে পোৱা দামী কম্বল আৰু কাপোৰ-কানি জাৰত কঁপি থকা দৰিদ্ৰ এজনক দান দি নিজে টকম্বৰী হৈ আহিছিল। এনে ধৰণৰ আচৰণে শিল্পীজনাৰ কোমল হৃদয়ৰ সংবেদনশীলতাৰ দিশটোলৈ আঙুলিয়াই দিয়ে। গুৱাহাটীৰ জজ খেলপথাৰত থকা শিল্পচৰ্চাৰ কেন্দ্ৰটোৰ দাঁতিয়েদি প্ৰায়েই গৈছিলো। তাত দেখিছিলো— নীলমামাৰ পৰিচালনাত শিল্পচৰ্চাৰ এক অপূৰ্ব পৰিৱেশ। মনটো আনন্দেৰে ভৰি পৰিছিল। শ্ৰীযুতা দীপালি বৰঠাকুৰৰ কণ্ঠৰ সুন্দৰ গীত 'পিয়াহ লাগি বন্ধু তুমি'— গাঁৱত থাকোঁতেই আমি চিএঞৰি চিএঞৰি গাইছিলো। লগৰীয়াবোৰৰ কণ্ঠতো শুনিছিলো সেই গীত। তেতিয়াই বাটে-পথে লগ পাইছিলো এনে কিছুমান যুৱক—যি শ্ৰীযুতা দীপালি বৰঠাকুৰক 'অসমৰ লতা' (লতা মংগেশকাৰ) আখ্যা দিছিল। ইয়াৰ দ্বাৰাই অনুভৱ কৰিছিলো শ্ৰীযুতা দীপালি বৰঠাকুৰ সঁচাকৈয়ে যেন আছিল জনজীৱনৰ অনন্যা শিল্পী। অতি পৰিতাপৰ বিষয়, এটা সাংঘাতিক অসুখে তেখেতৰ সুধাকণ্ঠ ৰোধ কৰিলে। এই অৱস্থাতে তেওঁৰ শিল্পীসত্তাক আন্তৰিক সন্মান জনাই তেখেতৰ পাণি গ্ৰহণ কৰিবলৈ আগবাঢ়ি আহিল অন্য এজন মহান শিল্পী নীলপৱন বৰুৱা। এই সম্পৰ্কই 'দীপালি বাইদেউ'ক 'দীপালিমামী' বুলিবলৈ আমাকো বাধ্য কৰিলে। আমাৰ সম্পৰ্ক আগতকৈও গাঢ় হৈ উঠিল। দুয়ো বাস কৰা বেলতলাৰ সৌৰভনগৰৰ আশ্ৰম যেন ঘৰটোলৈ যেতিয়া সোমাই যাওঁ, তেতিয়াই অনুভৱ কৰোঁ এক অভিনৱ শান্তি। ঘৰটোৰ পৰিৱেশে যেন কৈ আছে—'দুটি শিল্পী প্ৰাণে একেলগে এটি জনজীৱনৰ কোৰাছ গাইছে। মন দি শুনাচোন!' সঁচাকৈ হৃদয়ত সেই কোৰাছৰ ধ্বনি অনুভৱ কৰি আমি ভাবিবলৈ বাধ্য হওঁ—আজিৰ এই হিংসাত্মক বাতাৱৰণৰ অন্ধকাৰৰ মাজেদি যেন দুটি শিল্পী প্ৰাণে এচেৰেঙা পূৰ্ণিমাৰ জোনাকক হৃদয়লৈ আহ্বান জনাইছে। দীপালিমামীৰ অসহায়তাৰ গভীৰ দুখকো নিজৰ হৃদয়ত লৈ নীলমামা আজিও নিজৰ সৃষ্টিত আপোন-পাহৰা। দীপালিমামীয়েও আপোন দুখ লুকুৱাই নীলমামাক যোগাইছে অফুৰন্ত অনুপ্ৰেৰণা। সেই অনুপ্ৰেৰণাৰ অনুভৱ নীলপৱনৰ দৰে শিল্পীৰ বাহিৰে পোনছাতেই আনে হয়তো অনুভৱ কৰিব নোৱাৰিব।

দীপালিমামী ভাল হৈ উঠক, নীলমামাইও দীৰ্ঘজীৱন লাভ কৰি আপোন সৃষ্টিৰে তেখেতৰ উদ্দেশ্য সাধন কৰক, তাকেই কামনা কৰিছোঁ। ☐

# চিনাকি নীলপৱন বৰুৱা

পুলকানন্দ কৌশিক

ঘাই ঘৰ টীয়কত। প্ৰসিদ্ধ কাকতী বৰুৱা বংশ। ধ্বনিকবি বিনন্দৰ পুত্ৰ। মূলতঃ চিত্ৰকৰ। স্বভাব-কবি। বুদ্ধি-চৈতন্যৰ সকলো প্ৰকাশতে সৃজনশীল সজীৱতা দৃশ্যমান। সুতীব্ৰ সংবেদনশীলতাৰে চহকী। চঞ্চলপ্ৰাণ, শিশুৰ দৰে ধেমালিমুখৰ। শব্দৰ প্ৰয়োগ চাকি চাওক :

ক'লা বগা গাটোৰে
সৰু, কণমানিটোৰ ছাঁটোৰে
ফাণ্টাৰিটো নচুৱাই
কিচিক-মিচিক মাতটিৰে
ৰাতিপুৱা মোৰ মন নচুৱালি
দহিকতৰা, বিলালিহি কিনো বতৰা
এধানমানি কণমানি
নহয় একো পেলনীয়া
ডাঙৰ দেখাৰ
অপাৰ বিস্তাৰ
সৰুটিৰহে সমাহাৰ
দহিকতৰা, বিলালিহি কিনো বতৰা
তোৰ গীতত দহিকতৰা
তাৰেই কিবা কথা ক'লি
(ৰাতি পুৱাই সৰুটো)
দহিকতৰা, সেয়েহে মোৰ চকুত পৰিলি
তোৰ নাচোন সৰু গা
তই ক'লি, 'হেৰ' ভেম্‌পুৰীয়া
তোক পাহৰি মোক চা, মোক চা'
দহিকতৰা, বিলালিহি কিনো বতৰা।

এই যি ধেমালি মুখৰতা, এই যি সজীৱতা, সৰলতা, নীলপৱন বৰুৱাৰ কি কবিতাত (সংখ্যাত তাকৰ), কি গদ্যত আৰু অজস্ৰ ছবিত শিশুসুলভ এনে বাংময় প্ৰকাশ আৰু লোকগীতি, লোকগাঁথা, লোকশিল্পৰ লগত সহবাস দীৰ্ঘদিনীয়া। সিয়েই কাৰণ, সমকালীন অনেকৰ তুলনাত তেওঁৰ শুভ-নিৰ্মিতিসমূহ একঘেয়েমি আৰু যান্ত্ৰিকতাৰ পৰা মুক্ত।

২

এই যি সময়, য'ত আমি নিজেই নিজৰ উত্তৰণৰ অন্তৰায়, আত্মকেন্দ্ৰিক আৰু ভোগ-সৰ্বস্ব কলুষ কালিমাৰ ধামখুমীয়াত ; নীলপৱনৰ নিষ্কলুষ অভিজ্ঞান, উপলব্ধিৰে উজ্বল একোটা স্তৱকৰ দৰে জল্‌জল্ পট্‌পট্ তেওঁৰ অযুত সৃষ্টি বিলীন হোৱাৰ পৰা ৰক্ষা কৰাৰ আপাহত ধাৱমান এই সজাগ সমদলত যোগ দি গাৰ জোৰে ক'ম, আন দহজন সাম্প্ৰতিক ভাৰতৰ আগশাৰীৰ শ্ৰেষ্ঠ শিল্পীৰ দৰেই নীলপৱনৰ ছবিতো এক আত্মস্থ ভাৰতীয়ত্ব সগৌৰৱে বিৰাজমান।

আৰ্ণেষ্ট বিনফিল্ড হ্যাভেলে ভাৰতীয় চিত্ৰশৈলীৰ যি কালিকা আৰু চালিকা শক্তি আবিষ্কাৰ কৰিলে, তাৰ আঁত ধৰিয়েই আচাৰ্য অৱনীন্দ্ৰনাথ ঠাকুৰ, নন্দলাল বসু, বিনোদ বিহাৰী মুখাৰ্জী আৰু ৰামকিংকৰ বেইজে যি বাট মুকলি কৰিছিল ভাৰতীয় চিত্ৰশিল্প চৰ্চাত, আমাৰ অসমত সেই সুঁতি নানান বিৱৰ্তনৰ মাজেৰে শশী শইকীয়া[১], মাধৱ বৈশ্য, ৰমেশ চন্দ্ৰ ঘোষ, এনেকি বেণু মিশ্ৰকো ধৰি নীলপৱন বৰুৱালৈকে ধাৰাৱাহিক। ওবিন ঠাকুৰৰ (অৱনীন্দ্ৰনাথৰ) হাত ধৰিয়েই ভাৰতীয় কাব্য-পুৰাণৰ অন্ধকাৰ ভেদি জাতীয় চৰিত্ৰ আৰু দেশীয় পৰম্পৰা জাগ্ৰত হৈ উঠাক 'নব্য বংগীয় ঘৰাণা' আখ্যা দিলেও, ঐতিহাসিকভাৱে এই কথা অকাট্য সত্য যে বৃটিছ শাসিত বংগ-বিহাৰ-উৰিষ্যাৰ অনেক অংশই প্ৰাচীন কামৰূপৰ অন্তৰ্গত আছিল আৰু পুৰণি কামৰূপৰ ধৰ্ম-দৰ্শন, শিল্প-সাহিত্যই তৎকালীন চুবুৰীয়া ৰাজ্যসমূহত যথেষ্ট প্ৰভাৱ বিস্তাৰ কৰিছিল।

ভাৰতীয় অলংকাৰ শাস্ত্ৰৰ ছত্ৰে ছত্ৰে শিল্পতত্ত্বৰ ব্যাখ্যা। অৱনীন্দ্ৰনাথ সেই সূত্ৰৰ প্ৰধান প্ৰবক্তা আৰু নন্দলাল তেওঁৰেই উত্তৰাধিকাৰী। সমান্তৰালভাৱে গগনেন্দ্ৰনাথ, যামিনী ৰয়ৰ কথাও আছে। বিনোদবিহাৰী আৰু ৰামকিংকৰ প্ৰাচ্য-পাশ্চাত্যৰ দুজন মুখ্য সফল সেতুবন্ধ ৰচোঁতা। সেই সূত্ৰেই শিল্পতত্ত্বত এওঁলোক আৰু ৰবীন্দ্ৰনাথ আধুনিকতাৰ ধ্বজাবাহক। ক'ব পাৰি, শান্তিনিকেতন-তনয়।

শিল্প ইতিহাসবেত্তা শোভন সোমে কথাৰ চলতে এবাৰ মন্তব্য কৰিছিল (ৰাম-কিংকৰৰ কথা কওঁতে), 'এই দেশে ছবি আঁকা বা গান গাওয়া শিখতে বাপে তাড়ানো, মায়ে খেদানো কিংবা অন্য সবই ক্ষেত্ৰে ব্যৰ্থ ছাত্ৰৰাই আসতেন।' ধ্বনিকবি বিনন্দ-পুত্ৰ নীলপৱনেও বাৰ বাৰ চেষ্টাৰ ফলতো শিক্ষাসদী শৃংখলা প্ৰথমে সহজে অতিক্ৰম কৰিব নোৱাৰাত, ঠাট্টা-মস্কৰাৰ অনেক ছাঁই-বোকা গাত সানিয়েই, কলাভৱনত সোমাইছিল। শ্ৰীনিকেতনত মৃৎ অংগ গঢ়ন-অংকনৰ সূক্ষ্ম তালিম লৈছিল। গায়—'আমাদের শান্তিনিকেতন।' শিল্পৰসত বাউল ৰামকিংকৰে অ-কৃত্ৰিম ভালপোৱাৰ আবিৰ সানি, সেই তেতিয়াই নীলপৱনৰ স্বজ্ঞা আৰু প্ৰতিভাৰ মৌলিকতাক আদৰণি জনাইছিল ; 'পাগলা ছেলে রে' যাৰ ডাক নাম।

জজফিল্ডখন খুঁচৰি খুঁচৰি এসোপা প্ৰাচীন মুদ্ৰা সংগ্ৰহকাৰী ৰূপত, অথবা ৰাজ্যিক সংগ্ৰহশালাৰ বিশাল প্ৰেক্ষাগৃহত ধ্যানস্থ যোগীৰ দৰে, নাইবা নৰকাসুৰ পাহাৰত ঘোট

মুটিয়াই তেওঁ গোটাই অনা আদিম কৃষিজীৱী পশু-পালকৰ প্ৰস্তৰখণ্ডৰ মাজত যিজন নীলকণ্ঠ নীলপৱন বৰুৱাক পাওঁ, এই সকলো চেৰায়ো, কোনোবাই তেওঁৰ গোটেই ছবি আঁকা কাৰবাৰটোৱেই কঠিন, জটিল ধৰণৰ এক ধেমালি বুলিবই পাৰে ; জীৱন-মৰণৰ লগত ধেমালি!

বৰুৱাৰ প্ৰত্নানুসন্ধান, অভিজ্ঞান, বোধ-মেধা-প্ৰজ্ঞাৰ ফচল কেৱল চিত্ৰায়ণ। সেই নিৰ্মিতিসমূহৰ ৰূপগত, আত্মাগত, কিংবা শৈলীগত আৰু পৰম্পৰাময় ইতিহাস ব্যাখ্যা নাইবা শিল্পীৰ জীৱনচৰ্যাৰ পাঁচালি গাবলৈ নাযাওঁ ; শিল্প-তাত্বিকে কৰক। অনধিকাৰ চৰ্চা কৰাৰ সকাম অথবা আগ্ৰহো লেখকৰ নাই।

৩

এদিন কি হ'ল, ডাৱৰীয়া বতৰ, ফটোৱাই ফটা এযোৰ জলসা জোতা পিন্ধি, তেওঁ মোক লৈ ওলাল ফুৰিবলৈ। তললৈ, নিজৰ ভৰিলৈ দেখুৱাই জোতাৰ বুৰঞ্জী গোৱাত লাগিল। স্পষ্ট মনত আছে, তেওঁ উচ্চাৰণ কৰা প্ৰথম শব্দটো আছিল—'অজানু পত্ৰচৰণ'; আঁঠুলৈকে জোৰা জোতা। যুধিষ্ঠিৰ, ভীষ্মদেৱ, যমদগ্নি, মাৰ্ত্তণ্ড আদি ঋষি-মনীষাৰ নাম উল্লেখ কৰি গাই গ'ল, কেনেকৈ সূৰ্যদেৱে যমদগ্নিৰ শৰণাগত হৈ, তেওঁক তাপ-নিবাৰক ছত্ৰ আৰু চৰ্মপাদুকা প্ৰদান কৰিছিল! ভাৰতীয় ঐতিহ্যৰ অন্যতম এই জোতা-বিষয়ক প্ৰাচীন তথ্য-কাহিনী, শাস্ত্ৰ-বাক্য আবৃত্তিৰে ব্যাখ্যা কৰিছিল চিত্ৰকৰ বৰুৱাই। ভাৰতবৰ্ষত জোতাৰ ব্যৱহাৰ কিমান পুৰণি, তাৰ সন্ধান লাভৰ উপায় নাই। 'আনহ' মানে ভৰি ; 'উপানহ' মানে জোতা, পাদুকা; সত্ৰীয়া মতে পাওতা।

৪

নীলপৱন বৰুৱাক কিয় প্ৰত্নতাত্বিকৰ শাৰীত থওঁ, কৈ লওঁ। অসম তথা ভাৰতৰ প্ৰত্নতত্ত্বৰ প্ৰকৃত ধাৰাৱহ পাঠ অধ্যয়নৰ মূল সুঁতিটোৰ উমান লোৱাত তেৱেঁইহে আমাক ছাত্ৰাৱস্থাত হৃদ্যতাৰে সহায় কৰিছিল আৰু প্ৰাসংগিক গ্ৰন্থ-পুথিৰে পুষ্ট কৰিছিল। আলেক-জেণ্ডাৰ কানিংহামৰে পৰা গৈ গৈ ৰামকুমাৰ বিদ্যাৰত্ন, তেওঁৰ শিষ্য অক্ষয় কুমাৰ মৈত্ৰেয়ই বাৰেন্দ্ৰ ভূমিত প্ৰত্নসম্পদ উদ্ধাৰ কৰা ; তানে পৰৱৰ্তী ৰাখালদাস বন্দোপাধ্যায়, ননীগোপাল মজুমদাৰৰ লগত অসমৰ ৰাজমোহন নাথে হৰপ্পা, মহেঞ্জোদাৰোৰ প্ৰত্নানুসন্ধানত অংশ লোৱাৰ কথাও মনত লগাকৈ আঁত ধৰি কৈছিল দদাইটি নীলপৱন বৰুৱাই। আমাৰ মহামহোপাধ্যায় ধীৰেশ্বৰ ভট্টাচাৰ্য, হেমচন্দ্ৰ গোস্বামী, সোণাৰাম চৌধুৰী, ৰায়বাহাদুৰ কনকলাল বৰুৱা প্ৰমুখ ব্যক্তিৰ লগতে অগ্ৰৱাল হৰিবিলাস, চন্দ্ৰকুমাৰ, আনন্দ চন্দ্ৰৰ প্ৰত্নতত্ত্ব চৰ্চা, জ্যোতিপ্ৰসাদ, বিষ্ণুপ্ৰসাদৰ প্ৰাচীন শিল্পতত্ত্বৰ জ্ঞান, ইতিহাসবীক্ষণ আদি বিষয়ত নীলপৱনৰ মুখ-নিসৃতি শুনিছোঁ। বিনন্দ চন্দ্ৰ বৰুৱাৰ বুৰঞ্জী-প্ৰীতি যে স্বদেশ- প্ৰীতিৰে নামান্তৰ, তাকো জানিছোঁ। নিজৰ সংগ্ৰহত থকা তথ্য-নথি, গ্ৰন্থ-পুথি মেলি তেওঁ দেখুৱায়, কৈ যায়, বুজায়, লেখায়। এনেকি কিছুমান মুদ্ৰা, লিপিৰ পাঠ আনিও দেখুৱায়। নিজে সংগ্ৰহ কৰা কিছুমান আচৰিত প্ৰাচীন বস্তু তেওঁ সন্তানৰ দৰে ৰাখিছে। আচাৰ্য যজ্ঞেশ্বৰ শৰ্মা

ককাৰ উক্তি এটি তথ্য-নথিৰে প্ৰমাণ দেখুৱাই এদিন আমাক বুজাইছিল, ‘অসমৰ প্ৰাচীন বুৰঞ্জীৰ সকলো গৱেষক পদ্মনাথ বিদ্যাবিনোদৰ[২] চোলাৰ জেপৰ পৰা ওলোৱা।’

চিত্ৰশিল্পৰ তাত্ত্বিক কথাৰ পম খেদি খেদি তেওঁ প্ৰাচীন শিল্পতত্ত্ব, প্ৰত্নতত্ত্ব, মূৰ্তিতত্ত্ব, নৃতত্ত্বতো আছেই, এনেকি অলংকাৰ শাস্ত্ৰ— সকলো খঁচিহে ওলাইছে। হাতে পোৱাতেই নিজৰ ঘৰত দেশী-বিদেশী এন্‌চাইক্লোপেডিক্ শিল্পতত্ত্বৰ (হাজাৰে হাজাৰে চিকা ৰূপ ভাঙি) গ্ৰন্থ-পুথিও মজুত ৰাখিছে। চৰ্চিত বিষয়ত সু-স্পষ্ট ধাৰণাৰে পুষ্ট এই শিল্পীজনাৰ ভাব-ভাষা-আলাপত কোনোদিনেই কিন্তু বৈষ্ণৱ বিনয় নগ’ল! বাক্‌শিল্পী নীলপৱনেৰে আড্ডামুখৰ আসৰত বহা সকলোটি শিল্পী-সুহৃদ, ৰসিক-সজ্জনে একমুখে স্বীকাৰ কৰিব— তেওঁৰ এই অতি বিনয়ী, হাস্যমধুৰ সাধু-আলাপন অজস্ৰ প্ৰসংগ-উল্লেখেৰে অতুলন। যাৰ যি ইচ্ছা, বুটলি লোৱা। কোনো বিশেষ প্ৰস্তুতি নোহোৱাকৈয়ে, আড্ডাৰ সূত্ৰ ধৰি কেতিয়াবা তেওঁ বহু গধুৰ তত্ত্বকথাৰ পানীহেন সৰল ব্যাখ্যাৰে আচৰিতভাৱে উপকাৰ কৰিব, টলকিবই নোৱাৰি!

তেওঁৰ ৰন্ধনশালাত, চিত্ৰশালাত, শোৱনীকোঠাত আলমাৰি খুলি বহি, আগচোতালত, ফুলনিবাৰীত নাইবা পিৰালি কাষত, নহ’লেবা ওপৰ মহলা সংগ্ৰহশালাত, য’তেই নাথাকিছোঁহক ইটো সিটো কৰি, অনৰ্গল মাথোঁ সূক্ষ্মাতিসূক্ষ্ম নিত্য-নতুন কথাৰ অনেক তথ্যৰে মন ভৰি উঠিছে সদায় ; এনেকৈয়ে চহকী কৰিছে আমাক। আমাৰ দৰে কিমান ওলাব এই মুলুকত হিচাপ নাই!

৫

নিচেই পুৱাতে নিদ্ৰাদেৱীয়ে এৰি গ’ল যাক
কানুৱে এৰাদি বিৰহিণী ৰাধাক
কাক অভিশাপ দিম মই
কোন মুৰুগাক মুচৰি মাৰিম

মাজনিশা সাৰ পাই
নিৰ্বাসিত দেৱকান্ত
নাহিল ঘূৰি
কলং পাৰলৈ’
কিজানিবা আহিলহেঁতেন
প্ৰেমৰ এটি জীয়া ঢল
ঠেও ধৰি ধৰি ৰ’হাগ মাহত......

ছবিলেখা নীলপৱন মই, নিৰুপায়!!

* * *

মনেৰে চুই যাওঁ
প্ৰাণেৰে চুই যাওঁ
হাতেৰে চুবলে' ভয় !

* * *

হায় হায়
কি কৰা যায়
মাছে বৰশী বায়
চোৰে ৰাম নাম গায়
নাই, একো দোষ নাই
মূৰে খোজ কাঢ়ি
ভৰিৰে চাপৰি বায়।

এনে সৰল-সংহত শব্দৰ প্ৰয়োগে অন্তৰ দোলা দি যায়। ৰূপৰ কৰি কিশোৰ ছাত্ৰক শুনালেও, কেতিয়াবা একোটিহঁত কবিতাৰ ব্যঞ্জনাই চমক লগায়।

জগত মাতৃৰ যোনিত মূৰ দোঁৱাবা
চৰাচৰ জগতসম্ভৱা এই যোনি
ধ্যানত জ্ঞানত কৰিবা মাতৃ বন্দনা
আৰাধনা কৰিবা দেৱী জাগৃতা জননীৰ

পীঠস্থানত ভক্তি জনাই
'ৰূপং দেহি, কামং দেহি, কামপ্ৰিয়ে' মন্ত্ৰ মাতিবা
জিতেন্দ্ৰিয় হ'বা কামজয়ী.................
শিলামূৰ্তি অনাদি পীঠত সেই কথাকে আছে লিখা

দৰ্শন-স্পৰ্শন কৰিবা চিন্ময়ী দেৱীক
ৰূপহীন প্ৰস্তৰ খণ্ডত
য'ত বৈ আছে পানীৰূপী জগত জননী
মনত, ধ্যানত তাৰ (যাৰ) দেখা

গম্ভীৰ ধ্যান অৱনত শিৰে
চিন্ময় জগতৰ পৰা মাটিৰ পৃথিৱীলৈ আহি
পাণ্ডাৰ ঘৰত চাহ খাবা
নিৰ্গমনৰ পথকো চাই যাবা
আছে তোমাৰ জন্ম-দাতৃৰ ছবি
শিলৰ প্ৰতিমা হৈ....... ............

তুমিও আছা সেই প্ৰতিমাৰ কোলাতে
শিলাভূতা আইক লগতে তোমাকো
এটি সেৱা জনাবা
চাই খাবা পাগুাৰ ঘৰত
(লগতে তাহো দিব পাৰে, জলপানো, খাবা)

তোমাক আৰু তোমাৰ আইৰ
শিলাভূতা প্ৰতিমাত জনোৱা প্ৰণাম
দুখ যাতনাত কাতৰ তোমাৰ মা
আৰু তোমাৰ কথা
নাপাহৰিবা

আশে-পাশে, কাষে-কোষে
আৰু পৃথিৱীৰ ঘৰে-ঘৰে
যিবিলাকে এতিয়াও লৰচৰ কৰি আছে
উশাহ লৈ আছে
ছোমালিয়াত ভোকত কান্দিছে
আৰু ক'ৰবাত
হয়তো নিউয়ৰ্কত
হাঁহিৰ জোৱাৰ বোৱাইছে............

নাপাহৰিবা পাছে
হাজাৰ হাজাৰ মাতৃ আৰু
তেওঁৰ কোলাৰ জীৱন্ত শিশুক

কালি য'ত হাঁহি, আজি কান্দোন
কোনো ভেদাভেদ স্থান নাই
মাতৃ আৰু শিশুৰ মৰতত

জগত মাতৃৰ যোনিত
মূৰ দোঁৱাবা
আৰাধনা কৰিবা দেৱী জাগৃতা জননীৰ
'কু-পুত্ৰ জায়তেবা' কচ্ছিদপি
কু-মাতা ন-জায়তে'!
জগত মাতৃৰ যোনিত মূৰ দোৱাঁবা।।

* * *

লৌকিকতা প্ৰদৰ্শন কৰি
মৃতকৰ প্ৰতি শোক জনাবলৈ
কাকো বিচাৰি নাপালো

কোনো নাই ৰামকিংকৰৰ
মনৰ ডেউকা মাৰি
শান্তিনিকেতন

কলাভৱনৰ কাষত থমকি ৰ'লোঁ
দৌৰি যোৱা চাওতাল গাভৰুকিজনীক
খন্তেক ৰ'বলৈ কৈ সুধিলো
কিংকৰদা ঢুকাল নেকি
নৰ'ল, ৰ'বৰ সময় নাই
চিঞৰি কৈ গ'ল
'কিংকৰদা, কিংকৰদা মৰা নাই
আমিয়ো ৰামকিংকৰ
তেওঁৰ ধাৱমান গতি'॥

ৰামকিংকৰৰ মৃত্যুৰ দিনা নীলপৱন বৰুৱা নগাঁৱত আছিল। চিনাকি কলং পাৰত লিখা নীলদদাইটিৰ নষ্টালজিক কবিতাও পাইছোঁ। উদং চুৰটৰ (হ্যালধীয়া চাৰমিনাৰ) বাহবোৰত লিখা আৰু ছবি আঁকা তেওঁৰ বহুত দিনীয়া অভ্যাস। তেনে অসংখ্য মহীৰুহৰ ড্ৰয়িং তেওঁৰ গুণগ্ৰাহীগণৰ হাতে হাতে সংৰক্ষিত হৈছে। খেয়ালী কবিয়ে শতিকাৰ প্ৰথম দিনা তেওঁৰ ঘৰৰ চোতালত প্ৰদৰ্শনীৰ অনাড়ম্বৰ আসৰত গোট খোৱা চিনাকি অচিনাকি ৰসগ্ৰাহী সুধী ভদ্ৰ-সাধাৰণক আমোলন হাঁহিটিৰে সঁহাৰি দিছিল—

আছোঁ, ভালে আছোঁ
সাৰে আছোঁ
এখনি উদ্যানত থাপিম বুলি
মোক, তোমাক
আৰু আমাৰ ভৱিতব্যক
আছোঁ, ভালে আছোঁ
সপোনৰ সেন্দূৰী আলি
য'ত গৈ মিলে
সিয়ে বসুন্ধৰা

শৈশৱৰ মাধুৰিমা
বসন্তৰ গৰিমা
আৰু
শীতৰ সেমেকা
নিহালি তলৰ উম

মোৰ অথাৱৰ দেহৰ নামেই বসুন্ধৰা
আছোঁ, ভালে আছোঁ, সাৰে আছোঁ
আৰু জাগৰ বসুন্ধৰা।।

(নীলপৱন বৰুৱাৰ কবিতা ঃ লেখকৰ ব্যক্তিগত সংগ্ৰহ)

৬

গুৱাহাটীত, নৱীন বৰদলৈ হলত নীলপৱন বৰুৱাই জীৱনৰ প্ৰথমখন প্ৰদৰ্শনীত ক'লা-বগা মাথোঁ উকা ড্ৰয়িং কেতবোৰহে দেখুৱাইছিল। যি পৰিমাণৰ সহযোগ, সম্ভাৱ, দৰ্শক-প্ৰিয়জনৰ আগ্ৰহ-উৎসাহ পাইছিল, সেই সাহ মূলধনে পিছত কলকাতাত, ভুবনেশ্বৰত, লক্ষ্ণৌত, দিল্লীত আৰু ভাৰতৰ অ'ত-ত'ত, এনেকি সাত সাগৰৰ সিপাৰেও দৰ্শক-গ্ৰাহকৰ সমাদৰ বুটলিবলৈকো তেওঁক সুৱাগুৰি তুলি আনিছিল। যোৱাটো শতাব্দীৰ সপ্তম দশকৰ আদিত অনুষ্ঠিত ছবিৰ প্ৰথমখন প্ৰদৰ্শনীয়ে 'জীৱনলৈ কিছুমান স্থায়ী ফল কঢ়িয়াই আনিলে' বুলি তেওঁৰ লেখাই-মুখে বাৰ বাৰ পাইছোঁ। 'দৈনিক অসম'ত প্ৰদৰ্শনীৰ সুদীৰ্ঘ আলোচনা হৈছিল। প্ৰচাৰ-বিমুখ শিল্পীয়ে প্ৰতিবাদ কৰি কৈছিল, 'এই প্ৰশংসা মই থ'ম ক'ত?' অনিল বৰুৱাই দিয়া উত্তৰটো ঃ 'প্ৰশংসা গাত সনা বস্তু নহয় ; নিজক আৰু নিজৰ কামক বঢ়াই নি তাৰ প্ৰত্যুত্তৰ দিব লাগে।' এই কথাষাৰে আজিও হেনো নীলপৱন বৰুৱাক দিক্ দৰ্শন কৰাই আহিছে। শিল্পী জীৱনৰ 'মাজৰ এচকল' লিখাতো এই এষাৰ বাক্যতে গুৰুত্ব বিশেষ। 'দিক্ দৰ্শন'। কথাটো জীৱনৰ ক্ষেত্ৰত বহুতেই স্বীকাৰ নকৰে। নীলপৱনৰ কৃতজ্ঞতা ব্যতিক্ৰম।

অসম বুৰঞ্জীৰ বিখ্যাত লতা-কটা ৰণৰ কথা তেওঁ প্ৰায়েই কয়। তেৰোঁ হেনো 'লতা-কটা লোক'। অসমৰ শিল্প আৰু শিল্পীৰ সৰু-বৰ সমস্যাৰাজিৰ সমাধানৰ বাবে অনেক সংগঠন সংবৰ্ধনত জীৱনৰ সুদীৰ্ঘ কাল অতিবাহিত হোৱালৈ চাই, মনে খোজামতে নিজৰ ৰুচিৰ সঠিক সন্মান আৰু আবদাৰ তেওঁ পাইছেনে? নিজেতো নকয়!

৭

গুৱাহাটীত ২৪.৭.৯৬ তাৰিখে অনুষ্ঠিত তেওঁৰ সৰু-সৰু ছবিৰ প্ৰদৰ্শনী এখনত দৰ্শকৰ ভিৰ আৰু তেওঁৰ প্ৰতি অতি আন্তৰিক আৱেগ-উছাহ ওচৰৰ পৰা দেখিছোঁ। অসমৰ ৰসগ্ৰাহী, গুণগ্ৰাহী শিল্পপ্ৰেমীৰ যিটো আৱৰ্ত, যিটো পৰিবেশ তেওঁ পাইছে, এক কথাত কল্পতৰুৰ্ণৱাঃ।

তেওঁৰ শেহতীয়া কেইখনমান ছবিয়ে আমাক চমকিত, পুলকিত কৰিছে। এখনত এটা বাওনা[৩] মুনিহ দীঘল দিছে। মূৰৰ তলত ঘুণপৰা মৃদং এটাৰে নিশ্চিত, সত্ৰৰ বায়ন এজন। মুখৰ সূক্ষ্ম কাৰুকাৰ্যত মৃত মানুহৰ ম্লান মৌনতাই ভাঙি ক'ব যেন ছবিৰ গুহ্য ৰহস্য। নামঘৰৰ গৰ্ভস্থ বিষয়ৰ কিছু দূৰৰ জমিত মণিকূট, সিংহাসন আদিও মনি। অসমীয়া কৃষ্টি-সংস্কৃতি, শৌৰ্য-বীৰ্য-সভ্যতাৰ স্তৰে স্তৰে, পুৰুষে পুৰুষে টুটি আহি আহি বাওন ৰূপ পোৱা অধুনাকাল ; তুলিৰ ছন্দত নীলপৱনৰ স্বভাৱজ প্ৰকৃতিৰ অনেক চিনাকি চিহ্ন।

কেবাখনো কেনভাছত শিৱ আৰু শৈৱ সংস্কৃতিৰ ভালেমান প্ৰবাদ-বিশ্বাসক সুন্দৰকৈ তুলি ধৰিছে। নৃত্যৰত সদাশিৱৰ জঁটা-জুটসম্ভ্ৰম, ভুজংগমাল, দিগম্বৰ, চন্দ্ৰশেখৰ ৰূপনিৰ্মিতিত যি প্ৰয়াস কুশলতা প্ৰকট — প্ৰচণ্ড বাড়বানল শোভাৰ এনে শাস্ত্ৰানুগ চিত্ৰায়ণৰ পশ্চাৎভূমিত প্ৰকল্পনৈক শিল্পীনি পশুপতি ৰুদ্ৰৰ মূৰ্তি লক্ষণ(৩) অনুপুংখ জনা নাথাকিলে এনে নিখুঁত ৰূপ-নিৰ্মিতি অসম্ভৱ। তেনে অনেক ৰহৰঙী কেনভাছ আৰু ক'লা-বগা ড্ৰয়িঙে তেওঁৰ ৰূপদক্ষতা পোহৰায়।

দামী কেনভাছৰ অভাৱত নিশ্চয় নহয় (কম খৰচত কেনভাছ তেওঁ আৰু গোপাল প্ৰধানে তৈয়াৰ কৰাও দেখিছোঁ); হাতৰ কাষতে পোৱা খবৰ কাগজতে ৰঙৰ প্ৰলেপ দেখা পাই, চাই দেখোঁ, এখন নহয়, শতাধিক। বাতৰি কাকতৰ ছপা লিপি-ছবিবোৰো কি আচৰিত দক্ষতাৰে সময়ে বিষয় অনুষংগ ৰূপে ব্যৱহাৰ কৰিছে, সময়ে এৰাই চলিছে! মাত্ৰাজ্ঞান, পৰিমিতিবোধৰ লগতে যে সিবোৰ নান্দনিক অতি সূক্ষ্ম কল্প-দৃষ্টি আৰু সজাগ সৃষ্টিশীল চেতনাৰ ৰসাল প্ৰকাশ, বুজা গ'ল। কোনোখন পুথিচিত্ৰৰ দৰে, পটচিত্ৰৰ দৰে লগা (আৰ্হিত) কোনো কোনোখন পৰম্পৰাময় শুভ-নিৰ্মিতিৰ মাজত কিছু ত্ৰুটিপূৰ্ণ দুৰ্বল অংকনো নথকা নহয় যেন, আছে। এৰে বহাতে শেষ কৰিবলৈ বিচৰা (পাৰিবাৰিক দায়ত বাধ্য) গুণে, দদাইটিৰ স্বভাৱ-প্ৰকৃতিৰ নিদৰ্শন তেনে দুই-এখন ছবিৰ বাদে তেওঁৰ 'চন দুহেজাৰ, ছবি দুহেজাৰ' ভীষণ সফল।

বিশেষভাৱে উল্লেখ কৰিব লগা এখন কেনভাছত অসমৰ লোক-শিল্পৰ নিকটাত্মীয় চিত্ৰকৰজন আৱিষ্কাৰ কৰোঁ পুনৰবাৰ। প্ৰকাণ্ড এখন মুখা। মুখা নহয় ছোঁ; টোমত সজা ছোঁ। বিশাল দেহাটো আবৰি, অসমৰ চিনাকি পৰিবেশৰ নান্দনিক নৈসৰ্গ— নামঘৰ, ভাওনা, মণিকূটস্থিত সিংহাসন, ওজা-পালি, চালি নাচ আদিকে ধৰি ভালেখিনি বিশেষ টুকুৰা ছবি। যেন চোলাটোত তাপলিহে মাৰিছে! টুকুৰা ছবিবোৰ কেৱল মাটিৰ মানুহ, কৃষ্টি-সংস্কৃতি আৰু ব্যস্ত দৈনন্দিতা। ছোঁটোতে অসমখন। এই মুখা শিল্পৰ, এই সমৃদ্ধ সংস্কৃতিৰ মৃত্যু হ'লেই, অসমখনো হেৰাই যাব যেন ভাব এটা ঠিক আহি পৰোঁ পৰোঁ কৰে। ওহোঁ, সঠিক লিখি বুজাবগৈ নোৱাৰি। দৃশ্যগ্ৰাহ্য।

নিৰ্দিষ্ট জাতীয় সংস্কৃতিক প্ৰতিনিধিত্ব কৰিলেও, আঞ্চলিক গুৰুত্ব প্ৰকট হ'লেও, উচ্চ গুণমান আৰু শিল্পবোধে ছবিখন তুলি ধৰিছে। মুখাৰ ব্যৱহাৰ বিশ্বৰ দেশে দেশে আছে ; গতিকেই ছবিখনে ভৌগোলিক সীমা চেৰাই, মন চুই যোৱা আবেদন আৰু সম্ভাৱনাৰে আমাকো চহকী কৰিছে।

৮

ছবি আঁকা নীলপৱনে কবিতা কেতিয়া লিখে? আৰু গদ্য ? কিয় লিখে? সুধিলে ক'ব, 'ছবি আৰু কথা। দুটা বেলেগ বস্তু। দুখন বেলেগ পৃথিৱী। দৃশ্যগত সকলোৰে সৈতে উঠা-বহা। ভাবৰ জগতত খোজ অচল। ভালে-বেয়াই চিত্ৰশিল্পীৰ সমাজ এখন পাইছোঁ; অন্যৰ সমানত সোমাই জঞ্জাল লগোৱাৰ মানসিকতা নাই। তথাপিও, বাধ্যত পৰি মাজে মাজে দুটা-এটা বাক্য লিখোঁ। লিখিবলগীয়া হয় গুণে। অৱশ্যে স্ব-প্ৰণোদিত, আত্মনিহিত

লেখাও আছে।'

কি আছে, সেইবোৰ লেখাত? অনেক কিছুৱেই আছে। নটসূৰ্য সৌৰৱণী সমিতিয়ে 'অন্য এক গতি' প্ৰকাশ কৰিছে। তাতে 'মাজৰ এচকল' লেখাত তেওঁ নিজ ৰূপত দেখা দিছে। নিজৰ কথা কৈছে। হুবহু মনৰ কথা, সচাঁ কথা, ৰূঢ় বাস্তৱ আৰু কষ্টকৰ জীৱন যাতনা ; দৃষ্টি আকৰ্ষণ কৰিলো, চাকি চাওকহঁক। অন্য এঠাইত, এটা উচ্চমানৰ গদ্য লেখাত সিজনে নিজৰ ছবিৰ কথা কৈছে চাওক, 'মোৰ ছবি বা ছবিৰ ভাব পাহাৰী জুৰিৰ স্তৰতে আবদ্ধ। শিল্পৰ মাজেৰে নিগৰি ওলোৱা পানীৰে ই অহৰহ জিৰ্জিৰকৈ বৈ আছে, বৈয়েই আছে। এই বৌৱতী ভাবৰ মাজে মাজে ঢল আহে। ক'ৰবাত বৰষুণ দিলে, পানী বাঢ়ে; পানীৰ সোঁত বাঢ়ে। আকৌ শুকাই যায়। আকৌ বাঢ়ে ......। ঠিক যেন পাহাৰী জুৰি!'

কিমান সহজকৈ বুজাইছে আমাক, পঢ়ক—'দৃশ্যমান প্ৰাকৃতিক জগতখনতকৈ আমি নিজে সৃষ্টি কৰা ছবিৰ জগতখন বেলেগ। প্ৰকৃতিৰ জগতখনত চাই বাট বুলিলেই হয় ; কিন্তু, ভাবৰ জগতত বাট বোলাৰ আগতে তেনে এখন জগত সৃষ্টি কৰি, তাতহে পথ-পৰিক্ৰমা আৰম্ভ হয়, য'ত বাস্তৱ হয়তো একো নাই। তাক স্ৰজন কৰি, তাত নিজে চলা-ফুৰা কৰা কম কথা নহয়। প্ৰথমে তাৰ স্থিতিৰ চিন্তা কৰা; তাৰ পিছতহে পৰিক্ৰমা আৰু সেই পৰিক্ৰমাৰ ভাগৰ-জোগৰ, যতি-গতি, আনন্দ-বিৰহেৰে নিজে সৃষ্টি কৰা জগতত বিৰাম লোৱা, বিশ্ৰাম কৰা, আনকো তাৰ ভাগ দিয়া হয়।'

৯

নীলপৱন বৰুৱাৰ শিল্পী জীৱনত বিনোদবিহাৰী মুখোপাধ্যায়ৰেই সৰ্বাধিক প্ৰভাৱ দেখিছোঁ। এতিয়াও জান-নেজান যেন সেই প্ৰভাৱৰ আঁত পোৱা যায়। শান্তিনিকেতনী ঘৰাণাৰ বেহ ভাঙি, ওবিন ঠাকুৰৰ মৰ্মৰে কেৱল বিনোদবিহাৰীয়ে বাৰ বাৰ কৈছিল, 'মুখ বদলাও, মিডিয়াম পালটালে কাজ হয়!' নীলপৱন বৰুৱাই মাটিৰ কাম ভাল কৰে। বেছ ভাল কৰে। মাজুলীৰ নগেন বড়ো, হেম গোসাঁঞিক লৈ অসমৰ মুখা নিৰ্মাণশৈলী উদ্ধাৰ আৰু আধুনিকীকৰণ ; কাঠ, চিমেণ্ট আদি মাধ্যমত ভাস্কৰ্য নিৰ্মিতি ; কাগজৰ মণ্ডৰে কৰা বোৰ্ডত ছবি আঁকা ; খবৰ কাগজতো আঁকা; আঁকা-বকাৰ পৰা তথ্য-চিত্ৰলৈকে নীলপৱনৰ বাৰ বাৰ এনে মাধ্যম পৰিৱৰ্তনৰ মূলত গুৰু বিনোদবিহাৰীৰ উপদেশৰেই সাৰ্থকতা দেখিছোঁ। বিনোদবিহাৰীৰ যুক্তিসংগত শিল্পায়ণ আৰু শিল্পবিষয়ক মননশীলতাত কোনো গোড়ামি নাছিল। গুৰুভাই সত্যজিৎ ৰায়ে যেনেকৈ সেই মুকলি মনটো পাইছে, নীলপৱন বৰুৱায়ো পাইছে ; কম-বেছি হ'ব পাৰে !!

১০

অসমৰ সভ্যতা, সংস্কৃতি, পটভূমি ব্যাখ্যাত আঁতি-গুৰি মেলি কৈ যাওঁতে বড়ো জনগোষ্ঠীৰ বিশ্বাস, নগা-মিজো-মিচিং-চিংফৌ-কাৰ্বি ভাইহঁতৰ ধৰ্ম-দৰ্শন সকলো সামৰে। অসমৰ সামগ্ৰিক সংস্কৃতি কোনো মাধ্যমত প্ৰতিফলন কৰিবলৈ হ'লে, আদিবাসী জন-সমষ্টিৰ আৱেগ-অনুযোগ আৰু পৰম্পৰামূয় বিশ্বাসক বুজিব, জানিব লাগিব। অন্তঃকৰণ

উপলব্ধিৰ বস্তু। সেইখিনিও জানো সহজ? তেওঁৰ সুদীৰ্ঘ শিল্পী জীৱনৰ অযুত সৃষ্টিৰ খতিয়ান খুঁচৰিলে, সংবেদনশীল সেই অভিজ্ঞতাৰ, তেনে অনেক ভাব-অনুষংগই উদাহৃত হ'ব, নিঃসন্দেহ । অনেক নৃ-গোষ্ঠীৰ সংগ্ৰহালয় অসমৰ ৰঙীণ পটভূমি যাৰ কৰ্মপ্ৰেৰণাৰ উৎস, সেইজন জ্যেষ্ঠ, অভিজ্ঞ, পটু চিত্ৰকৰৰ নিৰ্মিতিসমূহত (সংখ্যাত কম ভাস্কৰ্যকেইটিকো ধৰি), প্ৰতি বিন্দু মহী বা ৰঙৰ বোলনত, ৰস-ভাব-অভিব্যক্তি কিম্বা দেহতত্ত্বৰ সাৰ্থক জ্ঞান-বিজ্ঞান, প্ৰতিডাল ৰেখাৰেই লয়, গতি আৰু ছন্দে ছন্দে মূৰ্ত একেজন নীলপৱন বৰুৱা। নাভিমূল সত্তাৰ অটল তলিত যাৰ ধীৰ ধমনীৰ ছন্দ ; একাকাৰ, সৃষ্টিৰ মহাজাগতিক ছন্দ; ৰসৰ প্ৰকাশ বিচিত্ৰ।

## প্ৰসংগ টীকা

### (১) শশীধৰ শইকীয়া

১৯২৭ চনৰে পৰা ১৯৩৩ চনলৈকে কলকাতাত থাকি চিত্ৰ-শিল্পৰ শিক্ষা লোৱা শশীধৰ শইকীয়া হ্যাভেল আৰু অৱনীন্দ্ৰনাথ ঠাকুৰৰ শিষ্য, কলকাতা আৰ্ট স্কুলৰ ছাত্ৰ। অসমলৈ আহি নগাঁৱত 'সুকুমাৰ কলা কেন্দ্ৰ' প্ৰতিষ্ঠা কৰিছিল আৰু নগাঁৱতে অসম ৰাজ্যিক পশু-চিকিৎসা মহাবিদ্যালয় প্ৰতিষ্ঠা হোৱাত চিত্ৰকৰ হিচাপে যোগ দি, পাছত গুৱাহাটীৰ পৰা অৱসৰ লৈছিল। অসংখ্য প্ৰতিকৃতি আৰু নৈসৰ্গিক চিত্ৰ সিঁচৰতি হৈ আছে। বলিষ্ঠ ৰেখা আৰু সংহত ৰঙৰ প্ৰয়োগৰ প্ৰমাণ ভালেমান ছবিত পোৱা যায়।

### (২) বিদ্যাবিনোদ

মহামহোপাধ্যায় পদ্মনাথ ভট্টাচাৰ্য বিদ্যাবিনোদ (১৮৬৮-১৯৩৮) কটন কলেজৰ অধ্যাপক আছিল। ১৯১২ চনত কামাখ্যাত বহা বংগীয় সাহিত্য পৰিষদৰ অধিবেশনখনিৰ আহ্বায়ক। নিধনপুৰ লিপিৰ আবিষ্কাৰ আৰু বাৰখন প্ৰাচীন ফলিৰ পাঠ উদ্ধাৰ, 'কামৰূপ শাসনাৱলী' (১৯১৩) প্ৰকাশ আৰু ভালেমান প্ৰবন্ধৰে অসমৰ প্ৰত্নতাত্ত্বিক ক্ষেত্ৰত অনস্বীকাৰ্য মহৎ অৱদানী ব্যক্তিত্ব সম্প্ৰতি বিস্মৃতপ্ৰায়।

### (৩) বাওনা

দশাৱতাৰৰ বামন ৰূপৰ বিস্তৃত বৰ্ণনা শ্ৰীমদ্ভাগৱতত আছে।

### (৪) ৰুদ্ৰ-মূৰ্তি-লক্ষণ

শিৱৰ বিভিন্ন ৰূপ বৰ্ণনা ভাৰতীয় পৰম্পৰাগত মূৰ্তিতত্ত্বৰ পাঠ্য বিষয়। বিভিন্ন আয়ুধ, মুদ্ৰা, দৃষ্টি-অভিব্যক্তি, দেহবিন্যাস আদি লক্ষণ ধ্যানসমূহত আছে। ধ্বনি মাধুৰ্যৰ বাবেই (হয়তো) দাক্ষিণাত্যৰ মম্মলপুৰী খনিকৰসকলে 'ৰাৱণকৃত শিৱ-তাণ্ডৱ' স্তোত্ৰ সঘনে আওৰায়। অসমৰ বিশিষ্ট মুদ্ৰা আৰু মূৰ্তিতাত্ত্বিক মহেন্দ্ৰনাথ ডেকাফুকন আৰু বিষ্ণু প্ৰসাদ ৰাভাই আবৃত্তিৰে মুদ্ৰামংগল ৰচনা কৰা দেখি পণ্ডিত উদয় শংকৰে অসমৰ লাস্য আৰু মুদ্ৰামংগল শিকে। ৰাভা আৰু উদয় শংকৰৰ সম্বন্ধৰ গাঢ়তাৰ কথা জনা দুজন লোকক পাওঁ—পাঠশালাৰ গুৰুপদ চৌধুৰী, নগাঁৱৰ শিৱকান্ত বৰুৱা। □

# শিল্পী নীলপৱন বৰুৱাদেৱৰ সান্নিধ্যত

**পুতলী কায়স্থ**

১৯৮৩-৮৪ চনত গুৱাহাটী বিশ্ববিদ্যালয়ত পঢ়ি থকা দিনবোৰত অসমৰ বিশিষ্ট শিল্পী নীলপৱন বৰুৱাদেৱক বিভিন্ন সময়ত বিভিন্ন অনুষ্ঠানত লগ পাইছিলো। ১৯৮৪ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ ছাত্ৰ জিৰণি কোঠাত জন্ম লাভ কৰা 'সদৌ অসম নৱীন লেখক-লেখিকা আৰু শিল্পী সমিতি'ৰ জৰিয়তে ১৯৮৬ চনত ডিফু চৰকাৰী মহাবিদ্যালয়ত অনুষ্ঠিত শিল্প-ভাস্কৰ্য কৰ্মশালাত প্ৰদৰ্শনীৰ দ্বাৰ উন্মোচন কৰিবলৈ যোৱা এই বিশিষ্ট শিল্পীগৰাকীক ওচৰৰ পৰা পোৱাৰ প্ৰথম সৌভাগ্য ঘটিছিল। শিল্পীগৰাকীৰ সহজ-সৰল আচাৰ-ব্যৱহাৰ, জাতীয় চেতনাবোধ আৰু ভাবধাৰাৰ কাৰণে আমি সকলোৱে তেখেতৰ প্ৰতি শ্ৰদ্ধা আৰু ভক্তিত আপ্লুত হৈছিলো।

১৯৯২ চনত 'সদৌ অসম নৱীন লেখক-লেখিকা আৰু শিল্পী সমিতি'ৰ সভাপতিৰ [illegible]ৰ দায়িত্ব আমাৰ হাতত ন্যস্ত হোৱাৰ পিছত থিৰাং কৰিছিলো—অসমৰ পিছপৰা অঞ্চলসমূহত সাহিত্য-সংস্কৃতিৰ উন্নতি কল্পে কাৰ্যব্যৱস্থা গ্ৰহণ কৰা উচিত হ'ব। সেই মৰ্মে দৰং জিলাৰ 'নৱীন'ৰ সহযোগত বিভিন্ন জনবসতিপূৰ্ণ ঠাই কৌপাটি চাহ বাগিচা প্ৰাংগণত কলা-কেন্দ্ৰ এটি স্থাপনৰ দিহা কৰা হৈছিল। কলা-কেন্দ্ৰটি উন্মোচনৰ মুকলি সভালৈ এই শিল্পীগৰাকীৰ লগতে বহু কেইজন বিশিষ্ট ব্যক্তিক নিমন্ত্ৰণ জনোৱা হৈছিল। অসুখীয়া পত্নী দীপালি বৰঠাকুৰক এৰি নীলপৱন বৰুৱা নিৰ্দিষ্ট সময়ত সভাত উপস্থিত হৈছিলগৈ। নিজৰ ভাষণ শেষ কৰি শিল্পীগৰাকী ঘৰমুৱা হোৱাৰ আগমুহূৰ্তত কৌপাটি চাহ বাগিচাৰ বনুৱাসকলৰ বসতি অঞ্চলৰ সৰু গলিবিলাকৰ মাজে মাজে সোমাই আপোন-পাহৰা হৈ বনুৱাসকলৰ জীৱন-নিৰ্বাহ পদ্ধতি আৰু তাত লুকাই থকা শিল্পকলাৰ প্ৰতি দেখুওৱা আগ্ৰহে আমাক স্তম্ভিত কৰি তুলিছিল।

অসমৰ খ্যাতনামা এই শিল্পীগৰাকীৰ 'নৱীন'ৰ প্ৰতি এটা আহ্বান আছিল— অসমৰ সকলো জিলাৰে সদৰ ঠাইবিলাকত একোটাকৈ শিল্পকলাৰ কেন্দ্ৰ স্থাপন কৰি তাৰ পৰা কমেও এশজন তৰুণ শিল্পীৰ চিত্ৰসমূহ সংগ্ৰহ কৰি আনি গুৱাহাটীৰ জজ খেলপথাৰত এখন ডাঙৰ নৱীন শিল্পী সমাৰোহৰ আয়োজন কৰিব লাগে। প্ৰয়োজন সাপেক্ষে বৰুৱাদেৱে নিজেই প্ৰশিক্ষকৰ দায়িত্ব বহন কৰিব। কিন্তু আমাৰ কাৰ্যকালত 'নৱীন'ৰ সতীৰ্থসকলৰ বিধিপথালিত বৰুৱাদেৱৰ পৰামৰ্শ আৰু আহ্বান কাৰ্যকৰী হৈ নুঠিল। কেৱল সেয়ে নহয়, বৰুৱাদেৱে নিজাববীয়াকৈ এখন উদ্যানৰ পৰিকল্পনা কৰিছিল—অসমৰ বুৰঞ্জীমূলক তথ্য সমন্বিতে ভাস্কৰ্য-শিল্পসহ শংকৰদেৱৰ বৃন্দাবনী আৰ্হিত ১৮০ ফুট দীঘল আৰু ৯০ ফুট

ওখ এখন ডাঙৰ ছবিৰ সৈতে, 'বসুন্ধৰা' নামকৰণেৰে। তাৰ বাবে উপযুক্ত মাটি আৰু সঁহাৰিৰ অপেক্ষাত প্ৰখ্যাত চিত্ৰ শিল্পীগৰাকী আজি পৰ্যন্ত ৰ'ব লগা হ'ল।

আমি 'নৱীন'ৰ সভাপতি পদৰ পৰা অব্যাহতি লোৱাৰ পিছত অসমৰ বিভিন্ন প্ৰান্তৰ বিশজন সদস্য-সদস্যা একত্ৰিত হৈ ১৯৯৬ চনত এটি সামাজিক অনুষ্ঠানৰ জন্ম দিয়াৰ সিদ্ধান্ত লৈছিলো। অনুষ্ঠানটিৰ এজন অন্যতম উপদেষ্টা হিচাপে বৰুৱাদেৱক পাবৰ বাবে মতামত বিচাৰি বৰুৱাদেৱৰ ওচৰলৈ অহা-যোৱা কৰিছিলো। এদিন তেখেতে আমাক দুখেৰে জনাইছিল যে এনেকৈয়ে এটি অনুষ্ঠানৰ আমন্ত্ৰণ ৰক্ষা কৰি আহি দুদিনৰ আগতে ঘৰ পাই শিল্পীজন হতভম্ব হৈছিল— যেতিয়া তেওঁ দেখা পাইছিল অসুখীয়া পত্নী দীপালি বৰঠাকুৰ বিছনাৰ পৰা পকাত পৰি কান্দি আছে আৰু তেখেতসকলৰ তোলনীয়া ছোৱালী সদৃশ মুনু উপায় নাপাই দীপালি বৰঠাকুৰৰ কাষতে বহি চকুপানী টুকি আছে। ঘৰৰ সকলো লেপ-তুলি জাপি জাপি কৌশলগতভাৱে দীপালি বৰঠাকুৰক বিছনালৈ তুলিব লগা হোৱাৰ পিছত বৰুৱাদেৱে ৰাজহুৱা জীৱনৰ পৰা অব্যাহতি লোৱাৰ সিদ্ধান্তকে গ্ৰহণ কৰা বুলি আমাক জনাইছিল। আমি আচৰিত হৈ তেখেতৰ পৰা জানিবলৈ বিচাৰিছিলো— 'ইমানবোৰ ডাঙৰ ডাঙৰ, বিখ্যাত মানুহ আপোনালোকৰ ঘৰলৈ আহে, দূৰদৰ্শন, অনাতাঁৰ কেন্দ্ৰৰ প্ৰতিনিধিসকল আপোনালোকৰ সাক্ষাৎকাৰ বিচাৰি ঘৰ ওলায়হি। তেনেস্থলত কোনেও আপোনালোকৰ যে এটা টেলিফোনৰ প্ৰয়োজন— এই কথাটো অনুধাৱন কৰা নাইনে?' নঞৰ্থক উত্তৰ দি বৰুৱাদেৱ নীৰৱে বৈছিল। আমি লগে লগে সিদ্ধান্ত কৰিছিলো যে আমাৰ নৱ-গঠিত অনুষ্ঠান 'শতদল'ৰ প্ৰথম কাম হ'ব— শিল্পী দুগৰাকীক এটা টেলিফোনৰ সংযোগ উপহাৰ দিয়া। আমি আমাৰ সভাপতি ড° যতীন মিপুন আৰু উপ-সভানেত্ৰী অলকা দেশাই শৰ্মা সমন্বিতে অন্যান্য সদস্য-সদস্যাসকলৰ লগত আলোচনা কৰি প্ৰায় ছমাহমানৰ ভিতৰত শিল্পী দুগৰাকীৰ ঘৰত টেলিফোন সংযোগৰ ব্যৱস্থা কৰিলো। বৰুৱাদেৱৰ সৰু পৰিয়ালটোৰ লগত এইদৰেই আমাৰ একাত্মতা গঢ়ি উঠিল। যিকোনো ধৰণৰ সমস্যা আৰু আলোচনাৰ বাবে বৰুৱাদেৱ আৰু দীপালিবাইদেউৰ লগত কথা পাতি, আলোচনা কৰি গ্ৰহণযোগ্য সু-সিদ্ধান্তত উপনীত হোৱাৰ সুবিধা লাভ কৰিছিলো। দীপালি বাইদেউৰ প্ৰখৰ স্মৃতিশক্তি আৰু বুদ্ধিদীপ্ত বাৰ্তালাপত মুগ্ধ হৈ কেতিয়াবা মানসিক খাদ্যৰ সন্ধানত যিকোনো সময়তে গৈ উপস্থিত হৈ নতুন উদ্যমেৰে উভতি অহাটো আমাৰ বাবে এক প্ৰকাৰ অভ্যাসতে পৰিণত হ'ল। এই অভ্যাসৰ পটভূমিতে মিনতি চৌধুৰীবাইদেউৰ লগত চিনাকি হ'বলৈ পাই আনন্দিত হৈছিলো। কাৰণ, কলেজীয়া জীৱনতে 'তেজৰ তলৰ বাঁহী' নামৰ উপন্যাসখন পঢ়াৰ পিছত উপন্যাসখনিৰ লেখিকাক চাবলৈ মনত এটা গোপন হেঁপাহ জন্মিছিল।

সময় বৰ মায়াময়। ১৯৯৯ চনৰ ২৭ মাৰ্চ তাৰিখে দিনৰ একমান বজাত হঠাৎ টেলিফোন যোগে পালো নীলপৱনদা আৰু দীপালিবাইদেউৰ একমাত্ৰ সহচৰ মুনুৰ মৃত্যুৰ খবৰ। লগে লগে যশস্বী শিল্পী চেতনা দাসবাইদেউৰ স্বামী বিমল দাসক অনুৰোধ কৰি তেখেতৰ স্কুটাৰেৰে নীলদাৰ ঘৰ পাইছিলোগৈ। এটা কৰুণ পৰিৱেশ। অসহায় মানুহ দুজনৰ

একমাত্র সাৰথি মুনুক নিয়তিয়ে লৈ গ'ল চিৰদিনৰ বাবে। সেই সময়ত দীপালিবাইদেউ আৰু নীলদাৰ দুখৰ ভাগী হৈ পোন্ধৰটা দিন তেখেতসকলৰ লগত কটাবলৈ বাধ্য হৈছিলো— আত্মীয়তা আৰু মানৱীয়তাৰ তাগিদাত।

এক কথাত সেই পোন্ধৰটা দিন আমাৰ বাবে অবিস্মৰণীয়। দুখৰ মাজতো কেনেকৈ আত্মবিশ্লেষণৰ মাজেৰে শান্তি লাভ কৰিব পাৰি, তাৰ বাস্তৱ উদাহৰণ প্ৰত্যক্ষ কৰিছিলো দীপালিবাইদেউ আৰু নীলদাৰ কাষত থাকি। শিকিছিলো জীৱনৰ কিছুমান নিষ্ঠুৰ অথচ গূঢ় কথা। ঘৰখনৰ চাৰিও কোণত সিঁচৰতি হৈ থকা মুনুৰ স্মৃতি বুকুত বান্ধিও কেনেকৈ যে ৰুগীয়া দীপালিবাইদেউৰ প্ৰতি নীলদাই নিযাৰিকৈ নিজৰ কৰ্তব্য পালন কৰিছিল, তাক লেখনিৰ দ্বাৰা বুজোৱা টান। সেই সময়ত প্ৰতিটো ক্ষণতে নীলদা সচেতন আছিল— কোনো ক্ষেত্ৰতে যাতে দীপালিবাইদেৱে মুনুৰ অভাৱ অনুভৱ কৰি কষ্ট ভোগ কৰিব লগা নহয়।

নিজৰ শিল্পী জীৱনৰ অস্তিত্ব অক্ষুণ্ণ ৰাখিও নীলপৱন বৰুৱাদেৱে দীপালিবাইদেউৰ চুলি আঁচুৰি বেণী গুঠি দিয়া, গা ধুউৱা, কাপোৰ পিন্ধোৱা, ভাত খুউৱা আদি সকলো কাম পৰিপাটিকৈ সমাধা কৰে। এই ক্ষেত্ৰত বৰুৱাদেৱৰ সমতুল্য পুৰুষ হয়তো পৃথিৱীতে বিৰল হ'ব।

যোৱা ২৭ টা বছৰে দীপালিবাইদেউক বিভিন্ন চিকিৎসা আৰু শুশ্ৰূষা কৰি ভাগৰি পৰা নাই নীলপৱন বৰুৱাদেৱ। জীৱন যুঁজত তেখেত এজন অক্লান্ত, উৎসাহী সৈনিক। কেৱল ত্যাগকে জীৱনৰ মূলমন্ত্ৰ হিচাপে গ্ৰহণ কৰা খ্যাতনামা শিল্পী নীলপৱন বৰুৱাদেৱ মাথোন আমাৰ বাবেই নহয়, সকলোৰে বাবে এজন সন্মানীয় আৰু আদৰ্শ ব্যক্তি।❐

# মোৰ কিছু অনুভূতি

জ্যোতির্ময় কাশ্যপ

মোৰ আৰু মোৰ ভাইটিৰ বয়সৰ পাৰ্থক্য বৰ বেছি নহয়। মাৰ মুখৰ পৰা শুনা মতে মই থিয় দণ্ডা দিব পৰা হোৱাৰে পৰা মাই মোক হেনো এখন ফলি আৰু এডাল পেঞ্চিল হাতত দিছিল আৰু মই তাকে লৈ ঘণ্টাৰ পিছত ঘণ্টা পাৰ কৰি দিছিলো আঁক-বাক কৰি। সেই গতিকে এটা বাহিৰা প্ৰতিভাৰ বিকাশ হওক বুলিয়েই হয়তো মোক নীলপৱন বৰুৱা ছাৰৰ ওচৰলৈ লৈ গৈছিল। ছাৰে বোলে প্ৰথম দিনাই মোক মোৰ নামটোৰ পূৰ্ণ প্ৰকাশ হ'বৰ বাবে আশীৰ্বাদ দিছিল। মই সেই সময়ত অ,আ,ক,খ শিকাই নাছিলো।

মই সৰু হৈ থকাৰ বাবে মা বা পিতায়েই মোক ছাৰৰ ওচৰলৈ লৈ গৈছিল আৰু থৈ আহিছিল। সেই গতিকে মই বৰ অশান্তি কৰিছিলো আৰু ঘূৰি আহিবলৈ বিচাৰিছিলো। মোৰ এই অশান্তি নোহোৱা কৰিবলৈকে এদিন মোক মায়ে দীপালি বৰঠাকুৰ বাইদেউৰ ওচৰলৈ লৈ গৈ ক'লে— 'এই বাইদেৱেও মোৰ দৰে একে কাপোৰকেই পিন্ধে, একেদৰেই থাকে। গতিকে এওঁ মোৰ দৰেই। এতিয়াৰ পৰা অশান্তি নকৰিবা আৰু কেতিয়াবা মোৰ কথা মনত পৰিলে বাইদেউৰ ওচৰলৈ আহি বহি থাকিবা।' মিচিকিয়াই হাঁহি বাইদেৱেও মাৰ কথাত সন্মতি প্ৰদান কৰিলে। তেতিয়াৰে পৰা মই আৰু মা-পিতাক মনত পেলাই অশান্তি কৰা নাছিলো, বৰং মই ক্ৰমে ছাৰ-বাইদেউৰ ওচৰলৈ গৈ উভতিবলৈকে ইচ্ছা নকৰা হৈছিলো।

প্ৰায়বোৰ মানুহেই মোক সোধে— ছবিৰ স্কুলৰ কোন বৰ্ষত মই? কি কৰিছোঁ? আৰু কিমান বাকী আছে? কিবা লাভ হ'বনে? ইত্যাদি ইত্যাদি । কিন্তু এই প্ৰশ্নবোৰৰ উত্তৰ মই নিজেও দিব নোৱাৰোঁ। কাৰণ, কিমান শিকিলো, কিমান আগবাঢ়িলো, সেই কথা মই নাজানো। মই যদি কেৱল ছবি আঁকিবলৈকে গ'লোহেঁতেন, তেন্তে মোৰ ছবি অঁকাটো কেতিয়াবাই বন্ধ হ'লহেঁতেন। কিন্তু মই এক নিচাৰ দৰে ছাৰৰ ওচৰলৈ, বাইদেউৰ কাষলৈ যাওঁ। যিমানেই বয়স অলপ অলপকৈ বাঢ়িছিল, মোৰো ছাৰ-বাইদেউৰ ওচৰলৈ যোৱা নিচাও বাঢ়ি গৈছিল। কিমান দিন, কিমান সময়লৈ নিজকে পাহৰি মই তেওঁলোকৰ ওচৰত বহি থাকিছিলো, তাৰ হিচাপ নাই।

ছাৰে সদায়েই কয়— 'সৰু ল'ৰা-ছোৱালীকতো মাৰি-ধৰি শিকাব নোৱাৰি, সিহঁতে হয়তো তোমাৰ কথাটো শুনা যেন দেখুৱাব, কিন্তু সদায় নিজৰ ইচ্ছাৰটোহে কৰিব। গতিকে সিহঁতক জোৰ কৰি কিবা এটা কৰিবলৈ বাধ্য কৰাৰ কি দৰকাৰ? তুমি সদায় চাবা, সৰু ল'ৰা বা ছোৱালীক তুমি ছোৱালীৰ ছবি এখন আঁকিবলৈ ক'লে, সিহঁতে মানুহ এজনক কুঁজা কৰি তেওঁৰ হাতখন বিবাট দীঘলকৈ দি ফটকা ফুটোৱা যেন দেখুৱাব। কিন্তু কোনো দিন মানুহজনৰ হাতত দীঘল মাৰি এডাল দি নিদিয়ে।'

ছাৰৰ এটা ডাঙৰ গুণ হ'ল তেওঁ কাকো নিৰাশ নকৰে। সৰুবোৰকতো বাদেই, এতিয়াও আমাক প্ৰতিখন ছবি বৰ সুন্দৰ হোৱা বুলি উৎসাহিত কৰে। বহুতে হয়তো ভাবিব, ছবিৰ শিক্ষক হৈ যদি সকলো ধৰণৰ ছবিকেই প্ৰশংসা কৰে, তেন্তে কি শিকাব? কিন্তু ছাৰৰ মতে নিচাটোহে আচল কথা। কাৰণ, এবাৰ নিচা লগা চিত্ৰকৰৰ তুলিকাই হেনো অমৰ চিত্ৰৰ সৃষ্টি কৰে।

ছাৰে আমাক প্ৰায়ে শান্তিনিকেতনৰ দিনবোৰৰ কথা কয়। এবাৰ হেনো ছাৰে মাটিৰে মূৰ্তি এটা বৰ ডাঙৰকৈ সাজি আধা সজা কৰি থৈ ওলাই গৈছিল। এনে সময়তেই হেনো বিশ্ববিখ্যাত ভাস্কৰ ৰামকিংকৰ বেইজ কৰ্মশালালৈ আহি ছাৰৰ মূৰ্তিটো ঘূৰি ঘূৰি চাই হাঁহি সকলোৰে শুনাকৈ ক'লে — 'ছেলেটা পাগলা আছে।' এই কথা শুনি সকলোৰে ভাবিলে যে ছাৰৰ বস্তুটোৰ একো সৌন্দৰ্য নাই আৰু ছাৰ ঘূৰি অহাত তেওঁক পাগল বুলি জোকোৱাত লাগিল। ছাৰে কথাটো শুনি লগে লগেই সকলোকে চাহ খুৱালে। এই কথাত সকলো আচৰিত হ'ল। কিন্তু পিছত যেতিয়া গম পালে যে আচলতে বেইজ ডাঙৰীয়াই ছাৰৰ প্ৰশংসাহে কৰিছিল, সকলোৰে ছাৰৰ স্ফূৰ্তিৰ কাৰণটো গম পালে। এই কথাটোৰ পৰাই বেইজ ডাঙৰীয়াৰ লগত ছাৰৰ ওচৰ সম্বন্ধ স্থাপিত হ'ল। এবাৰ হেনো দুৰ্গা পূজা চাবলৈ আহি বেইজ ডাঙৰীয়াৰ লগত মুকলি আকাশৰ তলতেই ৰাতি কটাইছিল।

মই ছাৰক বাহিৰৰ পৰাহে দেখি আছিলো। কিন্তু তেওঁৰ অন্তৰখনৰ উমান পালো তেওঁ লিখা 'অন্য এক গতি' নামৰ কিতাপখনৰ পৰাহে। এই কিতাপখনৰ 'মাজৰ এচকল' নামৰ প্ৰবন্ধটোত ছাৰে তেওঁৰ জীৱনৰ বহুতো অভিজ্ঞতাৰ বিষয়ে লিখিছে। যিজনেই 'অন্য এক গতি'খন পঢ়িছে, তেৱেঁই বৰুৱা ছাৰৰ জীৱনৰ লগত একাত্ম হ'ব পাৰিছে।

মই এবাৰ ছাৰক কৈছিলো— তেওঁৰ বিষয়ে কিবা এটা লিখিম বুলি। ছাৰে ক'লে — 'মোক কিতাপ লিখি জীয়াই ৰাখিব নালাগে, তোমাৰ মাজেৰেই জীয়াই ৰাখাচোন।'

ছাৰে সদায়েই কিছু ব্যতিক্ৰমী চিন্তা কৰে। তেতিয়া ছাৰ তেওঁৰ '২০০০ চনত ২০০০ ছবি' নামৰ প্ৰদৰ্শনীৰ কামত ব্যস্ত আছিল। ছাৰে আগৰ বছৰৰ পৰাই এই কাম আৰম্ভ কৰিছিল। কিন্তু কেনভাছ আৰু প্লাই বৰ্ডৰ খৰচ বেছি হোৱাৰ বাবে আমাক মে' মাহৰ ১৮ তাৰিখে দুহেজাৰখন পেপাৰ কাটি দিবলৈ ক'লে। আমি ২০ তাৰিখৰ ভিতৰত সকলো কৰি দিলো আৰু তেতিয়াৰে পৰাই ছাৰ নিজৰ কামত ব্যস্ত আছে। ইয়াৰ লগতে তেওঁ অসমত এখন শান্তিনিকেতন পতাৰ কথাও ভাবি আছে। যশস্বী গায়িকা সংগীতা বৰঠাকুৰৰ ল'ৰা পিণ্টু হেনো ককাকৰ অৰ্থাৎ ছাৰৰ ছবিৰ বৰ ভক্ত। এবাৰ ছাৰ কামত ব্যস্ত থাকোঁতে তেওঁ হেনো ছাৰৰ কাষ চাই আছিল আৰু ছাৰক হঠাতে সুধিলে, 'ককা, তুমি যে ইমানবোৰ ভূত আঁকিছা, সিহঁতক তুমিনো ক'ত লগ পালা?' এই প্ৰশ্নটোকে ছাৰে হেনো তেওঁৰ ছবিৰ শ্ৰেষ্ঠ প্ৰশংসা বুলি ভাবে। এবাৰ কবি নৱকান্ত বৰুৱাদেৱৰ মাতৃয়েও হেনো ছাৰক সুধিছিল—ছাৰৰ ছবিত থকাবোৰ মানুহ নে মেকুৰী বুলি। ছাৰে দুয়োটাই বোলাত তেওঁ হেনো কৈছিল—'তাৰ মানে ই তোমাৰহে সৃষ্টি, বিধাতাৰ নহয়?' এই উক্তি শুনিয়েই নৱকান্ত বৰুৱাদেৱেও এটা কবিতা লিখিছিল।

ছাৰক ভালদৰে জানিবলৈ তেওঁৰ ওচৰলৈ যাওক। তেওঁ নিজকে এখন খোলা কিতাপৰ দৰে আপোনাৰ আগত মেলি দিব। কিমান লেখিম ছাৰৰ বিষয়ে? ছাৰ-বাইদেউৰ বিচিত্ৰ জীৱনৰ কথা লিখি শেষ কৰিব নোৱাৰি। গতিকে মই ছাৰক তেওঁৰ ৬৫তম জন্ম দিৱসৰ দিনা দিয়া কবিতাটোৰেই সামৰোঁ।

ভাৱলেশহীন মুখমণ্ডলত
বুদ্ধিদীপ্ত নয়নজুৰিৰ
শুভ্ৰ ডাঢ়ি-চুলিৰ গৰাকীজন
কিয়যে মোৰ প্ৰাণৰ আপোন।
ওঁঠত লাগি থকা চাৰমিনাৰৰ ধোঁৱা
কুণ্ডলী পকাই যায় যেতিয়া ওপৰলৈ, তেতিয়া
তেওঁক জানিবলৈ বৰ মন যায়, ধূপ কাঠিৰ দৰে
নিজে জ্বলি আনক সুবাস বিলায়। ছবছৰতে
যেতিয়া মাৰ আঙুলিত ধৰি আহিছিলো
কাষলৈ তেওঁৰ, কিবা এটা অনামী টানত
স্মৃতিপটত আজিও আছে সুন্দৰকৈ সেই এৰি
অহা সময়কণ, ৰাখিছোঁ যতনে মোৰ মনৰ
মণিকোঠাত বৰ যতনেৰে, আলফুলকৈ।
ৰং আৰু তুলিকাৰ মাজত ব্যস্ত সেই দৰদী শিল্পীক
অনুসৰণ কৰি যেতিয়া ওলাই আহে
ৰ'দ কাচলিত বহি অতীতক ৰোমন্থন কৰিবলৈ
তেওঁৰেই অৰ্ধাংগিনী, মনে মোৰ কৰে হাহাকাৰ
হায়! ভগৱান তুমি নিষ্ঠুৰ ইমান।
শিল্পীয়ে হাৰ নামানে কিন্তু
কস্মিনকালেও।
ৰুদ্ধ কণ্ঠত অমিয়া সুৰৰ ঝংকাৰ তুলিম
আমি ৰং আৰু তুলিকাৰে
তাৰে প্ৰতিশ্ৰুতিৰে হৈছোঁ আগুৱান
হাতে হাত ধৰি, নৰওঁ থমকি।
কৰিবলগীয়া আমাৰ আছে বহু কাম
সময় বৰ নিদাৰুণ, সেয়েহে হে' মহান শিল্পী
তুলিকাযোৰেৰে বুলোৱা সাগৰৰ বহল বুকুত
ৰং সানি লৈ গোটেই পৃথিৱীখনতে
এখন ছবি আঁকা,
মাত্ৰ এখন। ❒

# সেই গীতিময় আৰু পৱিত্ৰ আবেলিটো

**পংকজ মাধৱ মহন্ত**

এইবাৰৰ দুৰ্গাপূজাৰ নৱমীৰ আবেলিটো মোৰ বাবে বৰ পৱিত্ৰ আছিল। অধ্যাপিকা ড° জয়ন্ত্যোতি গোস্বামী (জোনবৌ) আৰু মোৰ বাইদেউ শিখা মহন্তৰ লগত একান্ত আন্তৰিক হেঁপাহতে মই গৈছিলো অসমৰ শিল্প-আকাশত তিৰবিৰাই থকা এহাল যুৰীয়া-তৰা — গায়িকা দীপালি বৰঠাকুৰ আৰু চিত্ৰশিল্পী নীলপৱন বৰুৱাদেৱৰ ঘৰলৈ।

বাৰাণ্ডাতে বহি আছিল বাইদেউ। শব্দহীন এক সাংগীতিক মূৰ্চ্ছনাত যেন বুৰ গৈ আছিল। মৌনতাৰ বুকুত মূৰ গুঁজি হয়তো আপোনমনে গাই আছিল হৃদয়ৰ শব্দতন্ত্ৰীত সযতনে আবদ্ধ কৰি ৰখা চিৰযুগমীয়া সেই গানবোৰ। আমি গৈ বহিছিলো সেই অনন্যা নাৰীৰ সন্মুখত। এটি মন পোহৰাই তোলা হাঁহিৰে আমাক আদৰিছিল বাইদেৱে। প্ৰশান্ত সমাহিত ব্যক্তিত্ব। শাৰীৰিক অসুস্থতাই আঁতৰাই ৰাখিছে কণ্ঠৰ পৰা সুৰ — যেন নিজৰাৰ পৰা নিলগাই ৰাখিছে কোনোবাই ইয়াৰ কুলুকুলু ধ্বনি। অথচ এই চৰম দুৰ্ভাগ্যৰ বাবেও যেন কোনো অভিযোগ নাই বাইদেউৰ। স্থিতপ্ৰজ্ঞ এই অসাধাৰণ নাৰীগৰাকীক পলকতে অতি আপোন যেন লাগিল মোৰ।

মনোৰম অতীতৰ স্মৃতিয়েও মানুহক জীপাল কৰি ৰাখিব পাৰে। বাইদেউৰ অতীত অসমৰ সাংস্কৃতিক ইতিহাসৰে এক মোহনীয় অধ্যায়। জোনবৌ আৰু শিখাবা গৈছিল— বাইদেউৰ ওচৰলৈ বাইদেউৰ বিষয়ে প্ৰকাশ পাবলগীয়া এই কিতাপখনৰ বাবে শিল্পীগৰাকীৰ স্মৃতিৰ কিছুমান টুকুৰা বুটলিবলৈ। বাইদেউৰ অমৰ গানবোৰ সংৰক্ষণ আৰু সহজলভ্য কৰাৰ এক আন্তৰিক প্ৰচেষ্টাৰ তেওঁলোক অংশীদাৰ। প্ৰখৰ স্মৃতি শক্তি বাইদেউৰ। এসময়ত অনায়াসে ওঁঠত লৈ খেলি থকা শব্দবোৰৰ এটাও হয়তো পাহৰা নাই তেখেতে। আলফুলে বুটলি আনিছিল স্মৃতিৰ সাঁফুৰা খুলি মন মতলীয়া কৰা গানৰ সেই কলিবোৰ। অতুলনীয় শুৱলা কণ্ঠ, সন্তুলিত সুৰ সঞ্চৰণ আৰু শব্দৰ শুদ্ধ উচ্চাৰণেই শিল্পীগৰাকীক প্ৰদান কৰিছে কালজয়ী শিল্পীৰ মৰ্যাদা। কথা ওলাইছিল সেইসকল গীতিকাৰ-সুৰকাৰৰো — যিসকলৰ প্ৰাণস্পৰ্শী গীত আৰু সুৰে লহৰ তুলিছিল বাইদেউৰ যাদুকৰী কণ্ঠত। অপৰিসীম শ্ৰদ্ধা ফুটি উঠিছিল বাইদেউৰ অভিব্যক্তিত। কথাৰ মাজতে আহি পৰিছিল চিত্ৰশিল্পী বৰুৱাদেৱ। বজাৰৰ বেগটো ভিতৰত থৈ বাৰাণ্ডাৰ নিমজ মজিয়াখনতে লেপেটা কাঢ়ি বহিছিল সহজ-সৰল অথচ মহান এই শিল্পীজন। প্ৰাণচঞ্চল এই শিল্পীৰ তুলিকাও অসমৰ শিল্প-ইতিহাসৰ এক আপুৰুগীয়া সম্পদ। খন্তেকতে ঘৰুৱা কৰি ল'ব পাৰে মানুহক। গভীৰ মমতাৰে বাইদেউৰ সামান্য অবিন্যস্ত চুলি ফনিয়াই দিছিল তেখেতে। এনে মমতাই আজি একমাত্ৰ প্ৰেৰণা বাইদেউৰ।

বস্তুবাদিতাই লাহে লাহে গ্ৰাস কৰি আহিছে শিল্পীৰ জগতখনো। যশ, খ্যাতি বা ধন অলপ বেছিকৈ অৰ্জাৰ এক অঘোষিত প্ৰতিযোগিতাৰ দৌৰত যেন চেঁকুৰি ফুৰিছে আজিৰ শিল্পী। শিল্পক পণ্য সামগ্ৰীৰ দৰে ব্যৱহাৰ কৰা হৈছে প্ৰয়োজনাধিকভাৱে। ইয়াকে লৈ দুয়োজনৰে কথা বতৰাত প্ৰকট হৈ পৰিছিল এক হতাশাৰ সুৰ।

একান্ত আত্মীয়তাৰে আমাক আপ্যায়ন কৰিছিল দুয়োজনে। মই অভিভূত হৈছিলো, উদ্বেলিত হৈছিলো এই আত্মীয়তাৰ পৰশত। শিহৰিত হৈছিলো এই সান্নিধ্যৰ উষ্ণতাত। অনুপ্ৰাণিত হৈ ৰ'ম মই আজীৱন সেই আবেলিটোৰ স্মৃতি ৰোমন্থনত।

বৰ গীতিময় আৰু বৰ পৱিত্ৰ আছিল সেই আবেলিটো। ❑

'শিল্পীৰ পৃথিৱী'ৰ পাতৰ পৰা—১

# 'শিল্পীৰ পৃথিৱী'ৰ দীপালিলৈ সন্মান

**বিনন্দ চন্দ্ৰ বৰুৱা**

'শিল্পীৰ পৃথিৱী' আলোচনীৰ বিহু সংখ্যাটি জনপ্ৰিয় শিল্পী, কোকিলকণ্ঠী শ্ৰীমতী দীপালিৰ সন্মানাৰ্থে প্ৰকাশ কৰিবলৈ লোৱাত সন্তোষ পাইছোঁ। স্বধৰ্মপৰায়ণা, সু-বক্তা, সাহিত্যৰথী বেজবৰুৱা পৰিয়ালৰ বোৱাৰী, বয়োজ্যেষ্ঠা শ্ৰীযুতা হেমপ্ৰভা বেজবৰুৱা বাইদেৱে মোক কৈছিল, 'তোমাৰ বৰ বোৱাৰী দীপালিক আমি কোকিলকণ্ঠী নাম দিছিলো, আৰু অনেকবাৰ তেওঁৰ গান শুনিছিলো।' শ্ৰীযুতা হেমবাইদেৱে যি গুণ বখানিলে, তাৰ নিশ্চয় তাৎপৰ্য আছে। আমাৰ কাণতো দীপালিৰ গীতৰ সুৰ বাজি থাকে। এনেবিলাক কাৰণকে উপলব্ধি কৰি বোধকৰো গুণগ্ৰাহী উদীয়মান ডেকা শিল্পীসকলে আলোচনীখনৰ এই সংখ্যা যুগুত কৰিবলৈ লৈছে। দীপালিৰ গানৰ প্ৰশংসা বহুত শুনিছোঁ। শুনি সন্তোষ পাইছোঁ। তেওঁ লক্ষ্মী আৰু সৰস্বতী দুইৰো প্ৰতীক। অৱশ্যে সৰস্বতীয়ে লক্ষ্মীক আগ ঠাই দিবলৈ বৰ ভাল নাপায়। শিল্পীক কৰিবলগীয়া শ্ৰদ্ধাৰে মই তেওঁক হিয়া উদঙাই আশীৰ্বাদ দিওঁ আৰু অন্তৰৰ স্নেহৰ পাত্ৰী কৰি ৰাখিছোঁ। তেওঁ ভালে থকা বুলি শুনিলে মোৰো শৰীৰ-মন ভাল লাগে। তেওঁৰ গীত এতিয়াও শুনিলে মোৰ চাৰি কুৰি বছৰ পাৰ হৈ যোৱা বয়সৰ কথা পাহৰি যাওঁ। দেহে-কেহে তেওঁৰ নিৰাময়ৰ কাৰণে ভগৱন্তক প্ৰাৰ্থনা কৰোঁ।

শ্ৰীমতী দীপালি এটি ভাগ্যৱান, সমৃদ্ধিশালী, পণ্ডিত পৰিয়ালৰ কন্যা। তেওঁবিলাকৰ পৰিয়ালৰ আদি বাসস্থান জাঁজী। এতিয়াও জাঁজীত তেওঁবিলাকৰ পৰিয়াল আছে যদিও উজনি অসমৰ ঠায়ে ঠায়ে কেবাটাও পৰিয়াল আছে। তেওঁৰ পিতৃৰ ফালৰ ককাক ৰত্নেশ্বৰ বৰঠাকুৰ স্বধৰ্মপৰায়ণ, শিক্ষাব্ৰতী আৰু সাহিত্যিক আছিল। তেখেতৰ প্ৰকাশিত বিখ্যাত পুথি 'জ্যোতিষ ৰত্ন সংগ্ৰহ'-এ এতিয়াও বিশেষ স্থান অধিকাৰ কৰি আছে। ৰত্নেশ্বৰ বৰঠাকুৰৰ তিনিজন ভাই-ককাইৰ পুত্ৰসকলৰ ভিতৰত শাস্ত্ৰজ্ঞ, ধৰ্মপৰায়ণ, শিক্ষাব্ৰতী, শিল্পী, সাহিত্যিক আদি বহুত। তেওঁবিলাকৰ পৰিয়ালৰ বহুজনেই বৰ্তমানৰ উন্নত জাঁজী গড়োঁতাসকলৰ অন্যতম। মাতৃৰ ফালৰ পৰা দীপালি বিখ্যাত বেজবৰুৱা পৰিয়ালৰ কন্যা।

তেনে এজনী কন্যাক মোৰ বোৱাৰী হিচাপে পাই মই আনন্দিত আৰু গৌৰৱান্বিত। ❒

'শিল্পীৰ পৃথিৱী'ৰ পাতৰ পৰা—২

# আগলি বাঁহৰে লাহৰী গগনা

**পৰাগ চলিহা**

আগলি বাঁহৰে লাহৰী গগনা
বহি তাঁতৰ পাতত বাওঁ।
হয়ে কি নহয় ঐ মোৰেনো চেনাই ঐ
ছিৰি পাতি মগুলখন চাওঁ।

এই বিহুগীতটিয়ে একালত আলোড়নৰ সৃষ্টি কৰিছিল। খুব বেছিকৈ চলা ৰেকৰ্ড বুলিয়ে নহয়, মোৰ নিজৰ আৰু দুই-এজনৰ জীৱনত মুচিব নোৱাৰা ৰেখাপাত আঁকি দিয়াৰ বাবেও। মোৰ বেলিকা গীত ফাকিৰ লগে লগে সৌৱৰণীৰ মধুপটত ভাহি উঠে মোৰ অতি আদৰৰ, অতি চেনেহৰ চেমনীয়া সাদৰী মৌ-কুঁৱৰী এগৰাকীৰ কথা। দীপালি বৰঠাকুৰৰ কথা।

## উজায়ে চালো মই ভটিয়াই চালো মই

বহু বছৰ আগৰ সন্ধিয়া এটি। গুৱাহাটীলৈ নিজে গাড়ী চলাই গৈ থাকোঁতে নগাঁও নগৰৰ ৰাজ আলিত ৰেডিঅ' এণ্ড চাউণ্ড কৰ্পৰেছনৰ দোকানৰ ওচৰ পাওঁ পাওঁ হওঁতেই কাণ থৰ হ'ল। গাড়ীখন ৰখালো। দোকানৰ মাইকত বাজিছে— 'আগলি বাঁহৰে লাহৰী গগনা...'। দীপালিৰ মাত। দোকানৰ সমুখত ৫০/৬০ জন ডেকাৰ জুম— মুখত সুৰটিৰে গুণগুণনি। দোকানৰ মালিকজন মোৰ আপোন, সৰুকলীয়া লগৰী—দেউতি ভৰালী। সোমোৱাৰ লগে লগে তেওঁ হাতখন আগবঢ়াই তেওঁৰ সদায় হাঁহি থকা মুখখনেৰে ক'লে—'তোমাৰ দীপালিয়ে ৰেকৰ্ডৰ ৰেকৰ্ড কৰিলে।' আমাৰ কাষতে থকা পৰিবাৰলৈ চাই দেউতিয়ে তেওঁৰ খুহুতীয়া ঠাঁচতে ক'লে —'এই গৰাকী দীপালিয়ে নহয়, গানৰ দীপালিয়ে।' মোৰ দুগালেদি আনন্দাশ্রু বাগৰি গ'ল। এবাৰ বজোৱা শেষ হোৱাৰ লগে লগে ডেকাইঁতে গিৰ্জনি মাৰিলে—'আকৌ, আকৌ!' গুৱাহাটী পোৱা পলম হ'ব বুলি শংকা কৰি দেউতিৰ দোকান এৰি ডেকা জুমৰ মাজেদি ঠেলি-হেঁচি গাড়ীত উঠিলোহি।

পিছ দিনা। গুৱাহাটীৰ পাণবজাৰত ভৰালী ব্ৰাদাৰ্ছৰ অভিমুখে গৈ দেখোঁ তাতো বেছ ভিৰ। চৌপাশ ৰজন্‌জনাই আছে দীপালিৰ মাতে—'আগলি বাঁহৰে লাহৰী গগনা...!' আনন্দত বিভোৰ হৈ ভিতৰলৈ সোমাই গৈ ৰেকৰ্ডখন চাবলৈ বিচাৰোঁ ! মনত অপৰিসীম সন্তুষ্টি । কিন্তু ৰেকৰ্ডৰ চিনাকিত ছপোৱা আছে—'কথা আৰু সুৰ....', মোৰ একো নহয়!!

ফুল কুমলীয়া ছোৱালী তাই। মাতটো মৌতকৈও মিঠা। গোটেই ঘৰখনেই আমাৰ ২/৩ পুৰুষীয়া আপোন। সু-মহান ঐতিহ্যসম্পন্ন পৰিয়াল। আজোককাক প্ৰাতঃস্মৰণীয় ভাষা-ওজা হেমচন্দ্ৰ বৰুৱা। দেউতাক ম'হখুঁটি বাগিচাৰ।

## দেউতাৰ বৰেঘৰ দেখোঁতে ভয়ংকৰ

দীপালিৰ তেজত গীত-মাতৰ ঐতিহ্য তিনি পুৰুষীয়া। ককাদেউতাক ৰত্নেশ্বৰ বৰঠাকুৰ সৰ্বভাৰতীয় খ্যাতিসম্পন্ন জ্যোতিৰ্বিদ, অতি সুদক্ষ বেহেলাবাদক আৰু জনা মতে মৃত্যুৰ আগমুহূৰ্তলৈকে বেহেলা বজাইহে সন্তোষ লভিছিল। তদুপৰি, ১৯২১ চনত পিতা-পুত্ৰ (তেখেত আৰু বৰ পুতেক পদ্ম) একেলগে গ্ৰেপ্তাৰ হৈছিল। বৰদেউতাক পদ্মনাথ বৰঠাকুৰে (প্ৰখ্যাত স্বাধীনতা যোদ্ধা আৰু সাহিত্যিক) ঘাইকৈ দেশপ্ৰেমমূলক গীত নিতে সন্ধিয়া গাইছিল। তেখেতৰ পুত্ৰদ্বয় নলিনীৰঞ্জন আৰু দিলীপৰঞ্জন ক্ৰমে গীতিকাৰ আৰু তবলা বিশাৰদ। এওঁলোকৰ গানৰ ৰূপ দেখি অৱশ্যে দেউতাকে ভাবিছিল— 'এই হালে গান গাই থাকিলে খাব কেনেকৈ?' পিছলৈ অৱশ্যে শংকা নফলিয়ালে। দদাইদেৱেক লক্ষী বৰঠাকুৰৰ সংগীতৰ প্ৰতি এনে ধাউতি যে প্ৰায় নিতৌ গধূলি তেখেতে ওচৰ-চুবুৰীয়া কেইগৰাকীমান গোটাই লৈ গানৰ আখৰা পাতে। যোৱা বছৰ ৭৮ বছৰ বয়সত স্বৰ্গী হোৱাৰ আগলৈকে লক্ষী বৰঠাকুৰে মজলিচ্ নপতাকৈ নেৰিছিল। আন এগৰাকী দদায়েক মহেশ্বৰ বৰঠাকুৰৰো অনুৰূপ চৰ্চা।

দেউতাক বিশ্বনাথ বৰঠাকুৰ কেৱল সংগীতজ্ঞই নাছিল, গীতিকাৰ আৰু সুৰকাৰো। বিশ্ব বৰঠাকুৰে পোনতে দেউতাকে স্থাপন কৰা ঠাকুৰবাৰী (বৰ্তমান কৃষ্ণবিহাৰী) চাহ বাগিচাত থকাৰ পিছত ক্ৰমে বৰডুবি আৰু নীলমণি বাগিচাত কাম কৰে। নীলমণি বাগিচাত দীপালিৰ জন্ম। ৰেৱতী, নিৰ্মলী, পুতলী, ভূপেন, ভবেন এই পাঁচ সন্তানৰ পিছত নুমলীয়াটিয়েই দীপালি। পৰিয়ালবৰ্গৰ পৰা জনা মতে দ্বিতীয় জীয়াৰী নিৰ্মলীৰ মাতটি হেনো অতি মোহনীয় আছিল—দীপালিতকৈও। সৰুতে সংসাৰত সোমাই ভিতৰুৱাল ঠাইত কাল কটাবলগীয়া হোৱাত নিৰ্মলীৰ মাত লুকাই থাকিল; ভনীয়েক দীপালিক উলিয়াই দিলে।

বিশ্ব বৰঠাকুৰে ৰচনা কৰি নিজে সুৰ দিয়া গীত এটি পুতলী, নিৰ্মলী, ভূপেনহঁতক শিকাইছিল বুলি পদ্মনাথ বৰঠাকুৰৰ বৰ জীয়াৰী ৰেণুকা দেৱীৰ পৰা গম পালো।

দীপালিৰ মাক আইমণি বৰঠাকুৰ সৰুৰে পৰা নাম-গুণত পাকৈত। পিতৃহীন আমা-ডিমা ল'ৰা-ছোৱালীকেউটি ককাক তথা বৰ মোমায়েক সদানন্দ বেজবৰুৱাৰ ঘৰতে ডাঙৰ দীঘল হয়। দীপালিৰ চাৰিজন মোমায়েকৰ দুজন সৰ্বানন্দ (ধনী) আৰু দেৱানন্দ মোৰ ল'ৰালিকলীয়া বন্ধু—বিশেষকৈ পিছৰজন (হেমকোষ প্ৰিণ্টাৰ্ছৰ স্বত্বাধিকাৰী) আমাৰ সেউজীয়া সমাজৰ ৰং-ৰহইচ, কাজিয়া-পেছাল, বিয়াল্লিছৰ আন্দোলন, এই আটাইবোৰৰে বহুকলীয়া সুখ-দুখৰ লগৰীয়া। ডাঙৰ গৰাকী সদানন্দ সু-অভিনেতা, সৰ্ববৰহী, আমাৰ অতি মৰমৰ সদাককাইদেউ। দীপালিৰ ককাইদেৱেক ভূপেন আৰু ভবেন, দুয়োজনেই কৃতী

যুৱক। ভবেনৰ কৃতিত্ব বিদেশ বিয়পা। ভূপেন সু-অভিনেতা আৰু ভূপেন-ভবেন দুয়ো গায়ক, গীতিকাৰো। ভবেনৰ গীত ভালেমান গায়কে অনাতাঁৰত সততে গায়। দীপালিৰ সাদৰী মাক এগৰাকী সভা-শুৱনী, দৰাচলতে কলামোদী চমজদাৰী আইচু। তাহানিখনৰে পৰা থিয়েটাৰ, ভাওনা, মৌ-মেলত আদিৰে পৰা অন্তলৈকে মনে মনে বহি ৰংগ-দেৱতাৰ অর্চনাত ৰত হৈ পৰা লোক। দ্বিতীয় মোমায়েক নিত্যানন্দৰ পুতেকহঁত— অজিত, ভাই, পবি মোৰ একালৰ প্ৰিয় ছাত্ৰই নহয়, এতিয়া লক্ষ্মীদেৱীক তুষ্ট কৰি সমাজত লেখৰ স্থান লৈ সৰবৰহী হৈও আমাক তেনেই আপোন জ্ঞান কৰি থকা ডেকা। মাহীয়েক সুশীলাৰ লগত স্কুলীয়া কালতে আমি গান গাইছিলো, আবৃত্তি কৰিছিলো, ফাকুৱাৰ ৰং খেলিছিলো। একে কথাৰে কবলৈ গ'লে দীপালি মোৰ তেজৰ সম্বন্ধীয়া নহ'লেও সকলৰ পৰাই চেনেহৰ তিনি পুৰুষীয়া তাপত তপত হৈ থকা সম্পৰ্কৰ জীয়াৰী বুলি কৈ বৰাই কৰোঁ। তাইৰ স্বামী নীলপৱন বৰুৱা সুদক্ষ শিল্পী,অগ্ৰজপ্ৰতিম ধ্বনিকবি বিনন্দ বৰুৱাৰ বৰ পো।

১৯৫৩ চন। তাই তেতিয়া পাট গাভৰু। আমি শিৱসাগৰত ব'হাগী মেলা বছৰি বঢ়িয়াকৈ পাতোঁ। সেউজীয়া সমাজৰ তেতিয়া বেছ পয়োভৰ। বিহুত মৌ-মেলা প্ৰদৰ্শন কৰিবৰ যো-জা হয় আমাৰ নাট্য-মন্দিৰত। ভাগি-ছিগি যোৱা ঘৰ। গান গাবলৈ, নাচিবলৈ অহা ল'ৰা-ছোৱালীহঁতৰ লগতে থাকে আমন-জিমনকৈ দীপালি নামৰ ছোৱালীজনী। নাচিবলৈ কলে মিচিকিয়া হাঁহি এটি মাৰি মুখখন ঘূৰাই কেউপিনে থকা লগৰীহঁতৰ পিনে চাই তলমূৰ কৰে— আকৌ হাঁহে। ৰুণুমীহঁতেও হাঁহে (গায়িকা ৰুণুমী ঠাকুৰ, অনুপমা-শিব ভট্টাচাৰ্যৰ জী, ভবেশ ঠাকুৰৰ পৰিবাৰ, দীপালিৰ সম্বন্ধীয়া ভনীয়েক)। মই ধমক দিওঁ। তেতিয়া হাঁহিবোৰ বন্ধ হয়। তাই গানহে গাব, নানাচে। কমলা (গোস্বামী), ৰুণজুন (ড° বীৰেন ভট্টাচাৰ্যৰ ভাই-বোৱাৰী), অঞ্জলি মুখাৰ্জী, প্ৰণতি বুঢ়াগোহাঁই, ৰুণুমীহঁতে বিহু গাবও, নাচিবও। লাজকুৰীয়া, অল্পভাষী, মাতত মৌ বৰষা দীপালিৰ লগত মোৰ সান্নিধ্যৰ সূত্ৰপাত এইদৰেই।

## বিহু গ'লে বিনাবা কাক?

আহিল '৫৫। অসমৰ ভিতৰতে পোন প্ৰথম ব'হাগী বিদায় উছৱৰ আয়োজন— শিৱসাগৰত। সভাপতি হৈ আহিব বহু গুণাকৰ ৰংপুৰীয়া ৰাধা গোবিন্দ বৰুৱা। সুৰেন ভাগৱতী ককাইদেউ ব'হাগী বিদায় সমিতিৰ সভাপতি, মই সম্পাদক। বলো দত্ত ককাইদেৱে ব'হাগৰ শেহৰ সপ্তাহ আৰম্ভ হোৱাৰ লগে লগে কলহৰ কাণে বৰষুণ নেৰানেপেৰাকৈ অহা দেখি নিজে ছাতি লৈ বনুৱাহঁতক জাপি লোৱাই গাজনি-ধুমুহাৰ মাজতে কালী প্ৰসাদ মন্দিৰৰ কাষত ৰভা সজাত লাগি গ'ল— দিনে-নিশাই ছেদ-ভেদ নোহোৱাকৈ।

ব'হাগীক বিদায় দিবলৈ ওলাই ভাবিলো বিহুনাম-বিহুনাচ বুলিলেই নাক কোঁচাই উঠে কেলৈ মানুহবোৰে? আনৰ কথা এৰোঁৱেই, শিৱসাগৰতো দীঘল নাক চুটি-চেপেটা কৰা লোকৰ অভাব কিছু বছৰৰ পৰাহে নাইকিয়া হৈছে। সেই বছৰৰে মাঘৰ বিহুৰ আগে আগে আমাৰ কলেজৰ ল'ৰা-ছোৱালী, অধ্যাপকৰ সৈতে আমি দিছাংমুখত বালিভাত খাই

সন্ধিয়া বাছত উলটিছোঁ। আমাৰ লগতে আছে তেতিয়াৰ অধ্যক্ষ, পিতৃদেৱ পদ্মধৰ চলিহা। ল'ৰা-ছোৱালীহঁতে বিহুনাম গাই আনন্দত বিভোৰ হৈ আহিছে, আমিও। হঠাতে বাছখনলৈ দহ-বাৰটামান শিলগুটি, একেলগে। এজনী ছোৱালীৰ মূৰতে পৰাত তেজবোৱা আঘাত। আমি ৰ'লো। কাষৰ গাঁৱৰ এজুম ল'ৰা দৌৰিছে। আমি পিছ ল'লো। গাওঁখন চিনাকি। গাঁৱৰ বয়সিয়াল জনচেৰেকক লগত লৈ শিলগুটি মৰা দুই-এগৰাকীক সুধিলো—দলিয়াই মূৰ যে ফলা হ'ল, কিহৰ অপৰাধতনো? তৰ্জন-গৰ্জন হ'ল—'গাঁৱৰ মাজেদি বিহুনাম গাই অসভ্যালি কিয় কৰিব?' ক'তে মৰোঁ প্ৰভু !! থিৰ কৰিলো, বিহুনাম- বিহুনাচক আটক-ধুনীয়াকৈ সজাই উলিয়ামেই।

## অ' চেনাই লিচিকাই নাহাঁহিবা মিচিকাই

পৰেশ বৰঠাকুৰক (এতিয়া চৰকাৰী বিষয়া) ক'লো—ভিতৰুৱাল গাঁৱলৈ গৈ বিহুনামৰ সুৰীয়া জাত কেইটিমান আনিবলৈ। মই নিজে গ'লো আগৰেপৰা চিনাকি আপোন দিছাংমুখৰ বলমা মিচিং গাঁৱলৈ— ধোন্ধৰমুখৰ ধ্যান কছাৰী, দিছাংপানীৰ শ্যাম আৰু বকতাৰ বৰচহকী গাঁৱলৈ বিহুসুৰ বুটলিবলৈ। লগতে কথাও। নকুল ভূঞাৰ ব'হাগী, নেওগৰ আকুল পথিক, ভোগজৰা, নৱীন গগৈৰ পকা পীৰিতি, হেম গোসাঁইৰ অসমীয়া সাহিত্যৰ চানেকিৰ প্ৰথম ভাগ আদি বিহুগীত থকা পুথিবোৰ গোটাই জুকিয়াবলৈ লাগিলো। পকা পীৰিতিত মজি থকা ডেকা-গাভৰুৰ কাহিনী এফেৰা হোৱাকৈ বাছিলো কেইফাকিমান। প্ৰথমতে জুৰিলো অতি টান তান এটি— ই-অ'-অ'-অ'-অ'-অ'-অ'-অ'-অ'-অ'-অ'-ই-আ- । য'ত ৰূপহীৰ চেনাইকণৰ প্ৰতি থকা আকুলতা দেহ-মন-অন্তৰ চুঁচি-মাজি লৈ উজাৰি নিগৰি পৰিব, জাতবিলাক কোনেও ক'তো এতিয়ালৈকে নলগোৱা নিভাঁজ সুৰীয়া শিহৰণ তোলা হ'ব। পৰেশে বুটলি আনিলে—'কেৰুমণি থুৰীয়া. তুমি আমাৰ জুৰীয়া, ব'হাগতে পাতি যাওঁ বিয়া।' মই তাতে যোজনা জুৰিলো—'ইৰিণা- বিৰিণা গোহাঁইদেউ লিগিৰা ৰঙাকৈ বিচনী লৈ, ককাঁলৰ গামোচা কৰে তিৰে-বিৰে তামোল দি যোৱাহি বৈ।' কেইবাটিও ন-জাত উলিয়ালো—'এ হয়ে কি হয় হয়, এখনি হাঁচতি পিন্ধিব খুজিলো দিবা কি নিদিয়া বই।' 'অ' চেনাই লিচিকাই নাহাঁহিবা মিচিকাই শৰীৰ ক'লা পৰি যায়।' জাত লগালো 'হাতলৈ কি চাবা হাতীৰ সুৰে যেন ভৰিৰনো কি চাবা গোট' গীতফাকিত।-'অ' আইতা জিলমিল কৰে আইতা মুকুতা সৰে আইতা কেঁচাসোণ বৰষে', জাত জুৰিলো— 'তইযে কলীয়া অলীয়া বলীয়া মোকে কৰি গ'লি বাউল' গীতফাকিত।

বিহুগীত গাবলৈ মাতি পঠালো দীপালিক। প্ৰথম তানটো টান পাইছে, ফুটাব নোৱাৰে। দাবী। দ্বিতীয় দিনা ই-ঐলৈকে হ'ল, বাকীছোৱা ভুল। ধমক। তৃতীয় দিনা পুৰাকৈ জুৰিলে; কিন্তু মাজতে উশাহ সলালে, লহৰিৰ আঁট নৰ'ল। অন্তৰ ঘোদালি অনা আকুলতা নাই—এবাৰ, দুবাৰ, তিনিবাৰ, চাৰিবাৰ। ওঁহো। এইবাৰ চৰ। মুখখন হাত দুখনেৰে ঢাকি ধৰিলে। অকণমান কান্দিলেও। হাৰমনিয়াম এৰি চুৰট এটা উলিয়ালো। অঞ্জলি, ৰুণুমী, ৰুণজুন, কমলা তাইৰ কাষ চাপি কলে— 'এইবাৰ পাৰিবি, গা।' মই

মূৰত মৰমেৰে হাত ফুৰালোহি। অলপ বৈ তাই গালে। মই ক'লো — 'বেচ, বঢ়িয়া। কাইলৈৰ পৰা আৰু ভাল হ'ব।'

অসমীয়া বিহুগীত পৰিৱেশনত দীপালি বৰঠাকুৰৰ মাতত ওলোৱা এই বিহুসুৰীয়া তানটোৰ দৰে গা মন ৰাই-জাই কৰোৱাই শুনোতাক এই ঠাইৰ পৰা আঁতৰাই বহু দূৰৰ ক'ৰবালৈ লৈ যোৱাকৈ মৰা তান এতিয়ালৈকে দ্বিতীয়টি কোনেও দিব পৰা নাই — দিব নোৱাৰিব বুলিও দঢ়াই ক'ব পাৰি। মোৰ বোধেৰে দীপালিৰ সকলো গীত-মাত বাদ দি থ'লেও এই 'ই...ঐ ..আ' তানটি অকলে জুৰিলেও দীপালিৰ কীৰ্তি যুগমীয়া হৈ ৰ'ব। শুনোতা ভালেমানৰ কাণত এই ৰিংটো এতিয়াও বাজি থাকে। অলপতে দিল্লী, জয়পুৰ, চণ্ডীগড়ত প্ৰদৰ্শন কৰা সেই নাচটোতো এই ৰিংটো জোৰা হৈছিল আনৰ কণ্ঠত। দীপালিৰ তান তাহানিতে শুনা প্ৰফুল্ল বেজবৰুৱা, অজিত বৰপূজাৰীহঁতে সিদিনা ক'লে— 'দীপালিয়ে যেতিয়া এই ৰিঙৰ লহৰা তোলে, গাবোৰ আচম্বিতে কঁপি উঠে, যেন লুইতৰ সিপাৰৰ বালিৰ পৰা কোনোবাই এই পাৰৰ কাৰোবাক ৰিঙিয়াইছে। কিযে অপূৰ্ব মাদকতা তাত।'

'ৰূপহী বিহুতলী' বোলা এই নাচটিৰ অভিনৱ পদচাৰণ, ভংগিমাগতি আৰু নিভাঁজ অসমীয়া সুৰ-লহৰিৰ কমনীয়তাই ব'হাগী-বিদায় উছৱৰ উপৰিও যোৰহাট, ডিব্ৰুগড়, নামৰূপ আদি ঠাইত বহু দৰ্শকৰ মন মোহে। ইতিমধ্যে অসমৰ প্ৰখ্যাত শিল্পী দুগৰাকীয়ে দীপালিক লগ পাই আটক-ধুনীয়া বিহুজাতকেইটি তেওঁলোকৰ নিজাববীয়াকৈ গাই ৰেকৰ্ড উলিয়ালে। মূলতঃ সেইবোৰ বিহুগীত হয়, কিন্তু সুৰখিনি বহু কষ্ট কৰি গীতবোৰত মোচৰা গাঁঠি সুলভ (নেওগৰ ভাষাৰে) আগতে নোগোৱা জাতবোৰ লগাই অৰ্থসুলভ আঁট লগাই শব্দ জোৰা দি পোনতে গোৱালো মই। স্বীকৃতি নিজে বিচৰা নাই; কিন্তু আনৰ ধনেৰে নিজকে জহাই ইজনক তেনেই মুদা মাৰিবলৈ বিচৰা বাবে অতিশয় বেজাৰ লাগিল। গ্ৰামোফোন কোম্পানী আৰু ৰেডিঅ' ষ্টেচনলৈ চিঠি লেখিলো। দীপালিৰ ককাইদেৱেক ভূপেনে বেজাৰ পাই মোলৈ লেখিলে—'সিদিনালৈকে দীপালি আমাৰ ভনীহে, আপুনিয়ে দেখোন অভিভাৱক। তাইক জিলিকাই তুলিলে আপুনি। তেনে স্থলত তাইৰ কিবা অহিত চিন্তা আপুনিয়ে কৰিব বুলি যে সপোনৰো অগোচৰ হৈ পৰে।' মই উত্তৰ এটা দিলো—মনৰ দুখৰ কথা কৈ। নিজৰ কপালকে দুষিলো।

## অ' বন্ধু সময় পালে আমাৰ ফালে

১৯৫৬ চন। মোৰ 'চাৰি হেজাৰ বছৰৰ অসম' নামৰ নিমাতী ভাওখনক সংগীতালেখ্যৰূপে ৰেডিঅ'-ৰেকৰ্ডিং কৰিবলৈ আহিল বন্ধুবৰ প্ৰবীণ শিল্পী ফণী তালুকদাৰ। সংস্কৃত স্তোত্ৰৰ পৰা আৰম্ভ কৰি বিয়ানাম, বৰাগীনাম, জাগৰণ গীত আদি সোপাৰে ঘাই গায়িকা দীপালি বৰঠাকুৰ। সংগীতাংশত পিয়ান'-অৰ্গেনত আছে ককায়েক ভবেন বৰঠাকুৰ। হঠাতে কিবা এটা ভুল হ'ল। মই খং কৰিলো। ভবেন বিতুষ্ট হৈ বাহিৰলৈ ওলাই আহিছিল। দীপালিয়ে কান্দিলে। সেইদিনা এনেকৈয়ে গ'ল। পিছদিনাও গ'ল। তৃতীয় দিনাহে ককাই-ভনী দুয়ো আহিল। আমাৰ মৰমৰ এনাজৰী গছত এইৰূপে দুই-এবাৰ জট

নলগা নহয়। ছিগি কিন্তু আজি পৰিমিত নগ'ল। নাযাইও। আলেখ্যখনৰ ৰেকৰ্ডিং ইমান ভাল হ'ল যে গুৱাহাটীৰ পৰা মুঠ তিনিবাৰৰ উপৰি বোম্বাই, মাদ্ৰাজ, দিল্লী কেন্দ্ৰৰ পৰাও বিবিধ ভাৰতীৰ বিশিষ্ট অনুষ্ঠানত ২/৩ বাৰকৈ প্ৰচাৰ হ'ল।

ৰেকৰ্ডিং কৰি থাকোঁতেই ফণী তালুকদাৰক দীপালিৰ কথা ক'লো। তেওঁ কণ্ঠ পৰীক্ষাৰ বাবে মাতিলে। দীপালি গ'ল। মাহচেৰেক একো খবৰ নাই। ১৯৫৭ চনত সেই 'চাৰি হাজাৰ বছৰৰ অসম' শিৱসাগৰ মঞ্চত অভিনয় কৰোৱা হয়। নিমন্ত্ৰিত দৰ্শকক কেন্দ্ৰ পৰিচালক ড° নাটেছে আলেখ্যৰ বৈশিষ্ট্য আৰু সংগীতাংশৰ আকৰ্ষণীয়তাৰ কথা ক'লে। নক'লেও হ'ব, দীপালি বৰঠাকুৰ আছিল আঁৰৰ প্ৰধান গায়িকাগৰাকী। ড° নাটেছদেৱক দীপালিক চিনাকি কৰি প্ৰগ্ৰেমৰ কথা সোঁৱৰাওঁ। কিছুদিন পিছতে অনাতাঁৰত দীপালিৰ মাত মুখৰিত হৈ ওলাল।

কোনোৱে কটুক্তি কৰে — দীপালিয়ে বৰ চিঞৰে। আচল কথা তাইৰ কণ্ঠশক্তিৰ সীমা আনতকৈ বহু পৰ্দাৰ সিফালে। কণ্ঠশক্তিৰ লগত কণ্ঠমাধুৰ্য আনিব পৰাতে গায়ক-গায়িকাৰ কৃতিত্ব। দীপালিৰ সেই সমন্বয় অনুপম। চেপি গোৱাৰ অভ্যাস তাইৰ নাই। কণ্ঠ উজাৰি গায় । ভিতৰত কিবা অলপ এৰি থৈ নাহে। স্বৰৰ পূৰ্ণ প্ৰকাশ, লহৰিৰ প্ৰবল অথচ মধুৰ গতি, লালিত্যৰ লীলাময়ী লেপন।

## নোগোৱা গীতৰ কথা

১৯৫৭ চনত 'সোণ-ৰূপ নেওচি' নামৰ মোৰ নাটখনৰ চিত্ৰৰূপ দিবৰ আঁচনি ৰূপান্তৰিত হওঁ হওঁ। সহায়কাৰীৰূপে আছিল তেতিয়াৰ সহকৰ্মী বন্ধু আৰু এতিয়াৰ প্ৰথিতযশা পৰিচালক ড° ভবেন শইকীয়া; সংগীতৰ বাবে আহিছিল আন এগৰাকী বিশিষ্ট বন্ধু লুইতকোঁৱৰ ৰুদ্ৰ বৰুৱা। দীপালিৰ কণ্ঠেৰে প্ৰকাশ কৰিব খোজা গীত ৰচনা কৰিছিল প্ৰিয়বন্ধু জ্ঞানপীঠ বঁটা বিজয়ী বীৰেন ভট্টাচাৰ্য, শিল্পী লক্ষহীৰা দাস আৰু সোদৰোপম নৱকান্ত বৰুৱাই। আন দুটি মোৰ নিজৰ। বীৰেন ভট্টাচাৰ্যৰ গীতটিৰ কেইফাকিমান এনে ধৰণৰ —

সপোন দেখে মইনাৰ মাকে উৰুকাৰে ৰাতি
অন্নপূৰ্ণা আই আহে সোণৰ দোলাত উঠি।
আইদেউইঁতে আঁতত বাছে নতুন বিহুৰ ফুল
আমাৰ মৰম বনৰীয়া নাই জাতি কুল।

সুৰ দিছিলো লোক গীতৰ ঠাঁচত। দীপালিয়ে ২/৩ ঠাইত গাই যশ আৰ্জিছিল। পিছত ৰেকৰ্ডত নিদিবলৈ আৰু ৰেডিঅ'ত নাগাবলৈ বৰকৈ কৈছিলো। মোৰ কথা ৰাখি ক'তো আৰু তাই এই গীতটি আজি পৰিমিত নাগালে।

নৱকান্তৰ গীত আদৰ্শবাদী ডেকা-গাভৰু এহালৰ মাজত গাবলৈ লেখা। সুৰ দিছিল ৰুদ্ৰ বৰুৱাই, গাবলৈ লৈছিল দীপালিয়ে—গোৱা নহ'ল।

প্ৰেমতো নহয়
  সৰা শেৱালিৰ
  নিয়ৰে বিলোৱা সুৰভি।
নিঠুৰ প্ৰেমৰ
  দেউলত লাগে
  প্ৰাণৰ ৰক্ত কৰৱী।।
প্ৰেমযে আমাৰ
  জীৱন মালাৰ
  সৰা মুকুতাৰে গৰৱী।
হেজাৰ যুগৰ
  হাঁহি চকুলোৰে
  ইমান ধুনীয়া পৃথিৱী।।

লক্ষ্যহীৰা দাসৰ গীতটি এনে ধৰণৰ — জাগৰণৰ লহৰ নেতৃত্ব দিব লগা আছিল দীপালিয়ে—

'জয়যাত্ৰাৰ মন্ত্ৰ গোৱাহে শতেক মৌন কণ্ঠ,
যুগান্তৰৰ পংকিলতাক আহাঁ কৰোঁ আমি ধ্বংস।'
আৰু
'লৌহ কপাটে খুলি দিওঁ আমি
বিশ্ব বিজয়ী দল,
নীল জলধিৰ পাৰাপাৰ ভাঙি
ধৰা কৰোঁ তলমল।'

কেউটি গীতেই এতিয়ালৈকে অপ্ৰকাশিত, অপৰিৱেশিত। 'সোণ-ৰূপ নেওচি' নহ'ল। দীপালিৰ মাতৰ মাধুৰীহে নেওচা দিয়াৰ দায়ত পৰিব লগা হ'ল।

## শিল্পী আৰু মানুহ

দীপালিৰ আকৰ্ষণ, কমনীয়তা কেৱল মৌ-মিঠা মাতটিতহে সোমাই আছে বুলি ধৰিলে কিন্তু মূল্যায়ন আধৰুৱা হ'ব। কিছুমানে গান দুটামান গায়েই 'শিল্পী' হৈ পৰে—মানুহ হ'বলৈ এৰি দিয়ে। শিল্পী যে দৰাচলতে মানুহহে আৰু মানুহৰ ভিতৰৰে আচল মানুহহে, এই সত্য দীপালি বৰঠাকুৰৰ দৰে শিল্পী কেইগৰাকীমানৰ বেলিকাহে প্ৰতিষ্ঠিত হৈ

আছে। গপ-গাপ নাই। ঈষৎ মিচিকিয়া হাঁহিটি অনবৰত আছেই। খং-ৰাগ অন্ততঃ সাত-আঠ বছৰীয়া ঘনিষ্ঠ সম্বন্ধত এদিনো নেদেখিলো। ছাত্র-ছাত্রীক খং কৰি ধমক দিয়া, কেতিয়াবা হাতো লগোৱা বুলি মোৰ এটি দুৰ্নাম আছে। এইজনী ছোৱালীৰ কথা মনলৈ আহিলেই তাইকে লৈ তুলি ৰখা মূৰ খন্তেকলৈ হলেও অৱনমিত হয়। পোছাক-পৰিচ্ছদ বুলিবলৈ চিকমিকীয়া কিবা এটা দীপালিৰ গাত এদিনলৈকো নেদেখিলো। আনকি লেও-লেপনেও যেন দীপালি নামৰ গুণী গাভৰুজনীৰ ওচৰত হাৰ মানিলে। তাই যেন প্ৰকৃতি-জীয়াৰীহে—মাতে-কথাই কুলি-কেতেকীৰ সৈতেহে যেন তাইৰ জীৱন-জোৰা সম্বন্ধ।

আন সকলোৰে বাবে দীপালি অসমৰ প্ৰথিতযশা গায়িকা, বহুতৰ বাবে তাই আদৰ্শনীয়া শিল্পী, বৰুৱাৰ ঘৰৰ বোৱাৰী, বৰঠাকুৰৰ ঘৰৰ আদৰৰ নুমলীয়া জীয়াৰী; কিন্তু মোৰ বাবে দীপালি সদায় 'আগলি বাঁহৰে লাহৰী গগনা'টিহে !❒

# ৰুদ্ধ কণ্ঠৰ বেদনাৰে
# ভনীটি দীপালি বৰঠাকুৰ

**ফণী তালুকদাৰ**

আকাশবাণী গুৱাহাটী (পোনতে অল ইণ্ডিয়া ৰেডিঅ' শ্বিলং-গুৱাহাটী) স্থাপিত হোৱাৰ এমাহ আগৰে পৰা (১ জুন, ১৯৪৮) ড° ভূপেন হাজৰিকা, শ্ৰীবীৰেন ফুকন আৰু মই এই কেন্দ্ৰত একেদিনাই প্ৰ'গ্ৰেম এছিষ্টেন্টৰ (পিছলৈ প্ৰ'গ্ৰেম একজিকিউটিভ) চাকৰিত সোমাইছিলো। পিছলৈ সৰ্বশ্ৰী সত্যপ্ৰসাদ বৰুৱা, নাৰায়ণ বেজবৰুৱা, ৰঞ্জন বৰা, মৃগেন ৰায়চৌধুৰী, চৈয়দ আব্দুল মালিক, ৰৌছানাৰা খাতুন একে ধৰণৰ পদত নিযুক্ত হৈছিল। বিভিন্ন সময়ত, বিভিন্ন বিভাগত কাম কৰোঁতে পঞ্চাশৰ দশকৰ শেষৰ ফালে তেতিয়াৰ সঞ্চালক ড° এ.এম. নাটেছৰ উদ্যোগত অসমৰ বিভিন্ন ঠাইত এলানি ৰূপক তথা সাংস্কৃতিক অনুষ্ঠান আয়োজন কৰি ৰেকৰ্ড কৰাৰ দায়িত্বত থাকিবলগীয়া হৈছিলো। তেনেদৰে গৌৰীপুৰ-ধুবুৰীৰ পৰা আৰম্ভ কৰি উজনিৰ শিৱসাগৰলৈকে আৰু দৰঙৰ তেজপুৰ, মঙ্গলদৈ আদি বিভিন্ন ঠাইৰ স্কুল-কলেজ, জেলখানা, ফেক্টৰী, মঞ্চ আদিক কেন্দ্ৰ কৰি বহু সংখ্যক ৰূপক, প্ৰামাণ্য আলেখ্য যুগুত কৰিছিলো। সেই অভিযানৰ অংশ হিচাপে শিৱসাগৰৰ প্ৰথিতযশা শিক্ষাবিদ, শিল্পী পৰাগধৰ চলিহা ৰচিত আৰু পৰিচালিত 'চাৰি হেজাৰ বছৰৰ অসম' নৃত্য-গীত-অভিনয় সমৃদ্ধ আলেখ্যখনি শিৱসাগৰৰ মঞ্চত অভিনীত কৰাৰ লগতে ৰেকৰ্ড কৰোৱা হৈছিল। সঞ্চালক ড° নাটেছ তাত উপস্থিত আছিল। দৰ্শক-শ্ৰোতাৰে ঠাহ খোৱা প্ৰেক্ষাগৃহত 'চাৰি হেজাৰ বছৰৰ অসম'ৰ সফল নিবেদন মোৰ কাৰণে এটা চিৰস্মৰণীয় মধুৰ স্মৃতি হৈ আছে। আৰু এটা কাৰণে সেই স্মৃতি অম্লান হৈ আছে। সেয়া হ'ল সুকণ্ঠী (তেতিয়া স্কুলীয়া ছাত্ৰী) দীপালি বৰঠাকুৰৰ আৱিষ্কাৰৰ কাৰণে। পৰাগ চলিহাদেৱে দীপালি বৰঠাকুৰ আৰু ভবেশ ঠাকুৰৰ সম্ভাবনীয়তা সম্পৰ্কে আমাক কৈছিল আৰু ময়ো এই দুগৰাকী উদীয়মান শিল্পীৰ দক্ষতাত মুগ্ধ হৈছিলো। কেন্দ্ৰৰ সঞ্চালক ড° নাটেছক মই কৈছিলো যে তেতিয়াৰ পৰিৱেশত (আজিৰ পৰা একুৰি বছৰো আগতে) দূৰ-সুদূৰৰ পৰা গুৱাহাটীলৈ আহি মহিলা শিল্পীয়ে আনুষ্ঠানিকভাৱে কণ্ঠস্বৰ পৰীক্ষা কৰোৱাত বহুতো অসুবিধা। আন হাতে বনৰীয়া ফুলৰ দৰে বনতে অজানিতে মৰহি যোৱা অসমৰ শিল্পী-প্ৰতিভাৰ আৱিষ্কাৰৰ কাৰণেইতো আমি গুৱাহাটীৰ বাহিৰত অনুষ্ঠান পাতি ফুৰিছোঁ। ড°নাটেছক বিশেষকৈ দীপালিৰ কণ্ঠস্বৰৰ মাধুৰ্যলৈ আঙুলিয়াই মই পৰামৰ্শ দিছিলো যে ইতিমধ্যে ৰেকৰ্ড কৰা গীতৰ ভেটিত পিছেপৰে আনুষ্ঠানিকভাৱে দীপালিক নিয়মিত শিল্পী কৰি ল'ব পৰা হ'ব। তেখেতে দীপালিৰ গীত তাতেই পুনৰ শুনিছিল আৰু মোৰ প্ৰস্তাৱত সন্মতি জনাইছিল। এনেদৰেই ৰেডিঅ'ৰ গতানুগতিকতা (মন কৰিব — প্ৰায় ২৩ বছৰ আগৰ অতিশয় কঠোৰ তথা সংৰক্ষণশীল শৃংখলতাৰে চলোৱা ৰেডিঅ'-প্ৰশাসন)

নেওচি দীপালিক কোমল বয়সতে গুৱাহাটী অনাতাঁৰ কেন্দ্ৰৰ গায়িকা হিচাপে স্বীকৃতি দিয়া হৈছিল।

পৰাগধৰ চলিহাৰ কথাও এইখিনিতে দুষাৰ ক'ব খুজিছোঁ। এই গৰাকী সুগায়ক, সুৰস্ৰষ্টা আৰু উচ্চস্তৰৰ শিল্পী-প্ৰতিভাৰো বিকাশ তথা প্ৰকাশ যেনেদৰে হ'ব লাগিছিল, সেয়া নোহোৱাটো অসমৰ শিল্প-জগতৰ বাবেই এটি দুৰ্ভাগ্য। এসময়ত 'সোণ ৰূপ নেওচি' নামৰ কথাছবি এখন নিৰ্মাণৰ প্ৰস্তুতি হিচাপে দীপালিৰ কণ্ঠতে তেওঁ বিহুগীত সুৰীয়া যি দুটিমান গীতৰ আখৰা চলাইছিল, সেয়া কথাছবিখন নিৰ্মিত নোহোৱাত প্ৰকাশ নেপালে। আন হাতে সেই সুৰৰ ভেটিতে অন্যান্য শিল্পীয়ে গোৱা গীতে শ্ৰোতাসকলক অভিভূত কৰিছিল। শ্ৰীচলিহাৰে আৱিষ্কাৰ হিচাপে দীপালিক বৃহত্তৰ মঞ্চলৈ, অৰ্থাৎ অনাতাঁৰ মাধ্যমলৈ, নিয়মিত শিল্পী হিচাপে অনাত থকা আমাৰ সামান্য প্ৰচেষ্টাৰ বাবেই হয়তো 'শিল্পীৰ পৃথিবী'ৰ কৰ্মকৰ্তাসকলক দীপালিয়ে মোৰ পৰাও তেওঁৰ বিষয়ে কিছু কথা জানি লবলৈ অনুৰোধ কৰিছে। এই বাবেও মই শিল্পীগৰাকীৰ ওচৰত কৃতজ্ঞ, যিহেতু সাধাৰণতে অসমৰ সাহিত্য-সংস্কৃতিৰ ক্ষেত্ৰত পাৰস্পৰিক স্বীকৃতি দিয়াৰ অভাৱ দেখা যায়—কৃতজ্ঞতা দূৰৈৰ কথা। আন হাতে মোৰ কেইটিমান গীতকো তেওঁ জনপ্ৰিয় কৰি তোলা বাবে মই কৃতজ্ঞ। 'ডালে ডালে গায় কুলি বুলবুলি' মোৰ গীতটি তেওঁ গ্ৰামোফোন ৰেকৰ্ড কৰিছে; মোৰেই দুৰ্ভাগ্য যে 'চম্পা জাগা ফুলনি শুৱাই'— অনাতাঁৰত এসময়ত অতি প্ৰিয় এই গীতটি গ্ৰামোফোন ৰেকৰ্ড কৰাৰ আগতেই দীপালি অসুস্থ হৈ পৰিল। এই অসুস্থতা সমগ্ৰ অসমৰ সংগীত জগতৰ ওপৰত এটা অভিশাপ। তেওঁৰ বিশেষ আবেদন ভৰা কণ্ঠৰ আৰু বহু সংখ্যক গীতৰ পৰা অসম বঞ্চিত হোৱাটো কিমান বেদনাদায়ক কথা, তাক বৰ্ণাব নোৱাৰি, উপলব্ধিহে কৰিব পাৰি। এই কথা দীপালিৰ প্ৰিয় গীতিকাৰ ড° নিৰ্মলপ্ৰভা বৰদলৈয়ে সহজে উপলব্ধি কৰিব। সুৰকাৰ জিতেন দেৱ, মুকুল বৰুৱা, হেমেন হাজৰিকা আদিয়েও একেই গভীৰ বেদনা নিশ্চয় অনুভৱ কৰে যে তেওঁলোকৰ সুৰে ৰূপ দিব পৰা এটা কণ্ঠ কালৰ কুটিল গতিত স্তব্ধ হৈ গ'ল।

'ৰুদ্ধ কণ্ঠৰ বেদনাৰে নীলকণ্ঠ পখীৰ গীত বহুদিন শুনা নাই'—এই কবিতাটো লিখোঁতে মোৰ এইগৰাকী শিল্পীলৈ মনত পৰিছিল। এতিয়াও গীতৰ জগতৰ আকৰ্ষণৰ পৰা দীপালি আঁতৰি থাকিব নোৱাৰে, যেনেদৰে অসমৰ প্ৰতিজন সংগীতপ্ৰেমীয়েও দীপালিৰ সীমিত কালৰ মহান অৱদানৰ কথা পাহৰিব নোৱাৰে। সেয়ে অসম শিল্পী দিবস সমিতিৰ পৰা এইগৰাকী শিল্পীক গুৱাহাটীত ৰাজহুৱাভাৱে সম্বৰ্ধনা জনাই ৰূপৰ প্ৰতীক উপহাৰ দিয়া হৈছিল। এসময়ত নিজে আদৰি অনা শিল্পীগৰাকীক উক্ত সমিতিৰ সভাপতি হিচাপে সম্বৰ্ধনা জনাবলৈ পাই মই বৰ আনন্দ পাইছিলো।

সহানুভূতিশীল চিত্ৰশিল্পী তেওঁৰ স্বামী নীলপৱন বৰুৱাৰ শিল্পী মনৰ সহযোগত মোৰ ভনীৰ লেখীয়া দীপালিৰ মংগল কামনা কৰিছোঁ। অসমৰ সমগ্ৰ সংগীতপ্ৰেমীৰ আন্তৰিক শুভকামনাই দীপালীৰ কণ্ঠ পুনৰ সৰৱ কৰক, এয়া আমাৰ অন্তৰৰ গভীৰতম প্ৰকোষ্ঠৰ একান্ত কামনা। ❑

'শিল্পীৰ পৃথিৱী'ৰ পাতৰ পৰা—৪

# দীপালিজনী.....চেনাই মই যাওঁ দেই.....

ভূপেন হাজৰিকা

এৰা। বাপ্‌তিয়ে লিখি গ'ল—'চেনাই মই যাওঁ দেই'। সেই গীত গালে দীপালি নামৰ আমাৰ শিৱসাগৰৰ ('আমাৰ' বুলিছোঁ, কিয়নো মোৰ দেউতা নাজিৰাৰ) এজনী ছোৱালীয়ে—ৰেকৰ্ডত। অসম ৰজনজনাই গ'ল। তেতিয়া বোধহয় এই শতিকাৰ পঞ্চম দশকৰ শেষৰ ফাল। ময়ো কলিকতালৈ গুচি আহিলো 'এৰা বাটৰ সুৰ'ত অসমৰ মাটিয়ে মোক ভুল নুবুজেতো' বুলি এটি আনুভূতিক প্ৰশ্ন নায়কৰ ওঁঠত দি! নায়ক আছিল বিজয় শংকৰ। যাহওক, দীপালিৰ আগতে অসমৰ সংগীত জগতত যি কেইগৰাকী গাভৰু কণ্ঠশিল্পীয়ে অসমৰ শ্ৰোতাৰ মন মুহিছিল— তাৰে কেইটিমান নাম হ'ল : কুইনি হাজৰিকা, শেৱালি দেৱী, গুণদা দাস, তুলতুল ভৰালী, বন্দনা বৰুৱা, দীপালি বৰবৰা আদি। মই কলিকতালৈ গুচি অহাৰ পিছত দীপালিৰ নাম অসমৰ মানুহৰ মুখে মুখে। তেওঁৰ গীত মই তেতিয়াও শুনা নাই। কিন্তু ১৯৬০ চনৰ ভাষা আন্দোলনৰ সময়ত শান্তিৰ বাবে মই আৰু হেমাংগ বিশ্বাস যেতিয়া গুৱাহাটীলৈ যাওঁ, তেতিয়া কটন কলেজত পঢ়ি থকা দীপালিক মই লগ ধৰি আমাৰ সভাত গীত গাবলৈ অনুৰোধ কৰোঁ। সেই নিশা দীপালিৰ গীত শুনি এনে ভাব হ'ল যেন অসমৰ স্বকীয় সৌন্দৰ্য থকা, উচ্চাৰণৰ শুদ্ধতা থকা, পৰিৱেশনাত মাৰ্জিত ৰুচি থকা এই ছোৱালীগৰাকী অতুলনীয়া।.......

তাৰ পিছত দীপালি অসমীয়া সংগীতত, বনগীতসুৰীয়া গীতত একছত্ৰী ৰাণী হৈ উঠিল। দীপালিৰ ককায়েক শ্ৰীভবেন বৰঠাকুৰেও ভগ্নীৰ কণ্ঠৰ উপযোগীকৈ অতি সুন্দৰ গীত ৰচিলে— অতি সুন্দৰ সুৰ দিলে।

তাৰ পিছত হঠাৎ এদিন শুনিলো দীপালিৰ কণ্ঠ ৰূদ্ধ হ'ল। মোৰ এতিয়াও মনত আছে। চন, তাৰিখ পাহৰিলো— দৰং কলেজৰ কিবা এটি উৎসৱত মই গীত গাব লাগে। 'জ্যোতিপ্ৰসাদ আৰু জয়মতী' নামৰ তথ্য চিত্ৰখনিৰ শুটিং কৰি উভতিছোঁ — ডাঃ ৰবীন গোস্বামীৰ ঘৰলৈ । তেওঁ ক'লে—'দীপালিৰ কণ্ঠৰ পৰা মস্তিষ্কলৈ যোৱা স্নায়ুসমূহৰ কিবা অসুখ হৈছে। মস্তিষ্কতো টিউমাৰ থকাৰ সম্ভাৱনা!' মই ক'ৰবাত অকণমান লিখি থোৱা গীত এটিৰ শেষাংশ লিখিবলৈহে বাকী। সন্ধিয়া হৈ আহিছে। মোৰ মনটো বেদনাৰে সিক্ত হৈ উঠিল। ডাক্তৰক সুধিলো—'দীপালিয়ে গীত গাব পাৰিবনে নোৱাৰে?' তেওঁ ক'লে— 'নোৱাৰিবও পাৰে—যদি যি অসুখ হৈছে বুলি শুনিছোঁ, সেয়া সঁচা হয়।' মই লেখি থকা গীতটো আছিল 'শীতৰে সেমেকা ৰাতি'। তাত খেতিয়কৰ তুঁহ জুইৰ, দিন মজুৰৰ, সংখ্যালঘু আদিৰ সমস্যাৰ কথা লেখি লেখি অকল দীপালিৰ কণ্ঠৰুদ্ধ হোৱাৰ কথাকে ভাবি (কাকো নকৈ) লিখিছিলো তলৰ কেইৰাৰি কথা। গায়িকা বুলি নকৈ গায়ক বুলি

লিখিছিলো, কিয়নো তেতিয়াও নেজানো সঁচাকৈয়ে দীপালিয়ে গাব পাৰিবনে নোৱাৰে।

শীতৰে সেমেকা ৰাতি
কণ্ঠৰুদ্ধ কোনো সুগায়কৰ
প্ৰভাত আনিব পৰা
অথচ নোগোৱা এটি
অমৰ গীতৰ বাবে
মই যেন এটি সুধাকণ্ঠ হওঁ
সুধাকণ্ঠ হওঁ
সুধাকণ্ঠ হওঁ ।

দৰং কলেজত সেই শীতৰ সন্ধিয়া গীত গাই থাকোঁতে মই দুখেৰে কৈছিলো — 'শুনিছোঁ দীপালিৰ কিবা হৈছে । কথাটো যেন অসত্য হয়।' সাক্ষী তেতিয়াৰ অধ্যক্ষ শ্ৰীবিপিনপাল দাস।

তাৰ পিছত ড° নিৰ্মলপ্ৰভা বৰদলৈৰ সৈতে দেখা। দীপালিৰ চিকিৎসা ভাৰতত ভালদৰে নহ'ব। কলিকতাৰ অসম ভৱনত মই দীপালি আৰু তেওঁৰ ককায়েক শ্ৰীবৰঠাকুৰক লগ ধৰিলো। আলোচনা হ'ল। দীপালিক আয়াৰলেণ্ডলৈ পঠোৱা হ'ল। বহুখিনি ভাল হ'ল। মস্তিষ্কৰ টিউমাৰ হেনো ভাল হৈ যাব। দীপালি ঘৰৰ ছোৱালী ঘৰলৈ আহিল! ....

কিন্তু দুৰ্ভাগ্যবশতঃ দীপালিৰ কণ্ঠৰ উন্নতি নহ'ল।

তাৰ পিছত অতি উদাৰ মনৰ, অতি সুন্দৰ মনৰ চিত্ৰশিল্পী নীলপৱন বৰুৱাই ৰোগী অৱস্থাতে দীপালিক কইনাৰূপে বেইৰ তললৈ নিলে। সকলোৱে নীলপৱন আৰু দীপালিক আশীৰ্বাদ দিলে। আনুভূতিকভাৱে আশ্ৰয় দি দীপালিক শুশ্ৰূষা কৰি পুনৰ গায়িকা কৰি তোলাৰ আপ্ৰাণ চেষ্টা কৰিলে নীলে।

আজি এই ব'হাগৰ বতৰত মই অসম চৰকাৰক এটা প্ৰশ্ন কৰোঁ—দীপালিয়ে, যিজনী ছোৱালীয়ে কুলিৰ দৰে মাতেৰে লক্ষ লোকক আনন্দ দিলে, তেনে ছোৱালীৰ প্ৰতি চৰকাৰে এটি কৃষ্টি-বৃত্তি দিব নেলাগেনে?

অসমৰ সাংস্কৃতিক গোষ্ঠীসমূহলৈও প্ৰশ্ন কৰোঁ—দীপালীৰ কণ্ঠৰ স্মৰণীয় গীতকেইটিৰ ৰেকৰ্ড বিচাৰি পুনৰ এখন লংপ্লেইঙলৈ ট্ৰান্সফাৰ কৰাব নোৱাৰিনে?

কুলিৰ মাত বন্ধ হৈ যাব পাৰে। তাৰ প্ৰতিধ্বনি চিৰযুগমীয়া কৰিব পাৰি। বিজ্ঞানেও সহায় কৰে আজি-কালি। দীপালিৰ কণ্ঠ-মাধুৰ্য সমগ্ৰ অসমীয়া জাতিৰ প্ৰকাশৰ সম্পত্তি। দীপালি-নীলপৱনৰ জীৱনৰ ব'হাগ চিৰসেউজীয়া হওক। তেওঁলোক হৈ ৰওক অনাগত দিনৰ সবলা কিম্বদন্তী। □

# চেনাই মই যাওঁ দেই......

ভবেশ ঠাকুৰ

'শিল্পীৰ পৃথিৱী'ৰ দীপালি বৰঠাকুৰৰ বিশেষ সংখ্যাটোত মই দীপালিৰ বিষয়ে লিখিব লাগে। গীত মই বহুতো লিখিছোঁ। কিন্তু এনেকৈ কিবা লিখাৰ প্ৰস্তাৱ আহিলে দেখোন ভয় লাগে—তাতে আকৌ দীপালিৰ বিষয়ে, যাৰ কথা লিখিবলৈ ল'লে হয়তো শেষ কৰাই টান হ'ব। সেয়ে মোৰ ব্যক্তিগত জীৱনৰ লগত সুকণ্ঠী দীপালিৰ সান্নিধ্যৰ দুই এটা কথা লিখাৰ হেঁপাহ সামৰিব নোৱাৰিলো।

সেই স্মৃতিবোৰ আজিৰ পৰা বহুত দিনৰ আগৰ যদিও লিখিবলৈ লোৱাৰ লগে লগে একে সময়তে স্মৃতিৰ পটত এনেদৰে দেখা দিছেহি যে মই ঠিকেই কৰিব পৰা নাই—কোনটোক বেছি গুৰুত্ব দিম। কিয়নো প্ৰত্যেকটো সোঁৱৰণিয়েই অতি মধুৰ, অতি সুদূৰ প্ৰসাৰী।

শিৱসাগৰ নগৰখন অতি পুৰণি। ভৌগোলিক সীমাৰেখাৰ মানেৰে জুখিলে নিচেই সৰু এখনি নগৰ। কিন্তু ইতিহাস আৰু অসমীয়া জাতীয় জীৱনৰ কৃষ্টি-সংস্কৃতিয়ে এই সৰু নগৰখনৰ প্ৰতিজন নাগৰিককে এনে ধৰণে আবৰি ৰাখিছে যে তাক কোনো সীমাৰেখা বা কোনো মানদণ্ডৰ তুলনাৰে বিজাব নোৱাৰি। সেউজীয়া সমাজ, নাট্য সমাজ আৰু জ্যোতি সংঘ আদিৰ দৰে সাংস্কৃতিক অনুষ্ঠানবোৰে কলা-কৃষ্টিক জীয়াই ৰখাৰ উপৰিও নতুন নতুন শিল্পীৰ সৃষ্টি কৰি আহিছে। দীপালি বৰঠাকুৰ তাৰে এক মহান সৃষ্টি।

অৱশ্যে প্ৰতিভাৰ লগতে বিকাশ কৰিব পৰা মাধ্যম আৰু অৱলম্বন থাকিবই লাগিব। প্ৰতিভা আৰু ইয়াৰ বিকাশৰ মাধ্যমৰ অতি নিবিড় সম্বন্ধ। দীপালিৰ ক্ষেত্ৰত এই দুয়োটাই অতি ওতপ্ৰোতভাৱে জড়িত। তেতিয়াৰ অগ্ৰণী সাংস্কৃতিক অনুষ্ঠান জ্যোতি সংঘই বাৰটা মাহত তেৰটা সাংস্কৃতিক অনুষ্ঠান পাতি শিৱসাগৰৰ ৰাইজক বিভিন্ন কৃষ্টি-সংস্কৃতিৰ খোৰাক দি আহিছিল আৰু সেই সকলো অনুষ্ঠানৰ অপৰিহাৰ্য অংগ স্বৰূপে আছিলো মই আৰু দীপালি।

শিৱসাগৰ, যোৰহাট, ডিব্ৰুগড় আদিৰ বিভিন্ন অনুষ্ঠানৰ বিভিন্ন সন্ধিয়া দীপালি আৰু মই নতুন নতুন গীত আৰু সুৰেৰে সজাই তুলিছিলো। বিভিন্ন নতুন গীতবোৰক নিভাঁজ থলুৱা অসমীয়া লোকগীতৰ আৰ্হিৰে সজাই তুলিছিল দীপালিৰ ককায়েক ভবেন বৰঠাকুৰে। ভবেনদাৰ সুৰবোৰ দীপালিৰ কণ্ঠত ইমান নিভাঁজভাৱে ফুটি উঠিছিল যে তাক বৰ্ণনা কৰিব নোৱাৰি। 'কাউৰী যা তই উৰি উৰি যা', 'সোণৰ খাৰু নেলাগে মোক', 'চৰাই নিদিওঁ তোক গোট-কৰাই' আদি গীতবোৰ সেইবাবে আজিও চিৰসেউজীয়া, চিৰনতুন হৈ আছে।

তেতিয়া দীপালি শিৱসাগৰৰ ফুলেশ্বৰী ছোৱালী বিদ্যালয়ৰ ছাত্ৰী আৰু মই শিৱসাগৰ চৰকাৰী বালক উচ্চ বিদ্যালয়ৰ ছাত্ৰ। আমাৰ মনত নতুন আশা, নতুন উদ্যম। অধ্যক্ষ পৰাগ চলিহাদেৱৰ আশীৰ্বাদ আৰু উদ্যমে আমাক অফুৰন্ত প্ৰেৰণা যোগাইছিল। তেখেতৰ সময়তেই আমি অতি কম বয়সতে সদৌ অসম সংগীত প্ৰতিযোগিতা, সংগীত সম্মিলন আদিত অংশ গ্ৰহণ কৰিবলৈ সুবিধা পাইছিলো।

অধ্যক্ষ পৰাগ চলিহাদেৱৰ 'চাৰি হেজাৰ বছৰৰ অসম' নামৰ গীতি-আলেখ্যখনিয়েই দীপালিৰ প্ৰতিভা বিকাশৰ অন্য এটা প্ৰধান মাধ্যম বুলি ক'লে বোধকৰো বেছি কোৱা নহ'ব। গুৱাহাটী অনাতাঁৰ কেন্দ্ৰই সেই গীতি-আলেখ্যখনি শিৱসাগৰত বাণীবদ্ধ কৰিবলৈ যাওঁতে কেন্দ্ৰৰ কৰ্মকৰ্তাসকলে দীপালিৰ কণ্ঠ শুনি মুগ্ধ হৈ কেন্দ্ৰৰ নিয়মীয়া শিল্পীৰূপে গীত পৰিবেশন কৰিবলৈ চুক্তিবদ্ধ কৰাইছিল। সেইকণ সুবিধা ময়ো পাইছিলো একেই কৰ্মকৰ্তাসকলৰ পৰা। কিন্তু মোৰ পঢ়া আৰু পৰীক্ষাৰ বাবেই সেই সুযোগ সময়মতে গ্ৰহণ কৰিব নোৱাৰিলো। দীপালি আহিল— আৰু তেতিয়াৰ পৰাই দীপালি শিৱসাগৰতে আবদ্ধ হৈ নাথাকি গোটেই অসমৰ ৰাইজৰ মাজত চিৰ-পৰিচিতা হৈ পৰিল। দীপালি বৰঠাকুৰ হৈ পৰিল এটি মধুৰ গীত, এটি মিঠা সুৰ।

স্কুলৰ দেওনা পাৰ হৈ গুচি আহিলো শ্বিলঙৰ এডমাণ্ডছ্ কলেজৰ বিজ্ঞানৰ ছাত্ৰ 'হিচাপে। সেই সময়তে শ্বিলঙৰ প্ৰথম শাৰীৰ সাংস্কৃতিক অনুষ্ঠান 'শ্বিলং কলা পৰিষদ'ৰ লগত জড়িত হৈ পৰোঁ আৰু ৰুদ্ৰ বৰুৱা, কমল হাজৰিকা আদি মহান শিল্পীসকলৰ সান্নিধ্যলৈ আহোঁ। প্ৰত্যেকবাৰ কলেজৰ বন্ধ হ'লেই তেখেতসকলৰ পৰা গীত শিকি শিৱসাগৰলৈ ঢাপলি মেলো। ঘৰ পায়েই অলপ জিৰণি লৈ দীপালিৰ ওচৰ পাওঁগৈ। আমাৰ দুয়োখন ঘৰৰ মাজত অতি মধুৰ সম্পৰ্ক আছিল আৰু আজিও আছে। গৈ পালেই দীপালিৰ এটাই প্ৰশ্ন—'মুন, *(মোৰ ঘৰত মতা নাম)* মোলৈ কি গান আনিছা?' দীপালিৰ তেতিয়া বহুতো গীতৰ প্ৰয়োজন— অনাতাঁৰ কেন্দ্ৰৰ ব্যস্ত শিল্পী। মোৰো একেটাই চিন্তা—দীপালিক যিমান পাৰোঁ নতুন গীত দিব লাগে। মই ৰুদ্ৰ বৰুৱাছাৰৰ পৰা শিকি যোৱা 'অ বন্ধু সময় পালে আমাৰ ফালে', 'গুৰি পথাৰতে ৰৈ' আদি গীতবোৰ শিকাই দিওঁ আৰু দীপালিয়েও অতি কম সময়ৰ ভিতৰতে শিকি লয়। আকাশবাণীৰ মই তেতিয়া শিল্পী নহওঁ যদিও গীতবোৰ শিকাওঁ যাতে দীপালিৰ মাজেদিয়ে গীতবোৰৰ বহুল প্ৰচাৰ হয়। আমাৰ মাজত কোনো ধৰণৰ ঈৰ্ষাভাৱ নাছিল। তেনেকৈয়ে এবাৰ বন্ধত শ্বিলঙৰ পৰা শিৱসাগৰলৈ গৈ পোনেই দীপালিহঁতৰ ঘৰত উপস্থিত হৈয়েই দীপালিক ক'লো— 'এইবাৰ তোমালৈ এটা নতুন ভাল গীত শিকি আহিছোঁ'। গীতটো শুনোৱাৰ লগে লগে অভিভূত হৈ পৰিল দীপালি। অতি কম সময়ৰ ভিতৰতে গীতটো শিকি আয়ত্ত কৰি ল'লে। তাৰ পিছৰবাৰ বোধকৰো আকাশবাণীৰ অনুষ্ঠানত প্ৰচাৰ হৈ গ'ল। ৰাইজে আদৰি ল'লে। গীতটো বাণীবদ্ধ কৰিলে এইছ্.এম.ভি. কোম্পানীয়ে। অসমৰ ৰাইজৰ মুখত গুণগুণনি উঠিল—'চেনাই মই যাওঁ দেই'। কিন্তু সেই মুহূৰ্তত আমি এটায়ো ভবা নাছিলো যে এই গীতটোৰ প্ৰথমশাৰী কথাৰে এদিন 'শিল্পীৰ পৃথিৱী' নামৰ আলোচনীখনৰ দীপালি বৰঠাকুৰ সংখ্যা

প্ৰকাশ হ'ব আৰু তাত মই দীপালিৰ বিষয়ে এষাৰ লিখিবগৈ লাগিব। এনে এটা মুহূৰ্তত সেয়ে এহাতে যদিও বহুতো মিঠা স্মৃতিয়ে মনটো তোলপাৰ কৰি তুলিছে, আন হাতে বহুতো কথাই বুকুখন বেদনাৰে গধুৰ কৰিও তুলিছে।

মুখত সদায়ে মিঠা হাঁহি লাগি থকা দীপালিৰ গীত পৰিৱেশনৰ এটা স্বকীয় বৈশিষ্ট্য আছে। নিভাঁজ সুৰ, নিখুঁত উচ্চাৰণ, গীতৰ ভাষাত আৰু সুৰৰ লগত নিজকে মিলাই তাক কণ্ঠেৰে প্ৰকাশ কৰাৰ অপূৰ্ব দক্ষতা দীপালিৰ বাহিৰে আন কণ্ঠশিল্পীৰ ক্ষেত্ৰত অতি কমেইহে দেখা যায়। সেয়েহে দীপালিৰ গীতবোৰ অতি আপোন আৰু সুৰবোৰ অতি চিনাকি হৈ পৰে। শ্ৰোতাই অতি সহজে গুণগুণাব পাৰে।

এদিনৰ বন্ধু, শিল্পী দীপালি আজি মোৰ নবৌ। মোৰ মামা ধ্বনিকবি বিনন্দ বৰুৱাৰ বৰ পুত্ৰ চিত্ৰশিল্পী নীলপৱন বৰুৱাৰ সহধৰ্মীণী। দীপালি আৰু মোৰ মাজত থকা সঁচা বন্ধুত্বৰ এনাজৰীডাল ভগৱানেও যেন চিঙি পেলাবলৈ টান পালে। সেয়ে পুৰণা বন্ধু দীপালিক ঘৰতে পালো নবৌ হিচাপে। বেলতলাত নিগাজিকৈ পাতি লোৱা দীপালি আৰু নীলদাৰ ঘৰখন দেখিলে এনে হেন লাগে যেন ই কবিতা, কণ্ঠ আৰু চিত্ৰৰ এক মধুৰ সমাৱেশ। এখনি সুখৰ সৰু আশ্ৰম। ❑

## *'শিল্পীৰ পৃথিৱী'ৰ প্ৰশ্নোত্তৰত*

# দীপালি বৰঠাকুৰ

**শিল্পীৰ পৃথিৱী : আপোনাৰ জীৱনত সংগীতৰ আৰম্ভণি কেতিয়াৰ পৰা আৰু কেনেকৈ হৈছিল? আপোনাৰ ঘৰত আপোনাৰ চেমনীয়া জীৱনত সাংগীতিক পৰিৱেশ কেনে ধৰণৰ আছিল?**

**দীপালি বৰঠাকুৰ :** বৰষুণে বান আনে জুৰি, নদীলৈ। বৰষুণৰ জন্ম ডাৱৰৰ পৰা। ডাৱৰৰ উৎপত্তি সাগৰৰ জলীয় বাষ্পৰ পৰা। সেই সাগৰলৈ নদ-নদী আদিৰ পৰা পানী বৈ যায়। এতিয়া বৰষুণৰ আদি ক'ত, নদীৰ আদি ক'ত?

সংগীতৰ আদিও তেনেকুৱাই। মোৰ আইতা সাৰদা দেৱী বৰুৱানীৰ লগত শুই থাকোঁতে তেখেতৰ মুখত শুনা প্ৰভাতী গীতসমূহেই মোৰ সংগীত জীৱনৰ পাতনি। বিশেষকৈ 'পুহাইল ৰজনী' আৰু 'উঠৰে উঠ বাপু গোপাল'—এই দুটা বৰগীত আইতাই বৰ সুন্দৰকৈ গাইছিল। কাহিলি কাহিলি পুৱাৰ পৰিৱেশত আইতাৰ সুৰীয়া মাত আজিও মোৰ কাণত বাজি আছে। এই গীত দুটি আইতাই যি সুৰত গাইছিল, অন্য কোনো গায়কৰ কণ্ঠত তেনেকৈ আজিলৈকে শুনা নাই। দ্বিতীয়তে. সন্ধিয়া গোসাঁইঘৰৰ প্ৰাৰ্থনা গীতসমূহে আমালৈ সাংগীতিক ৰসৰ ভাব বোৱাই আনিছিল। মই, নীলি বাইদেউ আৰু অলিয়ে নিতৌ বৰগীত, ভজন আদি গাইছিলো। প্ৰায় সকলো অসমীয়া মাতৃৰ দৰে মোৰ আয়ো সুমধুৰ দৰদী কণ্ঠৰ অধিকাৰিণী আছিল। তেখেতৰ মুখত শুনা আইনাম, ধাইনাম মোৰ সংগীতৰ আৰম্ভণি বুলি ক'ব পাৰি। প্ৰসংগক্ৰমে উল্লেখযোগ্য যে মোৰ পিতৃ বিশ্বনাথ বৰঠাকুৰ সংগীতপ্ৰিয় ব্যক্তি আছিল। তেখেতে নিজে গীত ৰচনা কৰি আৰু সুৰ দি গাইছিল। মোৰ এটি জনপ্ৰিয় গীত 'সোণৰ খাৰু নেলাগে মোক বিয়াৰ বাবে আই' আৰু 'অ জোনে জোনালী আজি মই ওলালো' তেখেতৰ সুৰত সংযোজনা কৰিছিল মোৰ সৰু ককাইদেউ শ্ৰীভবেন বৰঠাকুৰে। মোৰ ডাঙৰ ককাইদেউ শ্ৰীভুপেন বৰঠাকুৰে সৰুতে হাৰমনিয়াম বজাই গান গাবলৈ শিকাইছিল। সৰুতে মোৰ দেউতা ঢুকাল। শিৱসাগৰৰ মোমাইদেউৰ ঘৰতে আমাৰ শৈশৱ পাৰ হৈছিল। স্কুলৰ দীঘলীয়া বন্ধত আমি প্ৰায়ে আমাৰ ম'হখুঁটিৰ ঘৰলৈ গৈছিলো। ম'হখুঁটিৰ ঘৰৰ বিশেষ আকৰ্ষণ আছিল আমাৰ বৰ-মাৰ মৰম-চেনেহ। ম'হখুঁটিত বাচাদাই (শ্ৰীবিনন্দ বৰঠাকুৰ) আমাৰ গানৰ প্ৰতি আগ্ৰহ জন্মাইছিল। তেখেতে আমাক সঘনাই নৈৰ পাৰলৈ নি বাৰিষা ভুৰত উঠাই গান গোৱাইছিল। আকৌ

পৰাগ চলিহা আদি গুণী ব্যক্তিসকলৰ সান্নিধ্য আৰু অনুপ্ৰেৰণাও আছিল মোৰ সংগীত জীৱনলৈ অনন্য আশীৰ্বাদ। ৰিণিকি ৰিণিকি মনত পৰে— এজন গহীন, সুদৰ্শন পুৰুষে মোক গান গাবলৈ কৈছিল তামোলবাৰী চাহ বাগিচাত। পিছতহে জানিলো — মৰমেৰে গান গাবলৈ কোৱা সেই মানুহজন আছিল জ্যোতিপ্ৰসাদ আগৰৱালা। এই দৰে বৰষুণে জুৰি-নৈৰ পানী অনাৰ দৰে, ডাৱৰে বৰষুণ দিয়াৰ দৰে, সাগৰে ডাৱৰ সৃষ্টি কৰাৰ দৰে, কেতিয়া যে মোৰ কণ্ঠলৈ সংগীতৰ জান-জুৰি বৈ আহিছিল, তাৰ সঠিক খবৰ মোৰ মনত নাই।

**অসমীয়া আধুনিক গীতৰ জগতত আপুনি কোন চনৰ পৰা বিশেষভাৱে সোমাই পৰে? সেই সময়ৰ আপোনাৰ জনপ্ৰিয় গীত কি?**

স্কুলত থকা দিনৰে পৰা মই গান গাবলৈ আৰম্ভ কৰোঁ। কিন্তু বিশেষভাৱে ডিব্ৰুগড়ত অসম সংগীত নাটক একাডেমীয়ে ১৯৫৬ চনত আয়োজন কৰা প্ৰতিযোগিতাত শিৱসাগৰৰ সেউজীয়া সংগীত বিদ্যালয়ৰ পৰা যোগদান কৰি সাফল্য অৰ্জন কৰোঁ। ইয়াতে শ্ৰেষ্ঠা গায়িকা পদকটি মোলৈ আহিছিল আৰু উক্ত প্ৰতিযোগিতাৰ নিশাৰ সাংস্কৃতিক অনুষ্ঠানত মই এটি গীত পৰিৱেশন কৰিছিলো। ৰাজহুৱাভাৱে গীত গোৱা সেয়ে মোৰ প্ৰথম। শিৱসাগৰত শ্ৰদ্ধেয় পৰাগ চলিহাৰ দ্বাৰা পৰিচালিত 'চাৰি হেজাৰ বছৰৰ অসম' শীৰ্ষক আলেখ্যত আমি জনদিয়েকে গীত পৰিৱেশন কৰিছিলো। আমাৰ লগত আছিল ভবেশ ঠাকুৰ, বীণা কটকী (বৰ্ত্তমান বীণা দে) আদি। তেতিয়া মই নৱমমানৰ ছাত্ৰী। সেয়াই মোৰ কাৰণে সংগীত জগতলৈ বাটচ'ৰা আছিল। উক্ত আলেখ্যখনি বাণীবদ্ধৰ বাবে তেতিয়াৰ আকাশবাণী গুৱাহাটীৰ সঞ্চালক আৰু প্ৰযোজকো গৈছিল। তেতিয়াই প্ৰযোজক শ্ৰীফণী তালুকদাৰে মোক আকাশবাণীৰ লোকগীতৰ অনুষ্ঠানত গীত পৰিৱেশন কৰিবলৈ সুবিধা দিছিল। অনিয়মিত শিল্পী হিচাপেই প্ৰথম অৱস্থাত গীত পৰিৱেশন কৰোঁ যদিও পিছত বাছনিত উত্তীৰ্ণ হৈ স্থায়ী শিল্পীৰ স্থান পাওঁ। মোৰ প্ৰথম অনাতাঁৰ গীতটি আছিল শ্ৰীলীলা গগৈৰ নিচুকনি গীত 'মোৰ বোপাই লাহৰী, নাপাইছোঁ আহৰি'। লগতে এটি লক্ষ্মীনামো আছিল। নিয়মিত শিল্পী হিচাপে মোৰ প্ৰথম গীতটি আছিল ৰুদ্ৰ বৰুৱাদেৱৰ 'বন্ধু, সময় পালে আমাৰ ফালে এবাৰ আহি যাবা'।

**আপোনাক আমি এটা সময়ৰ অসমীয়া আধুনিক গীতৰ জগতৰ অদ্বিতীয়া গায়িকা বুলি জানো। ৰেডিঅ', সংগীত প্ৰতিযোগিতাত বা সংগীত পৰিৱেশনত লগ পোৱা বিভিন্ন ব্যক্তিৰ বিষয়ে আমাক ক'বনে?**

সময়ে সময়ে আকাশবাণীৰ যোগেদি গীত-মাত পৰিৱেশন কৰিবলৈ যাওঁতে আমাৰ দিনৰ বহুতো খ্যাতনামা শিল্পী-কলাৰসিক আদিক লগ পাইছিলো। কলিকতাত এবাৰ ৰেডিঅ' সপ্তাহত গীত পৰিৱেশন কৰিবলৈ যাওঁতে সেই বিশেষ অনুষ্ঠানত বহু গুণী শিল্পীৰ সান্নিধ্যলৈ আহি মই ধন্য হৈছিলো। তাত মোৰ গীত পৰিৱেশনত আকৃষ্ট হৈ নিৰ্ধাৰিত

মাননিতকৈ এটি বিশেষ মাননি আগবঢ়াইছিল। এই অনুষ্ঠানত মই ৰুদ্ৰ বৰুৱা আৰু হেমেন হাজৰিকাৰ গীত পৰিৱেশন কৰিছিলো। সেই সময়ত স্থানীয় আৰু সৰ্বভাৰতীয় বিখ্যাত শিল্পীৰ কাষলৈ যাবলৈ পোৱাটো মোৰ কাৰণে স্মৰণীয়।

এবাৰ ছিলঙৰ এটি বিশেষ অনুষ্ঠানত গীত গাবলৈ যাওঁতে তাত সৰ্বভাৰতীয় খ্যাতিসম্পন্ন কিছু শিল্পীৰ ভূয়সী প্ৰশংসা পাইছিলো আৰু ই মোৰ বাবে বিশেষ অনুপ্ৰেৰণাৰ স্থল আছিল।

**গীতিকাৰ ৰূপে কাৰ গীত গাবলৈ আপোনাৰ বেছি ভাল লাগিছিল?**

মই ভালে কেইজন গীতিকাৰৰ গীত গাইছোঁ। সকলো গীতিকাৰৰ গীতেই মই প্ৰাণ ঢালি গাইছোঁ। অৱশ্যে তাৰ মাজতে কিছু কিছু গীত বিশেষ কাৰণত বা অৰ্থত মই বেছিকৈ গাইছোঁ। যেনে ধৰক নিৰ্মলপ্ৰভা বৰদলৈ আৰু ৰুদ্ৰ বৰুৱাৰ গীত। গীতৰ সভালৈ পকী ৰাস্তাত পথ লগাই দিয়া ৰুদ্ৰ বৰুৱালৈ মোৰ আজিও বিশেষভাৱে মনত পৰে। তেখেত চিলঙৰ পৰা আহোঁতে আমি থকা উলুবাৰীৰ ঘৰত সোমাই মোক গীত শিকাই গৈছিল। তেখেত গীতিকাৰ আৰু সুৰকাৰ হোৱা বাবে মোৰ বিশেষ সহায় হৈছিল। তেখেতে সৰ্বশেষত শিকোৱা গীতটি মোৰ শাৰীৰিক অসুস্থতাৰ কাৰণে আজিও গোৱা হোৱা নাই। গীতটিৰ সুৰ মোৰ অন্তৰত আজিও বৈ বৈ বাজি আছে। গীতটি লেখিছিল নিৰ্মলপ্ৰভা বাইদেৱে—'আই মই শুনিছোঁ আযোণত যোলে পাতিছ তই মোৰ বিয়া—'।

**কাৰ সুৰ-ৰচনা আপোনাৰ কণ্ঠত জনপ্ৰিয় হৈছিল বুলি আপুনি ভাবে? আপোনাৰ জনপ্ৰিয় গীতসমূহৰ কথা অলপ ক'বনে?**

মই বিভিন্ন সুৰকাৰৰ সুৰ মোৰ কণ্ঠত তুলি লৈছিলো। মই গোৱা গীতসমূহৰ সুৰকাৰ আছিল ৰুদ্ৰ বৰুৱা, ভবেনদা, ধীৰেনদা (দত্ত), বীৰেন ফুকন, মুকুলদা, জীতেনদা, হেমেনদা, দেবেন শৰ্মা, পুৰুষোত্তম দাস আদি। কম-বেছিভাৱে মোৰ সকলো গীতেই জনপ্ৰিয় হৈছিল বুলি মই জানো। সেই কাৰণে সুৰকাৰ হিচাপে মই কাক উচ্চ আসন, কাক নিম্ন আসন দিম বাৰু? সকলো সুৰকাৰকে মই শ্ৰদ্ধা কৰোঁ। অৱশ্যে অসমৰ সমূহ ৰাইজে ভাল পোৱা আৰু মই গাই ভাল পোৱা 'চেনাই মই যাওঁ দেই' গীতটি (সুৰ আৰু কথা এতিয়া লণ্ডনস্থ শ্ৰীকমল হাজৰিকাদেৱৰ) মই আনন্দৰে সোঁৱৰো। মই প্ৰথমে শুনি শিকিছিলো উমেশ ঠাকুৰ আৰু ভবেন ঠাকুৰৰ পৰা। মোৰ সক ককাইদেউ ভবেন বৰঠাকুৰে সুৰ দিয়া গীতেই মই বেছিকৈ পৰিৱেশন কৰিছোঁ। সকলো সুৰকাৰৰে বুকুৰ ওমেৰে উম দি ৰচা সুৰবিলাক নিশ্চয় ভাল। মাত্ৰ প্ৰাণ ঢালি গোৱাতহে তাৰ স্বৰূপ ফুটি উঠে।

জনপ্ৰিয় গীতৰ কথা আৰু বিশেষভাৱে কি কম? আগতে সকলো কৈ আহিছোঁৱেই। তথাপিও 'সোণৰ খাৰু নেলাগে মোক', 'বন্ধু সময় পালে', 'কামান ৰৰশীৰে চিপ', 'ডালে ডালে গাই ফুলি', 'লুইতে নেযাবি', 'কাচনমতী নদীখন', 'এই নদীৰে এই পাৰতে', 'খোজ লাহেকৈ দিবি' আদি গীতসমূহ শ্ৰোতাৰ মাজত বিশেষ জনপ্ৰিয় যেন লাগে।

**গায়ক-গায়িকাৰ বাবে কেৱল সুকণ্ঠই সকলো বুলি আপুনি ভাবেনে?**

গায়ক-গায়িকাৰ বাবে সুকণ্ঠ নিশ্চয় দৰকাৰ। সুৰ, কথা— দুয়োটাৰে আৱেদন বুজা সংবেদনশীল মনৰো প্ৰয়োজন। জনসমাজৰ আগত গীত পৰিৱেশনৰ ৰীতি বা ষ্টাইল আৰু আধুনিক আৰু পৰম্পৰাগত সংগীত চৰ্চাৰে বিশেষ সংস্কৃতিশীল মন এটাৰো দৰকাৰ। ইয়াতকৈ অধিক ব্যাখ্যা মোৰ পক্ষে সম্ভৱ নহয়। এনে দৰে প্ৰশ্ন সুধিলে বৰ অসুবিধা হয়। প্ৰকৃতিদত্ত কণ্ঠৰ বাদে কোনো গুণৰে মই অধিকাৰী নহওঁ।

**সুগম সংগীতৰ বাবে শাস্ত্ৰীয় সংগীতৰ চৰ্চা আৱশ্যকীয় বুলি আপুনি ভাবে নেকি?**

শাস্ত্ৰীয় সংগীতক যদি সংগীতৰ ব্যাকৰণ বুলি ভবা হয়, তেনেহ'লে সকলো সুগায়কৰ কাৰণে এনে ব্যাকৰণ চৰ্চা অপৰিহাৰ্য।

**আপোনাৰ দিনত যি ধৰণৰ গীত-মাত বা সুৰৰ প্ৰচলন আছিল, আজিৰ আধুনিক গীত তাৰপৰা বেলেগ হৈছে বুলি আপুনি ভাবে নেকি?**

নিশ্চয় ভাবোঁ। বহুতো বেলেগ হৈছে। অসমীয়া সংগীতত বহুত নতুন সুৰ সংযোজন হৈছে — সাম্প্ৰতিক কালৰ পশ্চিমীয়া সুৰ পৰ্যন্ত। অৱশ্যে সময়ত আমাৰ সংগীতক এই নতুন পোছাকেৰে কেনে ৰূপত সজাই তোলে, তাক সময়েহে ক'ব, মই নহয়।

**আপোনাৰ দিনত এগৰাকী শিল্পীয়ে, বিশেষকৈ গায়িকাই পোৱা সুবিধা-অসুবিধাখিনিৰ কথা আমাক ক'বনে?**

আমাৰ দিনত ভাল ৰেকৰ্ড এখনকে শুনাৰ সৌভাগ্য নঘটিল, ভাল সংগীতৰ প্ৰপ্ৰেম শুনিবলৈ পোৱাটো পৰ্বতত কাছু কণী বিচৰা সদৃশ। আজি-কালি সংগীত চৰ্চাৰ কাৰণে নগৰসমূহত, আনকি গাঁওবিলাকতো বহুত সংগীত শিক্ষক আৰু সংগীত বিদ্যালয় প্ৰতিষ্ঠা হৈছে। আমাৰ দিনত এইবোৰৰ যথেষ্ট অভাৱ আছিল।

**আমি জনা মতে শাৰীৰিক অসুস্থতা হেতু আপুনি আজি গায়িকা ৰূপে নীৰৱ হৈ পৰিছে। অনুমান কৰিব পাৰিছোঁ — এই নীৰৱতা কিমান দুঃখজনক। শিল্পীৰ পৃথিৱীৰ পাঠক-পাঠিকাক এসময়ৰ প্ৰিয় গায়িকাগৰাকীৰ বেদনাৰ ভাগ দিবনে?**

সংগীত সমাজখনৰ লগত যোগসূত্ৰৰ একমাত্ৰ সাঁকোডাল মোৰ ভাগি গ'ল। মোৰ যোগাযোগৰ মাধ্যম গীত হেৰুৱাই মই আজি প্ৰায় বোবা হৈ পৰিছোঁ। পুৰণি দিনতে সময় পালে বন্ধুক আমাৰ ঘৰলৈ নিমন্ত্ৰণ কৰিছিলো। আজি আহিলে সম্ভাষণ জনাবলৈ মোৰ কণ্ঠ নাই। দুৰন্ত কালৰ বিচাৰ, কি কৰিম? সময়ে আকৌ যদি সু-বিচাৰ কৰে, গীতেৰে সম্ভাষণ জনাম।

**আপোনাৰ দৈহিক, মানসিক সংঘাত আপুনি যি সাহসেৰে লৈছে, সেই সাহসৰ বাণী অসমৰ অগণন সংগ্ৰামী শিল্পীলৈও প্ৰেৰণ কৰিবনে ?**

কবিৰ ভাষাৰে—

জীৱন গছৰ পুলি
নৰ সি পুলিৰ মালী
আশা তাৰ সঞ্জীৱনী পানী
নহ'লে ফুলনি ডৰা
খন্তেকতে জয় পৰা
নাই তাত একোৰে মোহিনী।

আশাৰ সঞ্জীৱনী লৈ জীয়াই আছোঁ। আপোনালোকৰ জীৱন-ফুলনী ৰূপে-ৰসে-গন্ধে-গীতে জয়-জয় ময়-ময় হওক। 'শিল্পীৰ পৃথিৱী'লৈ শুভেচ্ছা জনালো। নমস্কাৰ। ❐

